# চন্দ্ৰকুমাৰ আগৰৱালাৰ প্ৰতিভা

( জন্ম-শতবাৰ্ষিকী স্মৃতিগ্ৰন্থ )

সম্পাদক
অধ্যাপক শ্ৰীশশী শৰ্ম্মা




অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট, অসম

Chandrakumar Agarwalar Pratibha : a Centenary Souvenir compiled and edited by Prof. Sashi Sharmah, and published, by Prof. H. P. Neog, General Secretary, Asam Sahitya Sabha, on the occasion of the birth centenary of Late Chandrakumar Agarwala, the pioneer of modern Assamese literature and journalism.

*

প্ৰকাশক :
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন,
যোৰহাট : অসম

*

প্ৰথম প্ৰকাশ
২৮ নৱেম্বৰ, ১৯৬৭

বেচ :— ছয় টকা মাত্ৰ

*

মুদ্ৰক :—শ্ৰীসোণাৰাম বেজ
নিউ প্ৰেছ
গুৱাহাটী—৩

# প্ৰধান সম্পাদকৰ দুআষাৰ

আধুনিক অসমীয়া কবিতাৰ অন্যতম বাটকটীয়া চন্দ্ৰকুমাৰ আগৰৱালা শতবাৰ্ষিকী উপলক্ষে যুগুত কৰা স্মৃতি-গ্ৰন্থৰ আঁচনি ১৯৬৬ৰ মাৰ্চ্চ মাহতে অসম সাহিত্য সভাৰ কাৰ্য্যনিৰ্ব্বাহক সমিতিয়ে হাতত লয়। আগৰৱালা শতবাৰ্ষিকী উৎসৱৰ ঘাই পদক্ষেপ হিচাপে আগৰৱালাৰ বিভিন্ন দিশৰ ওপৰত এখনি আলোচনা-গ্ৰন্থ যুগুত কৰাৰ ভাৰ দিয়া হয় অধ্যাপক শ্ৰীশশী শৰ্ম্মাৰ ওপৰত। লগে লগে নিউ প্ৰেছৰ গুৱিয়াল ৺আগৰৱালাৰ সুযোগ্য পুত্ৰ শ্ৰীতৰুণ আগৰৱালাৰ লগত আলোচনা কৰি পুথিখনিৰ ছাপা কাৰ্য্য আৰম্ভ কৰা হয়।

কেৱল ‘প্ৰতিমা’ আৰু ‘বীণবৰাগী’ এই দুখন পুথিহে লিখিছিল যদিও অসমীয়া সাহিত্যত ৺আগৰৱালাৰ অৱিহণা লেখতকৈ জোখত অসামান্য বুলি কব পাৰি। এই গৰাকী কবিৰ পূৰ্ব্বপুৰুষ পশ্চিমৰ পৰা আহি অসম সোমাই ইয়াতে ব্যৱসায় কৰি তেজপুৰৰ কলংপুৰত থাকিবলৈ লয়। সেয়েহে ১৮৬৭ৰ ২৮ নৱেম্বৰত এই অসমৰ মাটিতে জন্মলাভ কৰা কৰি চন্দ্ৰকুমাৰ হাড়ে-হিমজুৰে অসমীয়া হৈ পৰিল। দেউতাক ৺হৰিবিলাস আগৰৱালাই প্ৰথম পৰ্য্যায়তে অসমীয়া কীৰ্ত্তন পুথিখন প্ৰকাশ কৰা কথাই আগৰৱালা পৰিয়াল অসমৰ ভাষা, সাহিত্য-সংস্কৃতিৰ প্ৰতি কেনেদৰে গভীৰ ভাৱে আৰু নিষ্ঠাৰে আকৰ্ষিত হৈছিল তাৰ প্ৰমাণ দিয়ে। এই আগৰৱালা পৰিয়ালৰে চন্দ্ৰকুমাৰ, আনন্দচন্দ্ৰ, আৰু ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ অসমৰ সাহিত্য আৰু কলা জগতৰ একোটি পৰম অমূল্য সম্পদৰূপে জিলিকি আছে। অসমীয়া সাহিত্যৰ নৱন্যাস যুগত যেনেকৈ চন্দ্ৰকুমাৰৰ এটি ঐতিহাসিক মূল্য আছে তেনেকৈ আধুনিক প্ৰগতিবাদী অসমীয়া সাহিত্য আৰু কলা-জগতত ৰূপকোঁৱৰো ঐতিহাসিক সত্তাস্বৰূপে প্ৰতিষ্ঠিত। সেয়েহে আগৰৱালা পৰিয়ালক অসমীয়া মাত্ৰেই পাহৰিব নোৱাৰে। কেৱল সেয়ে

নহয় ভাৰতৰ জাতীয় আন্দোলনত এই পৰিয়ালটিৰ বিশেষ বৰঙণি আছে। নিৰ্ভীক জাতীয়তাবাদী চন্দ্ৰকুমাৰ আগৰৱালা আছিল নীৰৱ দেশপ্ৰেমিক, জোনাকী, বাঁহী, সাদিনীয়া অসমীয়াৰ প্ৰতিষ্ঠাতা স্বৰূপে চন্দ্ৰকুমাৰ, ব্যৱসায়ী চন্দ্ৰকুমাৰ আৰু কৰি চন্দ্ৰকুমাৰে যে আন হাতে ভাৰতৰ স্বাধীনতা আন্দোলনত নীৰৱে বৰঙণি যোগাই প্ৰকৃত কৰ্ম্মযোগী হিচাপে আদৰ্শ দিব পাৰিলে ? সেই বিষয়ে হয়তো নিচেই কম সংখ্যক লোকেহে জানে। এই গৰাকী নীৰৱ সাধকে উত্তৰ পুৰুষৰ কাৰণে কি থৈ গল, আজি এশ বছৰৰ বুৰঞ্জীয়ে সিবিলাক সদায় সোঁৱৰাব লাগিছে।

অসম সাহিত্য সভাই কেৱল কৰি মানসৰ পটভূমিতে নহয়, আগৰৱালা প্ৰতিভাৰ সকলো দিশৰ ওপৰত এই আলোচনা গ্ৰন্থখনি উলিৱাত আৱদ্ধ নাথাকি বিস্তৃত কাৰ্য্যসূচীৰে শতবাৰ্ষিকী উৎসৱ পালনৰ বাবে ব্যৱস্থা কৰিছে। এই ক্ষেত্ৰত যিসকলে সাদৰ-সহযোগ আৰু সাহায্য আগব ঢ়াইছে তেখেতসকলক সভাৰ হৈ কৃতজ্ঞতা জনোৱা হ'ল।

৺আগৰৱালাৰ সুযোগ্য পুত্ৰ শ্ৰীতৰুণ আগৰৱালাই পুথিখনি প্ৰকাশ সম্পৰ্কে ছাপাকাৰ্য্যৰ উপৰিও সাজসজ্জা বিষয়তো যথেষ্ট সহায় কৰিছে। তদুপৰি তেখেতে পিতৃদেৱকৰ স্মৃতিত এটি আৱক্ষমূৰ্ত্তি দান দি শতবাৰ্ষিকীৰ কাৰ্য্যসূচী সাফল্যমণ্ডিত কৰি তুলিছে আৰু নিউ প্ৰেছৰ পৰা চন্দ্ৰকুমাৰ আগৰৱালাৰ ৰচনাৱলীও প্ৰকাশৰ সকলো ব্যৱস্থা কৰিছে। সভাৰ হৈ সেয়েহে আগৰৱালা ভাতৃদ্বয় আৰু পৰিয়ালবৰ্গৰ শলাগ লৈছোঁ।

চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট
১৮৮৮ শক

শ্ৰীহৰিপ্ৰসাদ নেওগ
প্ৰধান সম্পাদক
অসম সাহিত্য সভা আৰু
সম্পাদক চন্দ্ৰকুমাৰ আগৰৱালা
শতবাৰ্ষিকী উৎসৱ সমিতি

# আমাৰ কথা

জোনাকী যুগৰ প্ৰাণ-প্ৰতিষ্ঠাপক মানৱতাৰ পূজাৰী চন্দ্ৰকুমাৰ আগৰৱালাৰ জন্ম-শতবাৰ্ষিকী উৎসৱ উপলক্ষে অসম সাহিত্য-সভাই এই স্মৃতিগ্ৰন্থখনি সংকলন আৰু সম্পাদনাৰ দায়িত্ব অৰ্পণ কৰিছিল আমাৰ ওপৰত। দায়িত্ব নিয়াৰিকৈ পালন কৰিছোঁ বুলি কোৱাৰ সাহস আমাৰ নাই, কিন্তু প্ৰবন্ধ বিচাৰি গুণী-জ্ঞানী সাহিত্যিক সমালোচক সকলক হলে যথেষ্ট আমনি দিয়া হল। তথাপিও ইপ্সিত প্ৰবন্ধসমূহ সম্পূৰ্ণকৈ নোপোৱা কাৰণে গ্ৰন্থখনি আশানুৰূপ কৰি তুলিব পৰা নহ'ল। যিসকলৰ অৱিহণাৰে এই গ্ৰন্থ সঙ্কলিত হ'ল, সেই সকললৈ আন্তৰিক শ্ৰদ্ধা জ্ঞাপন কৰিছোঁ আৰু গ্ৰন্থখনি সৰ্ব্বাঙ্গসুন্দৰ কৰি তুলিবলৈ অসমৰ্থ হোৱা কাৰণে নিজৰ অপাৰগতা স্বীকাৰ কৰিছোঁ।

'চন্দ্ৰকুমাৰ আগৰৱালাৰ প্ৰতিভা' প্ৰকাশ হৈ সহৃদয় সাহিত্যামোদী ৰাইজৰ মাজত ওলোৱাৰ মূলতে আছে ৺আগৰৱালাদেৱৰ সুযোগ্য পুত্ৰ শ্ৰীতৰুণকুমাৰ আগৰৱালাদেৱ। তেখেতৰ তৎপৰতা আৰু বদান্যতাৰ কথা আমি চিৰদিন শ্ৰদ্ধাৰে সুঁৱৰিম, — অসম সাহিত্য-সভাই এই মহান পৰিয়ালটিৰ সহায়-সহানুভূতি আবহমান কাললৈ নিশ্চয় পাই থাকিব। ভগৱানে শ্ৰীআগৰৱালাৰ কুশল কৰক !

৺আগৰৱালাৰ আলোক চিত্ৰখন বহু কষ্টেৰে যতনাই দিছে শ্ৰীমতী পদ্মা আগৰৱালাই ( তেজপুৰ ) আৰু ব্লক'ৰ কাৰণে উপযোগী কৰি দিছে নলবাৰীৰ কলিতা ষ্টুদিঅ'ৰ স্বত্বাধিকাৰী শ্ৰীঅৰুণচন্দ্ৰ কলিতাই। আমি দুয়োলৈ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। সাহিত্য সভাই এই মহৎ গ্ৰন্থখনি সম্পাদনা কৰিবলৈ সুযোগ দিয়া কাৰণে, কৰ্মকৰ্তাসকলৰ শলাগ লৈছোঁ। গ্ৰন্থৰ সকলো দোষ-ত্ৰুটী

আৰু ভুলৰ কাৰণে সহৃদয় ৰাইজৰ সমালোচনা আশীৰ্ব্বাদ বুলি শিৰ পাতি ল'ম।

৺চন্দ্ৰকুমাৰ আগৰৱালাদেৱৰ মহান আত্মাৰ প্ৰতি অকুণ্ঠ শ্ৰদ্ধা নিবেদন কৰি ইমানতে আমাৰ বক্তব্য সামৰিছোঁ।

লক্ষ্মীকুটীৰ ঃ নলবাৰী
২৮ নৱেম্বৰ, ১৯৬৭ চন

ইতি—
শ্ৰীশশী শৰ্ম্মা

# সূচীপত্ৰ



চন্দ্ৰকুমাৰ আগৰৱালা

জন্ম ২৮ নবেম্বৰ, ১৮৬৭ — মৃত্যু ২ মাৰ্চ, ১৯৩৮

# स्वर्गत ॰चन्द्रकुमार आग्रवालास्मृतिः

आचार्यश्रीमनोरञ्जन शास्त्रिविरचिता ।

अङ्काष्टसप्तेन्दुमिते शकाब्दे
प्रभाकरे वृश्चिकराशिसंस्थे ।
य आग्रवालोदधिबालचन्द्रो
जातोऽसमे चन्द्रकुमार नामा ॥१॥

जोनाकीं यः प्रथमं सम्पाद्य सम्पदमसमजनतायाः
समपादयदसमीयां साप्ताहिकीमथच दैनिकीम् ॥२॥

तस्य वीणवरागीति कविता जनमानसे ।
प्रतिमाऽप्रतिमा चाऽपि सुचिरं प्रतितिष्ठतः ॥३॥

पाश्चात्यसाहित्यकलास्थ-वैभवं
संयोजयन् प्रागसमीयवाङ्मये ।
प्रावर्त्तयद् यो नवरागरञ्जितं
नवीकृतं किञ्चन काव्यकौशलम् ॥४॥

चिरमसमेऽसमकीर्त्तिमूर्त्तिमान् यो
जनहृदयेषु समेषु सङ्गतः सन् ।
अमृतमितः प्रतिभाप्रभा-प्रसारैः
जयति स चन्द्रकुमार आग्रवालः ॥५॥

---

# প্ৰশস্তি

— বিনন্দচন্দ্ৰ বৰুৱা

জোনাকী যুগৰ জোন সুধাৰ আধাৰ,
চন্দ্ৰ তুমি অন্তৰৰ সুধাৰ নিজৰা,
বোৱাই বচিলা কাব্য প্ৰতিমা সুন্দৰ ;
সেয়ে তুমি খনিকৰ নিপুণ হাতৰ ।
জীৱনত মানুহৰ ক'ত সুখ দুখ,
আশা ভাবসাৰ কত সোণালী সপোন,
সৌন্দৰ্য্যৰ উপাসনা, জীৱন মাধুৰী,
জানি তুমি সকলোৰে শেষ পৰিণতি,
বীণৰ বৰাগী ৰূপে কাব্য জগতত,
সুন্দৰ এপাহি ফুলে বিলালা সৌৰভ ।
মানুহৰ অহাযোৱা বিশ্ব ভাৱনাত,
নিজ প্ৰতিভাৰে তুমি জানা অভিনয়;
তাৰে তুমি গাঁথি মালা পবিত্ৰ নিৰ্ম্মল,
মোহিলা জননী ঢালি অমৃত কাব্যৰ ।
লখিমীৰ হাত ধৰি পৃথিবী গছকি,
বাণীৰ চৰণ সেৱী ঘূৰিলা পুনৰ ।
মানৰে বুজিলে জলে কমলাৰ জ্যোতি,
আমোদিত কৰে যদি বাণীৰ সৌৰভে ।
সুধাৰ আধাৰ চন্দ্ৰ আকাশত জলি —
পবিত্ৰ নিৰ্ম্মল শান্তি ঢালে মৰতত;
চন্দ্ৰ তুমি অন্তৰত সুধা ভাণ্ড লই,
বিলালা পবিত্ৰ প্ৰেম মানৰ হিয়াত ।

---

# বংশ পৰিচয়

— শ্ৰীমহাদেৱ শৰ্ম্মা

আমাৰ দেশত গুণে, জ্ঞানে, ধনে, মান-মৰ্য্যাদাৰে লেখত লবলগা এটা বংশতে কবিপ্ৰাণ চন্দ্ৰকুমাৰৰ জন্ম হৈছিল। ঋষিকল্প পুৰুষ হৰিবিলাস আগৰৱালাদেৱ এখেতৰে পিতৃ। এই বংশৰে লোক ৰায় বাহাদুৰ আনন্দচন্দ্ৰ আগৰৱালাদেৱ এজন খ্যাতনামা প্ৰত্নতাত্বিক আৰু সাহিত্যিক। ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা এই চন্দ্ৰকুমাৰৰে ভতিজাক। চিৰ চেনেহী ভাষা জননীৰ সমৃদ্ধিত বিভিন্ন দিশত সুকীয়াভাবে অবদান যোগানত প্ৰত্যেকেই অপূৰ্ব্ব বৈপ্লবিক। যি কেজন বিশিষ্ট সাহিত্যসেৱীৰ নাম ইয়াত উল্লেখ কৰা হল ইয়াৰ প্ৰত্যেকজনৰে সুকীয়া সুকীয়া গুণত আমাৰ দেশবাসী অকল মুগ্ধই নহয় সিবিলাকৰ কৰ্ত্তব্য পৰায়ণতাৰ কাৰণে সকলোৱেই কৃতজ্ঞতাপূৰ্ণ অন্তৰেৰে শ্ৰদ্ধাশীল! বিশ্লেষণ কৰি চালে দেখা যায় সিবিলাকৰ কৰ্ত্তব্য পৰায়ণতাৰ গুৰি কথা হল, দেশৰ প্ৰতি প্ৰেম, ভাষা জননীৰ অপূৰ্ণতা দূৰীকৰণৰ বাবে প্ৰত্যেকেই নিজ ৰুচি আৰু শক্তিঅনুযায়ী অকপট ভাবে অৰিহণাৰ যোগান! ইবিলাকেই এই গোটেই বংশৰে মৰ্য্যাদাদানকাৰী দ্যোতক স্বৰূপ।

এই বংশৰ আদি পুৰুষজনৰ নাম নওৰংৰাম আগৰৱালা বুলি জনা যায়। ঘৰ আছিল ৰাজপুতনাৰ জয়পুৰ ৰাজ্যৰ অন্তৰ্গত "টাইৰ" নামে এখন গাৱঁত। তেখেতৰ জন্ম ইং ১৮১১ চনত। জয়পুৰৰ পৰা গোটেই পৰিয়ালটো ইং ১৮২১ চনত বিকানীৰ ৰাজ্যৰ চুৰু নামে নগৰলৈ উঠি যায়। তেতিয়া

নওৰংৰাম নাবালক আছিল। তেওঁলোকৰ আৰ্থিক অৱস্থা তেতিয়া ভাল নাছিল। তেনে সময়তে তেওঁৰ পিতৃ হেমৰাজৰ মৃত্যু হয়।

তেতিয়া নওৰংৰামৰ বয়স মুঠে ১৬ কি ১৭ বছৰ। তেওঁৰ ভায়েক দুজন—এজনৰ নাম ৰামলাল আনজনৰ নাম গোলাপচন্দ। এই ভায়েক দুজনক দেশত এৰি থৈ মাকক লগত লৈ নওৰংৰামে ইং ১৮২৯ চনত বিকানীৰৰ চুৰু নগৰ এৰি পূৰ্ব্বদেশৰ ফালে গুচি আহি মুৰ্শিদাবাদ পালে। জনা যায় যে এই মুৰ্শিদাবাদৰ পৰা তেওঁ নাৱৰ 'চাৰণকাৰ' হৈ তাৰেই উজাই আহি গোৱালপাড়া পায়হি। সেই সময়ত গোৱালপাড়া জিলা গোটেই অসম দেশৰে বাণিজ্যৰ কেন্দ্ৰ-স্থল আছিল। সেই সময়ত নামনি অসম ইংৰাজৰ দখললৈ গৈছিল। উজনি অসমত তেতিয়াও আহোমৰ ৰাজত্ব চলি আছিল।

তেতিয়াৰ দিনত উজনি অসমৰ শেষ সীমা আৰু নামনি অসমৰ সীমা আছিল ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে পূবে কচুজান বা চেকেৰাজান আৰু বিহালী লৈ, দক্ষিণ পাৰে ধনশিৰি নৈ লৈকে। তেতিয়া বিশ্বনাথত ইংৰাজৰ পল্টন বথা হেড্-কোৱাৰ্টাৰ (প্ৰধান ঠাই) আছিল।

অসমৰ বাণিজ্য-কেন্দ্ৰ গোৱালপাড়াত ৰতনগড়ৰ পৰা অহা ৰামদিয়াল পোদ্দাৰৰ ফাৰ্ম অৰ্থাৎ ডাঙৰ দোকান আছিল। তাৰে এখন শাখা বিশ্বনাথতো পাতিছিল। গোৱালপাড়া পাই নওৰংৰামে সেই পোদ্দাৰৰ ফাৰ্মত গোমোস্তা হিচাবে সোমায় আৰু সময়ত তেওঁক তাৰ পৰা বিশ্বনাথৰ দোকানলৈ পঠাই দিলে।

এই খিনিতে এটা কথা লিখা আশাকৰোঁ অবান্তৰ নহব। আমাৰ দেশ কলে-কৌশলে ইংৰাজসকলে অধিকাৰ কৰাৰ লগে লগে সিবিলাকৰ প্ৰয়োজনত দুই শ্ৰেণীৰ লোকক আমাৰ



দেশলৈ আনিছিল। প্ৰথম বেপাৰীসকলক; সিবিলাকৰ প্ৰধান কৰ্ত্তব্য আছিল অস্ত্ৰধাৰী ফৌজক ৰচদ্ যোগোৱা। ক্ৰমে যিমান ঠাইত শাসন প্ৰবৰ্ত্তন কৰিবলৈ ধৰিলে সেই সেই ঠাইলৈকে এই ব্যৱসায়ী সম্প্ৰদায়ক লৈ গৈছিল। এই সকলৰ সৰহ ভাগেই আছিল মাৰোৱাৰী সম্প্ৰদায়ৰ। ইবিলাক আহি ইয়াত স্থায়ীভাবেই বসতি কৰিব লগা হৈছিল। দ্বিতীয়তে শাসন কাৰ্য্য চলাবলৈ লাগে ইংৰাজী ভাষাত শিক্ষিত লোক। ইয়াৰ বাবে প্ৰধানতঃ আহিছিল বঙালীবন্ধুসকল। সিবিলাকৰ দেশ আমাতকৈ এশ বছৰৰো আগতে ইংৰাজৰ অধীনলৈ যোৱাত তাত ইংৰাজী শিক্ষাৰ বিস্তাৰ সহজে আমাতকৈ বহু আগতে হৈছিল। সেই লোকসকল আহিছিল মনতে মই বৰ ভাব লৈ। সেই সময়ত আমাৰ দেশ, মানবিলাকৰ অত্যাচাৰত একেবাৰে ধনে-জনে জুৰুলা অৱস্থাত। ইয়াৰে সুযোগত সিবিলাকে আমাৰ দেশত শাসন বিষয়ত ওপৰ হাত পালেই, লগতে আমাৰ ভাষাৰ ওপৰতো মাধ মাৰ সোধাবৰ সুযোগ গ্ৰহণ কৰি উপৰিৱালা ইংৰাজ কৰ্ম্মচাৰীক সহজে বুজালে যে অসমীয়া ভাষা এটা স্বকীয়া ভাষা নহয়, ই বঙ্গালী ভাষাৰ অপভ্ৰংশ মাথোন। গতিকে আমাৰ দেশত অবাধে বঙ্গলা ভাষা চলিল। বহু চেষ্টাৰ পিচত যানিবা ১৯০৪ চনৰ পৰাহে প্ৰকৃততে অসমীয়া ভাষাৰ প্ৰবৰ্ত্তন আমাৰ দেশত হবলৈ ধৰে। লিখা বাহুল্য যি সকললোকৰ আপ্ৰাণ চেষ্টাত আমাৰ ভাষাই স্বাধীকাৰ লাভ কৰিব পাৰিলে তাৰে অন্যতম আছিল--এই চন্দ্ৰকুমাৰ আগৰৱালা।

ওপৰত উল্লেখ কৰামতে এই দুয়ো শ্ৰেণীৰ ভিতৰৰ কোনো কোনো লোকে স্থায়ী ভাবে ইয়াত বসতি কৰিবলৈ লয়। সিবিলাকে মনত কোনো খুকুৰি নৰখাকৈ এই দেশকে নিজৰ বুলি গ্ৰহণ কৰি ইয়াতে বিয়া-বাৰু কৰাই ঘৰ-বাৰী স্থায়ী ভাবে কৰি লৈ বসতি কৰিছিল। স্থায়ী ভাবে বস-বাস কৰিবলৈ লোৱা ব্যৱসায়ী সম্প্ৰদায়ৰ লোকৰ ভিতৰত আলোচ্য আগৰৱালা পৰিয়াল অগ্ৰণী আছিল।

নওৰংৰামে বিশ্বনাথত পোদ্দাৰৰ ফাৰ্মত কিছুদিন কাম কৰি ব্যৱসায়ৰ আও-ভাও বুজি ললে। লগতে বহুতো মানুহৰ লগতো চিনা পৰিচয় হোৱাত মনত বল পালে। তেওঁ কিছুদিন চাকৰি কৰাৰ পিচত কাম ইস্তফা দি নিজে এখন দোকান খুলিলে। বাহিৰৰ পৰা সিমান সহজ যেন দেখা পালেও, সকলোৰে পক্ষে সকলো কাম সমান নহয়। তেওঁ দোকানৰ ফেৰিয়াফেৰিত সবহদিন তিষ্ঠিব নোৱাৰি সেই দোকান তুলি একেবাৰে গমিৰিলৈ উঠি গল।

সেই সময়ত গমিৰি অঞ্চল আহোম স্বৰ্গদেৱসকলৰ ৰাজ্যৰ ভিতৰত। ইংৰাজসকলে তেতিয়াও গোটেই অসমদেশ দখললৈ অনা নাছিল। সেই গমিৰিতে তেওঁ এখন দোকান খোলে। ইং ১৮৩৩ কি ৩৬ চনত এই দোকান খোলে। দোকানৰ হিচাব পত্ৰ ৰখা বহিৰ পৰা এই কথা জনা যায়। সেই ঠাইত আজিও আগৰৱালা পৰিয়ালৰ মাটি-বাৰী আছে। এইবাৰ তেওঁ স্থায়ীভাবে বসতি কৰিবৰ মন মেলিলে আৰু ওচৰৰ ৰাজখোৱা বংশৰ এগৰাকী জীয়াৰীক বিয়া কৰালে। তেওঁৰ নাম আছিল সাদৰী। দেউতাকৰ নাম থুলুক ৰাজখোৱা।

সেই সময়ত অসম ৰজাৰ ৰাজধানী আছিল যোৰহাটত। ৰজাঘৰত মণিৰাম দেওয়ান বৰুৱাৰ প্ৰবল প্ৰতাপ। নওৰংৰামে সময় বুজি এই দেওয়ানৰ লগত চিনা-পৰিচয় হল। তেওঁৰে সহায়ত নওৰংৰাম উত্তৰ পাৰৰ ছয় দুৱাৰৰ ছোৱাতল গড়ৰ পৰা কচুজান বিল আৰু বিহালী নদীলৈকে এই অঞ্চলটোৰ ৰজাৰ কৰ তোলা, হাটখোৱা আদি কামৰ কাৰণে চনদ লৈ এজন বিষয়া ৰূপে নিযুক্ত হয়।

ব্ৰহ্মদেশৰ লগত ইংৰাজৰ ৩য় বাৰৰ যুদ্ধত ব্ৰহ্মদেশ হাৰিল। য়াণ্ডাবুত সন্ধি-পত্ৰ স্বাক্ষৰ হল। সেই সন্ধিমতে গাৰ বলেৰে অৰ্থাৎ আমাৰ দেশ তলতীয়া নথকাতো গোটেই অসম দেশকে ইংৰাজক এৰি দিয়ে। ইংৰাজে গতিকে তেতিয়াৰ



পৰা গোটেই ৰাজ্য লৈয়ো কিছুদিনৰ কাৰণে আহোম ৰাজ বংশৰ কেজনমানক বছৰি পেঞ্চন দিছিল। বুধিয়ক ইংৰাজে বুজিছিল যে হঠাতে যদি সম্পূৰ্ণ ৰাজক্ষমতা হাতত লয় হয়তো কৰবাত কিবা গোলমাল কিম্বা বিদ্ৰোহো হব পাৰে। গতিকে পেঞ্চন দিয়াৰ ছলতে ৰজাক যেন মান্য কৰাৰ ভাও দেখাইছিল। পিচত সেই পেঞ্চন একেবাৰে বন্ধ কৰি দিয়ে।

নতুন ধৰণৰ শাসন প্ৰবৰ্ত্তন কৰিবৰ কাৰণে তেতিয়া একোজন জিলা অধিপতি পাতি তেওঁৰ হাততে সকলো শাসন ক্ষমতা ন্যস্ত কৰি দিছিল। জিলাৰ অধিপতি বীট (Vetch) চাহাবে নওৰংৰামৰ কাম-কাজত উৎসাহ দেখি, পৰিপাটিৰূপে কাম কৰিব পৰা ক্ষমতাৰ গম পাই তেওঁক গমিৰি, ৰাংচালী আৰু বেঙ্গাবাৰী (বৰ্ত্তমান বৰঙ্গাবাৰী) এই তিনি খণ্ডৰ মৌজাদাৰ পাতিলে। মৌজাদাৰ হোৱাৰ পিচত তেওঁ কলংপুৰৰ চাৰিখেলীয়াৰ লক্ষ্মী শইকীয়াৰ ভনীয়েক সোণপাহীক ২য়া পত্নীৰূপে গ্ৰহণ কৰে। সেই সময়তে তেওঁ লক্ষীমপুৰ, ডিব্ৰুগড় আদি কেইবাঠাইতো দোকান খুলি তালৈ দেশৰ পৰা দুজন সৰু ভায়েকক আৰু কেইবাজনো আত্মীয় মানুহক অনাই সেই দোকানবোৰৰ কামত লগাই দিছিল। গতিকে এতিয়া তেওঁৰ প্ৰতি ভাগ্য সুপ্ৰসন্নহে উঠিল। দেশত সকলো মানুহৰ মাজত খ্যাতি লাভ কৰিলে। এতিয়া চৰকাৰ পক্ষৰো নজৰত পৰাত তেওঁ গভৰ্ণমেণ্টৰ পল্টনবোৰৰ ৰচদ পাতি যোগাবৰো হুকুম পাইছিল। এই কাম বৰ লাভজনক আছিল।

নওৰংৰামৰ প্ৰথমা পত্নী গমিৰিৰ ৰাজখোৱা বংশৰ থুলুক ৰাজখোৱাৰ ভনীয়েক ছাহুৰী বা সাদৰীৰ দুটি লৰা আৰু এজনী ছোৱালীৰ জন্ম হয়। তেওঁৰ প্ৰথম লৰা বাপিৰাম বা হৰিবিলাস আগৰৱালা, দ্বিতীয় থানুৰাম আগৰৱালা। ছোৱালী জনীৰ নাম আছিল কেটেউ।

তেওঁৰে দ্বিতীয়া পত্নী নেওগৰ ঘৰৰ জীয়াৰী-সোণপাহী। তেওঁৰ গৰ্ভত কাশীৰামৰ জন্ম হয় ইং ১৮৪৭ চনত বৰঙ্গাবাৰীৰ নিজ ঘৰত। তেওঁ কলংপুৰ মৌজাৰ মৌজাদাৰ আছিল। ১৮৯৯ চনত সেই বৰঙ্গাবাৰীতে তেওঁৰ মৃত্যু হয়। এই কাশীৰামৰো দুজনী ভাৰ্য্যা আছিল। প্ৰথম জনী ৰাধিয়া। তেওঁৰ গৰ্ভত তিনজন লৰা জন্ম হয়,- ১ম মহেশ্বৰ, ২য় জন আনন্দচন্দ্ৰ আগৰৱালা, ৩য় জন কমল চন্দ্ৰ। এই আনন্দচন্দ্ৰ আগৰৱালা এজন খ্যাতিমান লোক আছিল। অসমীয়া ভাষা-সাহিত্যত তেওঁৰ অবদান প্ৰচুৰ। গোৱালপাড়া জিলাত অসমীয়া ভাষা চুনাই প্ৰবৰ্ত্তন কৰা কথাতো তেওঁৰ যত্ন প্ৰশংসনীয় আছিল। চৰকাৰৰ ঘৰতো ৰায় বাহাদুৰ উপাধী লাভ কৰিছিল। তেওঁ পুলিচ বিভাগত তলৰ খাপৰ চাকৰিত সোমাই ওলাবৰ সময়ত ৰায় বাহাদুৰ উপাধীৰে সৈতে পুলিচ চুপাৰিণ্টেণ্ডেণ্ট হিচাবে অবসৰ লাভ কৰে। তেতিয়াৰ দিনত এনে চাকৰি পোৱা বৰ টান আছিল।

দ্বিতীয়া গৰাকী ভাৰ্য্যাৰ নাম আছিল শয়নী। তেওঁৰ গৰ্ভত তিনি জনী ছোৱালী, ফুলেশ্বৰী, পদ্মেশ্বৰী আৰু তিলৰী আৰু তিনি পুত্ৰ, ধনেন্দ্ৰ, বীৰেন্দ্ৰ আৰু ৰাজেন্দ্ৰৰ জন্ম হয়।

আগতে উল্লেখ কৰা হৈছে যে নওৰংৰামৰ প্ৰথমা ভাৰ্য্যাৰ গৰ্ভত প্ৰথম লৰা হৰিবিলাসৰ জন্ম হয়। এওঁ সময়ত তেজপুৰত এজন আগ শাৰীত থাকি সকলো ৰাজহুৱা কামত আগভাগ লৈছিল। এই জনা পুৰুষৰ প্ৰেৰণাত মোৰ পিতৃদেৱে নৰ্ম্মাল স্কুলৰ পণ্ডিতৰ চাকৰি এৰি ব্যৱসায় ক্ষেত্ৰত ধৰি উন্নত হব পাৰিছিল। "অসম বন্তি" কাকতৰ যাবতীয় দায়িত্ব লৈ সম্পাদক পৰ্য্যন্ত হৈ কাম কৰিছিল আৰু শেহত যোগ্য পাত্ৰ স্বনামধন্য ৺পদ্মনাথ গোহাঁই বৰুৱাৰ হাতত "অসম বন্তি প্ৰেছ আৰু ঘৰ" স্বেচ্ছাই দান কৰি এটি মাথোন স্বৰ্ত্ত দিছিল যে "মোৰ জীৱিত কালত "বন্তি" জীয়াই থাকিব লাগিব। তাৰ পিচত মোৰ উত্তৰাধিকাৰীৰ কোনো স্বত্ব নেথাকে।" এইদৰে পিতৃদেৱেই গোহাঁই বৰুৱাক চাকৰিৰ পৰা ইস্তফা দি ওলাই আহিবলৈ সহায় কৰিছিল। হৰিবিলাস আগৰৱালাদেৱে নিজে শঙ্কৰ-মাধৱদেৱৰ কীৰ্ত্তন, দশম, ঘোষা, ৰত্নাৱলী প্ৰভৃতি পুৰণি পুথিবোৰ ছপাই অসমীয়া সাহিত্যই নিজৰ ঠাই অধিকাৰ কৰাত সমল যোগাইছিল।



তেওঁৰে দ্বিতীয় পুত্ৰ চন্দ্ৰকুমাৰ আগৰৱালা। এই কবিপ্ৰাণ আগৰৱালা "জোনাকী" যুগ প্ৰবৰ্ত্তক ত্ৰিমূৰ্ত্তিৰ অন্যতম—আন দুজন হল অভিন্নহৃদয় ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱা আৰু লগৰীয়া বন্ধু প্ৰত্নতাত্বিক পণ্ডিত হেমচন্দ্ৰ গোস্বামী। "জোনাকী" খন আগৰৱালাদেৱৰ দায়িত্বত আৰু আৰ্থিক সাহায্যত প্ৰকাশিত হৈছিল। এইটো স্বীকাৰ কৰিব লাগিব যে সেই যুগৰ কৰ্ম্মীসকলৰ মুখপত্ৰ হিচাবে প্ৰকাশিত "জোনাকীৰ" প্ৰভাৱতে অসমীয়া ভাষা সাহিত্যৰ লুপ্ত গৌৰৱ পুনৰ উদ্ধাৰ পাইছিল।

হৰিবিলাস আগৰৱালাৰ ভাৰ্য্যা মলমাৰ গৰ্ভত প্ৰথম সন্তান বিষ্ণুপ্ৰসাদ আগৰৱালা, ২য় আগতে লিখা চন্দ্ৰকুমাৰ আগৰৱালা, ৩য়—পৰমানন্দ আগৰৱালা, ৪ৰ্থ—কৃষ্ণপ্ৰসাদ আগৰৱালা, ৫ম—যজ্ঞেশ্বৰী (কন্যা) ৬ষ্ঠ—গোপালচন্দ্ৰ আগৰৱালা।

থানুৰাম আগৰৱালাৰো ভাৰ্য্যা দুগৰাকী,- প্ৰথমা পুনিতা ২য়া—জোনাকী। পুনিতাৰ গৰ্ভত — দিব্যেশ্বৰী, বানেশ্বৰ, দীনেশ্বৰ আৰু খগেশ্বৰ আগৰৱালাৰ জন্ম হয়। এই খগেশ্বৰ আগৰৱালাও কলংপুৰ মৌজাৰ মৌজাদাৰ আছিল। জোনাকীৰ গৰ্ভত—যজ্ঞেশ্বৰ আৰু সোণধনৰ জন্ম হয়।

চন্দ্ৰকুমাৰ আগৰৱালাদেৱৰ জন্ম হয় ইং ১৮৬৭ চনৰ, ২৮ নবেম্বৰত। তেখেতে গোলাঘাটৰ দণ্ডধৰ বৰুৱাদেৱৰ প্ৰথমা কন্যা মুক্তাপ্ৰভাক বিয়া কৰায়। তেখেতৰ লৰা তিনিজন জন্ম হয়ঃ—(১) নবীনকুমাৰ আগৰৱালা (২) ৺অৰুণ কুমাৰ (৩) তৰুণ কুমাৰ আগৰৱালা।

শেষ বয়সতো এই চন্দ্ৰকুমাৰ আগৰৱালাদেৱেই পোনতে ডিব্ৰুগড়ৰ পৰা "অসমীয়া" সাপ্তাহিক কাকতখন প্ৰকাশ কৰে। তেতিয়া আমাৰ ভাষাত লেখত লবলগীয়া কাকত মাথোন এইখনেই আছিল। কি দৃঢ় মনোবলেৰে তেখেতে এই কাকত পৰিচালনা কৰিছিল ভাবিলে স্তম্ভিত হব লাগে।

গুৱাহাটীত চন্দ্ৰকুমাৰৰ নশ্বৰ দেহা ত্যাগ হয় ইং ১৯৩৮ চনৰ ২ মাৰ্চ্চ তাৰিখে।

স্মৰণ নকৰি নোৱাৰি যে এই বংশৰে আন এটি ৰত্ন ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ। তেওঁৰ সাহিত্য আৰু শিল্পকলাৰ অতুলনীয় অবদানেই অকল নহয়, ৰাজনীতি ক্ষেত্ৰতো তেওঁৰ অবদান যথেষ্ট আৰু অশেষ প্ৰশংসনীয়। তেওঁ পৰমানন্দ আগৰৱালাৰ পুত্ৰ আছিল।

আচৰিত হব লগা কথা, দূৰ ৰাজস্থানৰ পৰা এই পৰিয়ালটো আহি একে পুৰুষতে আমাৰ মাজত মিলি গৈ সকলো ক্ষেত্ৰতে একেবাৰে আগ শাৰীত ঠাই পাবৰ যোগ্যতা লাভ কৰি চিৰকলীয়া খ্যাতি অৰ্জ্জন কৰিব পাৰিলে !

---

# চন্দ্ৰকুমাৰক যেনেকৈ জানোঁ

পদ্মধৰ চলিহা

ভাটীৰ পৰা আহি অসমৰ জল-বায়ু, ভাষা সংস্কৃতিৰ লগত একেবাৰে মিলি যোৱা পৰিয়ালৰ ভিতৰত আগৰৱালা পৰিয়ালে নিশ্চয় আগশাৰীত ঠাই পাব। অসমীয়া সম্ভ্ৰান্ত পৰিয়ালৰ জীয়াৰীৰ লগত বিবাহ সূত্ৰত আৱদ্ধ হোৱাত সম্বন্ধ আৰু অধিক নিবিড় হৈ পৰিল। চন্দ্ৰকুমাৰৰ দেউতাক হৰিবিলাস আগৰৱালাই পোন প্ৰথমতে মহাপুৰুষ শঙ্কৰদেৱৰ অমৰ গ্ৰন্থ কীৰ্ত্তন পুথি প্ৰকাশ কৰি পোহৰলৈ উলিয়ায়। অসমীয়া সাহিত্যলৈ যোগোৱা আগৰৱালা পৰিয়ালৰ বৰঙণি বহুমূলীয়া। চন্দ্ৰকুমাৰৰ কবিতা পুথি 'প্ৰতিমা' আৰু 'বীন বৰাগী'ত তেওঁৰ গভীৰ চিন্তাশীলতা, সূক্ষ্ম অনুভূতি আৰু জ্বলন্ত স্বদেশপ্ৰেম সুন্দৰকৈ ফুটি ওলাইছে। অসমীয়া নৱন্যাস যুগৰ লক্ষ্মীনাথ বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামী, পদ্মনাথ গোহাঁইবৰুৱা, বেণুধৰ ৰাজখোৱা আদিৰ দৰে চন্দ্ৰকুমাৰো অন্যতম প্ৰৱৰ্ত্তক। কলিকতীয়া ছাত্ৰ হৈ থকা কালতে তেওঁ 'জোনাকী' আলোচনীৰ সম্পাদকৰ দায়িত্ব লৈ তাক সুচাৰুৰূপে পালন কৰে। বেজবৰুৱাৰ লগত তেওঁৰ যুগমীয়া বন্ধুত্ব স্থাপন হয়। দুয়ো যথাৰ্থতে আছিল হৰিহৰাত্মা। জাতীয়তাবাদী নিৰ্ভীক বাতৰি কাকতৰ অভাৱ পূৰণ কৰিলে চন্দ্ৰকুমাৰে। পুলিচ বিভাগৰ নীৰস কামত থাকিও ভাষা জননীৰ বেদীত অতি শুৱলা ভাব ভাষাৰ কবিতাৰ নৈবেদ্য যাচিলে আনন্দচন্দ্ৰ আগৰৱালাই। পৰমানন্দ আগৰৱালাও আছিল সাহিত্যানুৰাগী আৰু স্বদেশ প্ৰেমিক। তেওঁৰ ঔৰসত আৰু বলিয়াঘাটৰ তিৰু কাকতীৰ পৰিয়ালৰ জীয়ৰী কিৰণময়ী (ওৰফে বিমান)ৰ গৰ্ভত জন্ম হ'ল সঙ্গীত সংস্কৃতিৰ একনিষ্ঠ সাধক অমৰ শিল্পী জ্যোতি প্ৰসাদৰ।

চন্দ্রকুমাৰৰ নাম স্কুলীয়া ছাত্রাৱস্থাতে শুনিছিলোঁ। তেওঁৰ মাধুৰী, সীতা-সৰমা, মানৰ বন্দনা, বীন বৰাগী আদি কবিতা গোটাদিয়েক পঢ়ি আৰু আবৃত্তি কৰিও বৰ সোৱাদ পাইছিলোঁ। মানুহজন চাবলৈ আৰু তেওঁৰ সান্নিধ্যত আহিবলৈ বৰ হেঁপাহ আছিল। যথাসময়ত সেই সোণাময় ছেগ মিলিল।

১৯২২ চনৰ পৰা মই ডিব্রুগড় আদালতত ওকালতী কৰিবলৈ আৰম্ভ কৰিলোঁ। ভাড়া কৰিলোঁ শান্তিপাৰাৰ এটি ঘৰ। তেতিয়া চন্দ্রকুমাৰ আছিল খলিহামাৰীৰ ডাঙৰ বঙলাত। তাৰ পৰাই আগৰৱালা পৰিয়ালৰ তামোলবাৰী বাগিচা পৰিচালনা আৰু তত্ত্বাৱধান কৰিছিল। মাজেসময়ে তেওঁক দেখা কৰিবলৈ যাওঁ আৰু তেওঁৰ ঘনিষ্ঠ সান্নিধ্যত আহিবলৈ সুযোগ পাওঁ। শ্বেতকায়, চুটি চাপৰ, গহীন গম্ভীৰ সৌম্য মূৰ্ত্তিয়ে মনত দকৈ সাঁচ বহুৱাইছিল। তেওঁৰ লগত সাহিত্য, ৰাজনীতি আদিৰ আলোচনা কৰিও আনন্দ লভিছিলোঁ। ডিব্রুগড়তে তেওঁ স্থিৰ কৰিলে তাত বহুৱা ছপাশালৰ পৰা 'অসমীয়া' নামৰ সাদিনীয়া বাতৰি কাকত এখন উলিয়াবলৈ। পোন প্রথম সম্পাদকৰ বাব দিলে বয়োবৃদ্ধ শিক্ষাবিদ ৺ মহেশ্বৰ বৰুৱাক। কিন্তু চন্দ্রকুমাৰেই সকলো দিহা-পৰামৰ্শ দি আছিল। এদিন ৰাতিপুৱা শুনিলোঁ চন্দ্রকুমাৰৰ মাজিউ পুতেক অৰুণকুমাৰে কিবা গুপুত কাৰণত ডিঙিত চিপজৰী লগাই আত্মহত্যা কৰিলে। বাতৰিটো পাই বিনা মেঘে বজ্রাঘাতৰ নিচিনা লাগিল। বাইচাইকেল লৈ এজন বন্ধুৰে সৈতে ওলালোঁগৈ চন্দ্রকুমাৰৰ খলিহামাৰীৰ বাস ভৱনত। আমি ভাবিছিলোঁ বুঢ়া বয়সত এই দাৰুণ সন্তাপ পাই চন্দ্রকুমাৰ নিশ্চয় অতি বিহ্বল আৰু কাতৰ হৈছে। কিন্তু গৈ দেখোঁ তেওঁ বঙলাৰ বাৰান্দাত তহল দি নিৰ্ব্বিকাৰ চিত্তেৰে আছে। মোক দেখি 'অ' চলিহা আহাঁ' বুলি সাদৰে মাতিলে। আমি সমবেদনাসূচক কথা কবলৈ নৌপাওঁতেই তেওঁ শ্রীমদ্ ভাগৱত গীতাৰ স্তোত্র কিছুমান গাই আমাক হে বুজনি দিবলৈ ধৰিলে। লগতে ক'লে, "সি যদি আমাক এৰি গুচি যাবলৈ সঙ্কোচ বোধ নকৰিলে তাৰ কাৰণে বেজাৰ কৰিলে কি হ'ব ?" মানুহজনৰ ধৈৰ্য্য, মনোবল আৰু আধ্যাত্মিক শক্তি দেখি বিস্মিত হলোঁ; আৰু ভক্তি-ভাৱত শিৰ দোঁৱালোঁ। চন্দ্রকুমাৰৰ আৰু দুটি সন্তান জীৱিত থাকিল—নবীন আৰু তৰুণ। চন্দ্রকুমাৰ আছিল প্রকৃত স্থিতপ্রজ্ঞ। গীতাৰ মহৎ আদৰ্শ তেখেতৰ নিজ জীৱনতে প্রতিফলিত কৰিছিল।



চন্দ্রকুমাৰৰ লগতে আছিল তেওঁৰ ভতিজাক ধীৰেন আৰু মাজে সময়ে থাকেহি জ্যোতি প্রসাদ। তামোলবাৰী বাগিচাত কিছুকাল আছিল কৃষ্ণ আগৰৱালা। তামোলবাৰী বাগিচা অসমৰ ভিতৰত এখন লেখত লবলগীয়া চাহ-বাগান। তাত প্রস্তুত হোৱা ভিন ভিন ধৰণৰ চাহৰ পেকেট প্রচুৰ পৰিমাণে অসমৰ বাহিৰেও দূৰ দূৰণিত সমাদৃত হৈছিল। বাতৰি কাকতত তাৰ বিজ্ঞাপন চন্দ্রকুমাৰ আৰু বেজবৰুৱাৰ ভাষাৰে অতি আকৰ্ষণীয় ভাবে চাৰিউফালে প্রচাৰিত হৈছিল এইবুলি— "তামোলবাৰীৰ তামোল নহয়, তামোলবাৰীৰ চাহ। খাই সকলোৱে কবে আঃ, আঃ আঃ।।"

ডিব্রুগড়ত থাকোঁতেই চন্দ্রকুমাৰে অসমৰ এটি ডাঙৰ অভাৱ মোচন কৰিবলৈ দৃঢ় প্রতিজ্ঞ হৈ আসাম প্রিণ্টাৰ্চ্ এণ্ড পাব্লিৰ্চাৰ্চ্ নামেৰে এটি লিমিটেড কোম্পানী প্রতিষ্ঠা কৰি তাৰ জৰীয়তে "অসমীয়া" নামৰ এখনি সাদিনীয়া বাতৰি কাকত উলিয়াবলৈ স্থিৰ কৰিলে। ব্যৱসায় হিচাবেও যাতে উক্ত প্রতিষ্ঠানটো আৰু কাকতখনি সমৃদ্ধিশালী হয় তাৰ ব্যৱস্থাও উদ্ভাৱন কৰিলে তীক্ষ্ণবুদ্ধি সম্পন্ন চন্দ্রকুমাৰে। "অসমীয়া" নিয়মিত ভাবে সপ্তাহে সপ্তাহে ওলাই দেশত নৱজাগৰণৰ সৃষ্টি কৰিলে। ১৯২১ চনত মহাত্মা গান্ধীয়ে অসম ভ্রমণ কৰোঁতে ডিব্রুগড়ত চন্দ্রকুমাৰৰ খলিহামাৰীৰ ঘৰতে তেখেতক ৰাখি সেৱা শুশ্রূষা কৰাৰ যুগুত দিহা কৰা হ'ল। গান্ধীজীৰ সংস্পৰ্শত আহি চন্দ্রকুমাৰৰ ভাব-গতি আৰু চিন্তা-

ধাৰাৰ আচৰিত পৰিবৰ্ত্তন ঘটিল। মহাত্মা প্ৰৱৰ্ত্তিত অসহযোগ আন্দোলন, স্বদেশী প্ৰচাৰ আদিৰ প্ৰতি চন্দ্ৰকুমাৰ খুব আকৃষ্ট হ'ল। তেওঁ বিদেশী বস্ত্ৰ আদি বৰ্জ্জন কৰি নিজেও নিয়মিত ভাবে নিভাঁজ খদ্দৰৰ কুৰ্ত্তা, পাইজামা পিন্ধিবলৈ আৰম্ভ কৰিলে। ঘৰৰ খিড়িকী দুৱাৰবোৰো সুশোভিত কৰিলে খদ্দৰৰ ধুনীয়া পৰ্দ্দাই। 'অসমীয়া' কাকতো পৰিণত হ'ল সম্পূৰ্ণ জাতীয়তাবাদী আৰু স্বাধীনতা সংগ্ৰামৰ বাণী প্ৰচাৰক কাকতত।

এইদৰে সময় টিলিকি মাৰি যাবলৈ ধৰিলে। ডিব্ৰুগড়ৰ পৰা প্ৰকাশ আৰু প্ৰচাৰ কৰাত অসুবিধা দেখি গুৱাহাটীলৈ ছপাশাল আৰু 'অসমীয়া' কাকত স্থানান্তৰিত কৰিবলৈ চন্দ্ৰকুমাৰে সিদ্ধান্ত কৰিলে। নগৰৰ পৰা প্ৰায় আঢ়ৈ মাইল আঁতৰৰ হাবি-জঙ্গল বনৰীয়া জন্তুৰে পৰিপূৰ্ণ খাৰঘুলি পাহাৰত 'নিউ প্ৰেছ' নামাকৰণেৰে ছপাশাল থিতাপি কৰা হ'ল। তাৰ পৰাই 'সাদিনীয়া অসমীয়া' ওলাবলৈ ধৰিলে। লক্ষ্মী নাথ ফুকন, অমিয়কুমাৰ দাস, জ্যোতি আগৰৱালা, মোহন মহন্ত আদি এজন এজনকৈ সম্পাদক হ'ল। কিন্তু কোনো জনেই সৰহ দিন তিষ্ঠিব নোৱাৰিলে। সেই সময়ত বেজ বৰুৱাই সম্বলপুৰত কাঠৰ ব্যৱসায় কৰিছিল। আৰু তাৰ পৰাই তেওঁৰ জনপ্ৰিয় আলোচনী 'বাঁহী' প্ৰকাশিত হৈছিল। কিন্তু তাত বিশেষ আহুকাল পাই তেওঁৰ অন্তৰঙ্গ বন্ধু চন্দ্ৰকুমাৰ ( মাজিউ ) ক জনোৱাত চন্দ্ৰকুমাৰে নিউ প্ৰেছৰ পৰাই 'বাঁহী' প্ৰকাশ কৰিবলৈ গাত ল'লে।

১৯৩০।৩১ চনত আইন অমান্য আন্দোলন ভাৰতত তথা অসমত প্ৰবল প্ৰকোপেৰে চলিছিল। হাজাৰ হাজাৰ নৰ-নাৰীয়ে মহাত্মাৰ আহ্বানত আন্দোলনত জঁপিয়াই পৰিছিল। ওকালতী ব্যৱসায় কৰা অনেকেই ওকালতী বৰ্জ্জন কৰি স্বাধীনতা যুদ্ধৰ সৈনিক শ্ৰেণীত ভুক্ত হৈছিল। মই তেতিয়া শিৱসাগৰত 'শিৱসাগৰ বিদ্যাপীঠ' নামৰ এটি জাতীয় শিক্ষা



প্ৰতিষ্ঠান খুলি তাৰ সম্পাদকৰ দায়িত্ব লৈ আছিলোঁ। প্ৰধান শিক্ষক আছিল স্বদেশ প্ৰাণ ডেকা সোণাৰাম দত্ত। তেনেতে এদিন ডাকত এখন চিঠি পাই খুলি দেখিলোঁ স্বনামধন্য চন্দ্ৰ-কুমাৰ আগৰৱালাৰ চিঠি। অতি সন্তৰ্পণে পঢ়ি চালোঁ। পঢ়ি দেখিলোঁ সাদিনীয়া আৰু তিনদিনীয়া "অসমীয়া" কাকতৰ সম্পাদকৰ বাব লবলৈ এই অভাজনলৈ তেখেতৰ সাদৰ আহ্বান।

মই বিষম সমস্যাত পৰিলোঁ। তেতিয়া শিৱসাগৰত ওকালতী ব্যৱসায়ত আছোঁ। তাতে অতি যত্নেৰে 'শিৱসাগৰ বিদ্যাপাঠ'খন প্ৰতিষ্ঠা কৰি পৰিচালনা আৰু শিক্ষকতা কৰি আছোঁ। কিন্তু সাংবাদিকতাৰ প্ৰতিও আগৰ পৰা মোৰ এটা আছিল ডাঙৰ মোহ। গতিকে এনে এটা সোণাময় ছেগ পাইও তাৰ সুযোগ নোলোৱাটো ভুল হ'ব বুলি ভাবিলোঁ। পিতৃদেৱতাৰ অবিহনে কুলধৰ ককাইদেৱ আমাৰ পৰিয়ালটোৰ বৰ মূৰীয়া। গতিকে তেখেতৰ পৰামৰ্শ খুজি যোৰহাটলৈ চিঠি এখন দিলোঁ। তেখেতে এই বুলি উত্তৰ দিলে যে দেশত যেতিয়া তুমুল স্বাধীনতাৰ সংগ্ৰাম চলি আছে তেতিয়া ওকা-লতী কৰি অনাহকত সময় কটোৱাতকৈ এখন জাতীয়তাবাদী কাকতৰ সম্পাদক হৈ পৰিচালনা কৰাটোহে অধিক বাঞ্ছনীয়। আগৰৱালালৈ কামৰ চৰ্ত্ত আদি সুধি চিঠি দিলোঁ। তেখেতে লিখিলে তিনি বছৰৰ চুক্তি। দৰ্ম্মহা প্ৰথমতে এশ টকা (সেই সময়ত এশ টকাৰ মূল্য আজি-কালিৰ পাঁচ শ টকাৰ সমান)। সৰু ককাইদেউৰ পৰামৰ্শ অনুসৰি মই সম্মতিসূচক চিঠি দিলোঁ।—১৯৩১ চনৰ পৰা ৩৪ চনলৈকে সম্পাদকৰ কাম কৰিবলৈ। ঘৰত লৰা-তিৰোতা এৰি, টালি-টোপোলা বান্ধি আৰু বিদ্যাপাঠখন সোণাৰাম দত্তক গতাই দি গুৱাহাটীলৈ ৰাওনা হলোঁ। উজানবজাৰত চন্দ্ৰকুমাৰ আগৰৱালাৰ ঘৰৰ কাষতে মহিবুদ্দিন আহ্মদ ই, এ, চি, ৰ ভাড়া ঘৰ এটাকে ঠিক কৰি লৰা-তিৰোতাও যথা সময়ত তালৈকে আনিলোঁ। আগৰৱালাক দেখা কৰি কামত ভৰ্ত্তি হলোঁ। তেখেতে আনন্দ প্ৰকাশ কৰিলে।

তেতিয়া নিউ প্ৰেছৰ মেনেজাৰ আছিল শ্ৰীখগেন্দ্ৰনাথ দত্ত, প্ৰিণ্টাৰ আছিল পূৰ্ণকাকতি, আৰু কাকতৰ সহ-সম্পাদক আছিল কমাৰকুছিৰ দক্ষ বৰুৱা, পিচত যোগেন বৰকাকতী আৰু হৰেন বৰুৱা। তেওঁলোকৰ সহায় সহযোগিতা মোৰ ঘাই সমল হ'ল। দক্ষ বৰুৱা প্ৰুফ্ আদি চোৱাত অতি সুদক্ষ আছিল। 'তিন দিনীয়া অসমীয়া'ৰ তেতিয়া গ্ৰাহকৰ সংখ্যা নিচেই তাকৰ আছিল, মাত্ৰ পাঁচ শ মান। মই সংকল্প কৰিলোঁ কাকতখন অধিক জনপ্ৰিয় আৰু আকৰ্ষণীয় কৰি গ্ৰাহক বঢ়াবলৈ। দুমাহমানৰ ভিতৰতে গ্ৰাহক প্ৰায় তিনি চাৰি হেজাৰ হ'ল। আগৰৱালাই উজানবজাৰৰ ঘৰৰ পৰাই সকলো দিহা পৰামৰ্শ দি থাকে। তেখেত নিজে এদিনো প্ৰেছলৈ যোৱা নেদেখিলোঁ।

কাকতখনিৰ কাম কৰোঁতে যদিও অশেষ কষ্ট আৰু অসুবিধা ভোগ কৰিবলগীয়া হৈছিল, সেই সকলো হেলাৰঙে মূৰপাতি কৰ্ত্তব্যত ৰত হলোঁ। পৰিয়াল লৈ থকা মেলাৰ ভয়ানক অসুবিধা। কৰবাত ঘৰ এটা ভাড়া কৰি-লেও কেদিনমানৰ পিছতে এৰি দিব লগা হয়। ইটোৰ পৰা সিটো ঘৰলৈ বাগৰি ফুৰোঁ। কোমল বয়সীয়া লৰা-তিৰোতা এৰি কোনো দিনা নিশা ১২।১ বজালৈকে ২½ মাইল দূৰৰ পাহাৰৰ মাজত কাম কৰি থাকিব লগা হয়। সেই সময়ত বাল্য-বন্ধু আৰু সহপাঠী ৺হৰনাথ বৰুৱা, অনুজপ্ৰতিম ৰাধানাথ হাজৰিকা আৰু সমাজ সেৱক সুহৃদবৰ সমুদ্ৰ পাঠকৰ সহায় সহানুভূতি নোপোৱা হ'লে মই বিষম বিপদত পৰিলোঁ-হেতেন। এইদৰে দুঃখে-কষ্টে কাকতৰ কাম কৰি আছোঁ। এনেতে আগৰৱালা ডাঙৰীয়াৰ পৰা এখন চিঠি পাই মূৰতে সৰগ পৰা দৰে পৰিল। তেখেতে লিখিলে, 'প্ৰেছৰ অৱস্থা ভাল নোহোৱা বাবে অহা মাহৰ পৰা তোমাৰ দৰ্মহা এশৰ ঠাইত ৭৫৲ কৰা হ'ল।' মই ভাবিলোঁ। এম-এ, বি-এল উপাধিধাৰী হৈও তেখেতৰ আমন্ত্ৰণক্ৰমে মাত্ৰ এশ টকা



দৰ্মহাত তিনি বছৰৰ কাৰণে চুক্তি কৰি আনি, মই ইমান প্ৰাণপণে কাকতখনৰ উন্নতিৰ কাৰণে যত্নপৰ হোৱাতো, দৰ্মহা বঢ়াওক ছাৰি কমোৱাটো নিতান্ত হৃদয়হীনতা আৰু অকৃতজ্ঞতাৰ চিন। গতিকে পদত্যাগ কৰাৰ বাহিৰে অন্য উপায় নাই। পিছদিনা ৺কুলধৰ ককাইদেউলৈ এখন চিঠি দিলোঁ মতামত বিচাৰি। তেখেতে উত্তৰ দি পঠালে বৰ্ত্ত-মান পৰিস্থিতিত কাম এৰা ভুল হব। গতিকে সম্প্ৰতি Stick কৰাই শ্ৰেয়ঃ। মইও কাকতখনৰ মায়া এৰিবলৈ টান পালোঁ। আকৌ ভাবিলোঁ আগৰৱালাৰ ব্যৱসায়-বুদ্ধি অতি তীক্ষ্ণ; সি মায়া-মমতাৰ বাহিৰ। মই আৰু ভাবিলোঁ মানৱতাৰ পূজাৰী 'মানৱ-বন্দনা'ৰ ৰচক এজন কবিয়ে যি চৈতন্যদেৱৰ আৰ্হিৰে 'মানুহেই দেৱ মানুহেই সেৱ, মানুহ বিনে নাই কেৱ' আৰু 'জয় জয় মানৱদেৱ' বুলি লিখিব পাৰে, তেনে এজন লোকৰ পক্ষে এজন কৰ্ত্তব্য পৰায়ণ তলতীয়া কৰ্ম্মচাৰীৰ প্ৰতি তেনে আচৰণ কৰাটো কেনেকৈ সম্ভৱপৰ হ'ল। বহুত ভাবি-চিন্তি পালোঁগৈ - তেখেতৰ মৰমৰ কাকতখন জীয়াই ৰাখিবলৈকে তেখেতে নিৰ্ম্মম ইকনমি বা মিতব্যয়িতাৰ কঠোৰ পন্থা অৱলম্বন কৰিবলৈ বাধ্য হৈছে। ভাবিলোঁ— চন্দ্ৰকুমাৰৰ অন্তৰত কবি-সুলভ কোমলতা আৰু ব্যৱসায়ী সুলভ কঠোৰতা দুয়োটা বিপৰীত গুণৰে প্ৰভাৱ আছে। তেখেতৰ ওচৰলৈ গৈ মোৰ আহুকালৰ কথা জনোৱাত তেখেতে হিচাব-পত্ৰ দেখুৱাই বুজাই ক'লে— কাকতখন মৰিবলৈ নিদিবা —তুমি স্বাৰ্থত্যাগ কৰি হলেও কাম কৰি থাকাঁ। অগত্যা কামত লাগি থাকিলোঁ। কিন্তু মোৰ উৎসাহ-উদ্যম অলপো কমিবলৈ নিদিলোঁ।

সাহিত্যৰথী বেজবৰুৱাই সম্বলপুৰৰ পৰা 'বাঁহী' আলোচনীৰ প্ৰবন্ধাদি চাই-চিতি সম্পাদনা কৰিবলৈ আহুকাল পাই তেওঁৰ বন্ধু চন্দ্ৰকুমাৰক জনালে এই অভাজনৰ সহায়-সহযোগিতা

লবলৈ। সেই নির্দ্দেশ অনুসৰি মোক 'বাঁহী'ৰ সহ-সম্পাদক ৰাবটোও দিলে। কিন্তু তাৰ বাবে স্বকীয়া একো বানচ দিবলৈ অপাৰগতা স্বীকাৰ কৰিলে। তথাপি আলোচনীখনৰ মোহত আৰু দুগৰাকী প্ৰধান সাহিত্যিকৰ আদেশ পালনার্থে দায়িত্বটো কান্ধ পাতি ললোঁ। বেজবৰুৱাই প্ৰবন্ধবোৰ ডাক-যোগে মোলৈ পঠাই দিয়ে, মই ভুল-চুক শুধৰাই নিয়মমতে পৰিবেশন কৰি ছপাবলৈ দিওঁ।

এইদৰে দিন গৈ আছে। এনেতে গুৱাহাটীত সংক্রামক ব্যাধিৰূপে ব্যাপকভাবে 'বেছিলেৰি ডিছেণ্ট্ৰি'ৰ প্ৰকোপ চৰিবলৈ ধৰিলে। মোৰ উজানবজাৰৰ ভাড়াঘৰৰ সন্মুখেদি দিনে-ৰাতিয়ে ইটোৰ পিছত সিটো মৃতদেহ লৈ যোৱাৰ করুণ দৃশ্য দেখিবলৈ ধৰিলোঁ। ঈশ্বৰৰ কি ইচ্ছা, মোৰ ৮ বছৰীয়া লৰা শ্ৰীমান পৰাগ (বনপোনা) ও সেই ৰোগত বৰকৈ আক্ৰান্ত হ'ল। আমাৰ উদ্বিগ্নতাৰ সীমা নোহোৱা হ'ল। আগৰৱালা দিনো আহি খা-খবৰ কৰেহি। এদিন পৰাগৰ অৱস্থা দেখি অতি বেজাৰেৰে ক'লে "আঐ দেহি! সেইহেন লৰাটি কেনেকৈ ক্ষীণালে"। তেখেত, অধ্যক্ষ জে, বৰুৱা আৰু ডাঃ ভুবনেশ্বৰ বৰুৱাই লৰাটিক বচাবলৈ খুব যত্ন কৰিলে আৰু সদায় চাই যায়হি। কেদিনমানৰ পিছত তাৰ ৰোগ শাম কাটিলত হে আমাৰ মুখলৈ পানী আহিল।

তাৰ অলপদিনৰ পিছত মই 'সান্ধ্য়া সন্মিলনী' নামৰ এটি সাংস্কৃতিক অনুষ্ঠান খুলিবলৈ স্থিৰ কৰিলোঁ। তাৰ প্ৰথম অধিবেশন মোৰ বহাতে পাতিলোঁ। আগৰৱালা, জে, বৰুৱা, সূৰ্য্যভূঞা আদিয়ে আন্তৰিক সহযোগিতা আগবঢ়ালে। সেই সময়ত শিৱসাগৰ বিদ্যাপীঠৰ ছাত্ৰ জনাদয়েক গুৱাহাটীলৈ গৈ মোৰ আলহী হৈ আছিল। দস্তুৰমতে কাৰ্য্যসূচী প্ৰস্তুত কৰি সেই ছাত্ৰসকলৰ হতুৱাই মোৰ "নিমন্ত্ৰণ" প্ৰহসনৰ দুটামান দৃশ্যৰ অভিনয় কৰালোঁ। ভূঞাই "প্ৰাগজ্যোতিষৰ পুৰণি কীৰিতি প্ৰতিষ্ঠিত আজি গানে" শীৰ্ষক এটি গীতৰচি



দিলে। তাকো গোৱালোঁ। আগৰৱালা যদিও দেখাত নীৰস ব্যৱসায়ী, সাহিত্যৰদৰে সঙ্গীততো তেখেতৰ বৰ ৰাপ আছিল। নহলেনো "অসমা সুষমা কামৰূপা" শীৰ্ষক সুললিত সংস্কৃত দেশ-প্ৰেম মূলক গীত তেখেতে ৰচনা কৰিব আৰু "ন যস্মৌ ন তস্মৌ অগাপিচা ভৰিটি" বুলি মাধুৰীৰ ৰূপ লাৱণ্য বর্ণনা কৰিব পাৰিলেহেঁতেন নে? নহলেনো কবি দুৰৱাৰ ৰচনাবিলাকে তেখেতক ইমান মুগ্ধ কৰিব পাৰিলেহেঁতেন নে?

আগতে কোৱা হৈছে যে চন্দ্ৰকুমাৰ আগৰৱালাই নিজ বাসভৱনৰ পৰাই সকলো দিহা-পৰামৰ্শ, আদেশ-নিৰ্দ্দেশ দি প্ৰেছ আৰু বাতৰি কাকতৰ কাম চলায়। তেখেতৰ ঘৰতে মোৰ লগত ভাষা-সাহিত্যৰ বিষয়ে প্ৰায়েই আলোচনা কৰে। অসমীয়া যাতে নিখুঁতকৈ লিখা হয় তালৈ তেখেতে বিশেষ মনোযোগ দিছিল। মোক বুজাই দিছিল ইংৰাজী 'sh' টো অসমীয়াত 'শ্ব' বুলি লিখা উচিত। ইংৰাজী 'Committee' অসমীয়াত 'কমিটী' লিখিব লাগে, ইত্যাদি। তেখেতৰ এনেকুৱা ভালেমান পৰামৰ্শত উপকৃত হলোঁ।

তেখেতে কোনো ৰাজহুৱা অনুষ্ঠান সভা-সমিতি আদিত কেতিয়াও যোগ দিয়া নেদেখিলোঁ। লোক দৃষ্টিৰ আঁতৰত থকাটোহে তেখেতে পছন্দ কৰিছিল। লাইম-লাইট বা আত্ম প্ৰকাশৰ উজ্জ্বল পোহৰ তেখেতে বৰ্জ্জন কৰিছিল। তেখেতে কেতিয়াবা কয়, সভা-সমিতিত হাত চাপৰি শুনিলে তেখেতৰ গা জিকাৰ খাই উঠে। নীৰৱ কৰ্ম্মী হৈ গীতাৰ কৰ্ম্মযোগ আৰু জ্ঞানযোগৰ বিধান পালন কৰাটোৱেই আছিল তেখেতৰ বৈচিত্ৰ্য-পূৰ্ণ জীৱনৰ আদৰ্শ। অসম সাহিত্য সভাৰ সভাপতিৰ পদ কেবা-বাৰো তেখেতক যাচিও কোনোমতে সন্মত কৰাব পৰা নহ'ল।

শাৰীৰিক শক্তি অলপ ক্ষীণ হোৱাত তেখেতৰ জীৱিত ডাঙৰ পুতেক নবীনকুমাৰকে মেনেজিং ডাইৰেক্টৰ স্বৰূপে কাম কৰাৰ ভাৰ দিলে। নবীন প্ৰায় সদায় প্ৰেছলৈ যায়

আৰু কাকতৰ কামো তত্ত্বাৱধান কৰে। ইতিমধ্যে মোৰ তিনিবছৰীয়া চুক্তিৰ কাল পাৰ হ'ল আৰু নতুন ডিৰেক্টৰ নবীন আগৰৱালাৰ লগতো অলপ মনোমালিন্য হ'ল। সেয়ে অসমীয়াৰ কাম ইস্তফা দি আকৌ ওকালতিত লাগিলোঁ। অৱশ্যে চন্দ্ৰকুমাৰৰ নিচিনা অসাধাৰণ ব্যক্তিত্ব সম্পন্ন প্ৰখ্যাত কবি-সাহিত্যিক ব্যৱসায়ী চাহ খেতিয়ক দেশ প্ৰেমিকৰ সংস্পৰ্শ আৰু সান্নিধ্যত আহিবলৈ ইমানদিনে সুযোগ পাই নিজকে ধন্য মানিলোঁ। সেই হেন আদৰণীয় কাকতখনি পিচত কিছুদিন সাদিনীয়াকৈ ওলাই অন্তৰ্দ্ধান হোৱাটো অসমীয়া জাতিৰ পক্ষে অতি দুৰ্ভাগ্য আৰু পৰিতাপৰ কথা।

চন্দ্ৰকুমাৰৰ গাত দেখা পাইছিলোঁ ভিন ভিন গুণৰ অপূৰ্ব্ব সমন্বয়, বিচিত্ৰ সমাবেশ। "বজ্ৰাদপি কঠোৰেণ কোমলেন কুসুমাদপি"। লাল বাহাদুৰ শাস্ত্ৰী সম্পৰ্কে প্ৰয়োগ কৰা এই কথা চন্দ্ৰকুমাৰৰ ক্ষেত্ৰতো প্ৰযোজ্য। চন্দ্ৰকুমাৰ দৰাচলতে আছিল বজ্ৰতকৈও কঠোৰ অথচ কুসুমতকৈও কোমল। বাহিৰত দেখাত নীৰস, শুকান, গম্ভময়, কিন্তু অন্তৰখন আছিল ৰসাল, কবিতাময়। তেওঁৰ সাধনা আছিল অতন্দ্ৰিত, অথচ নীৰৱ, নিঃস্বাৰ্থ। তেওঁৰ ব্যক্তিত্বত আছিল প্ৰকৃত কবিসুলভ মানৱতাবোধ আৰু প্ৰকৃত ব্যৱসায়ী সুলভ কৰ্ম্মপটুতা। তেওঁৰ সকলো কাৰ্য্যৰ মূলতে আছিল জ্বলন্ত স্বদেশ প্ৰেমৰ উদ্দীপনা। দেশহিতকৰ অনুষ্ঠানত, বিশেষকৈ সাংবাদিকতাৰ ক্ষেত্ৰত, তেওঁ আছিল আগৰণুৱা আৰু বাটকটীয়া। চন্দ্ৰকুমাৰৰ মহৎ আদৰ্শই দেশৰ উঠি অহা ডেকা-গাভৰুসকলক অসীম প্ৰেৰণা দিয়ক! কীৰ্ত্তিৰ্যস্য স জীৱতি।

---

# চন্দ্ৰকুমাৰ আগৰৱালাদেৱৰ লগত বিশ বছৰ

সোণাৰাম বেজ

১৯১৯ চনৰ মে মাহৰ ১৩ তাৰিখে তেতিয়া নতুনকৈ স্থাপিত হোৱা নিউপ্ৰেছত মই মোৰ কৰ্ম্ম জীৱন আৰম্ভ কৰোঁ। তেতিয়া ৰামচন্দ্ৰ ব্ৰহ্মচাৰী বুলি এজন গুজৰাটী বাবাজী নিউপ্ৰেছত মেনেজাৰ হৈ আছিল। তেওঁৰ কথামতে প্ৰেছত যি কৰিব লাগে একান্ত বাধ্যৰ দৰে কৰি গলোঁ। প্ৰেছৰ চাৰি সীমাৰ ভিতৰতে থকা সৰু ঘৰ এটাত মোৰ থকা মেলাৰ ব্যৱস্থা কৰা হৈছিল।

জুন মাহৰ কোনোবা এটা ৰাতিপুৱা। পোহৰ ভালদৰে হোৱা নাছিল। বোধহয় চাৰিটামান বাজিছিল। ঘোঁৰাৰ গাড়ীৰ শব্দত টোপনি ভাঙি গ'ল। গাড়ীখন অফিচৰ মুখতে ৰ'ল আৰু গাড়ীৰ পৰা মানুহ নামি বঙলাত উঠা যেন পালোঁ। কৌতুহলী মনক দমাব নোৱাৰি উঠি আহি দেখিলোঁ যে এজন বগা, অতি ধুনীয়া মানুহ— চাহাবী পোচাক, কিন্তু মুগাৰ পাগুৰি মৰা,— বাৰান্দাখনত ইফাল সিফাল কৰি আছে। লগতে বিচনা পত্ৰ আৰু এটা চাকৰো আছে। মই দেখিয়েই নমস্কাৰ কৰিলোঁ আৰু কাক বিচাৰিছে সুধিলোঁ। মানুহজনে কিন্তু মোকহে সুধিলে, বঙলাত কোন আছে?

কলো, বাবাজী আছে।

কেতিয়া উঠিব?

৭ মান বজাত উঠিব।

তুমি ইয়াত কি কৰা ?

মই প্ৰেছত কাম কৰোঁ।

কি নাম ? ইয়ালৈ অহা কিমান দিন হল ? কিমানলৈ পঢ়িছা ? ঘৰত কোন কোন আছে ? কোন ঠাইৰ ? — সকলো উত্তৰ দিয়া হল।

পুনৰ সুধিলে, প্ৰেছত কাম কৰিলে কাপোৰ কানি-বিলাক লেতেৰা নহবনে ?

লেতেৰা হলে ধুই লম বুলি উত্তৰ দিলোঁ।

তেখেতে কলে "কাপোৰ ধুই যেনেকৈ চাফা হবা, অন্তৰ-খনো তেনেকৈ ধুই নিকা কৰি লব লাগে, কৰ্ম্মপটু হবলৈ যত্ন কৰিব লাগে।" এই কথাষাৰৰ তেতিয়া অৰ্থ বুজা নাছিলোঁ, সেই অৰ্থ এতিয়াহে বুজিছোঁ।

বিষয় ক'ত ?

বিষয় আজি দদায়েকৰ ঘৰত আছে। এতিয়াই আহিব। ( বিষয় বাবাজীৰ আলপয়চান ধৰা লৰা আছিল )।

মানুহজনে বাৰান্দাত থকা চকীখনত বহি এইবিলাক কথা কৈছিল। মই ওচৰৰ পৰা আহিবও নোৱাৰোঁ, অথচ ক'ৰ পৰা আহিল একো উত্তৰো নিদিলে—মই অলপ বিবুধিত পৰিলোঁ। পুনৰ মই সুধিলোঁ "আপুনি ক'ৰ পৰা আহিল ?"

"মই তেজপুৰৰ পৰা জাহাজত আহিলোঁ।" সেই সময়ত তেজপুৰৰ মেইল জাহাজ ৰাতিপুৱা তিনিটা বা চাৰিটা মান বজাৰ ভিতৰতে পাইছিলহি। মই তথাপি মানুহজনক চিনি পোৱা নাই। আকৌ সুধিলোঁ—কিবা পানী-চুনি লাগিব নেকি ? মানুহজন যেন এইবাৰ অলপ বিৰক্ত হল। বিশেষকৈ মোৰ ব্যস্ততা যেন মানুহজনে ভাল পোৱা নাই। ক'লে একো নেলাগে, তুমি তোমাৰ ঘৰলৈ যোৱা।



মই মোৰ বহালৈ আহিলোঁ। এনেতে বিষয়ও আহি পালে। মনত কিছু সাহ পালোঁ। বিষয় আহিয়েই বাবাজীক মাতিলে। দুৱাৰ-ঘৰ খুলি দিলে। আটাইবোৰ ব্যস্ত হৈ পৰিল। মানুহজন ভিতৰত বহি বাবাজীৰ লগত কথাৰ মহলাত ব্যস্ত হৈ পৰিল। বিষয় এবাৰ বঙলাৰ পৰা ওলাই ৰান্ধনি ঘৰলৈ যাওঁতে মই বিষয়ক সুধিলোঁ—"এখেত কোন ?" তেতিয়া বিষয়ে সকলো কলে। তেতিয়াহে জানিলোঁ এখেত প্ৰেছৰ মালিক স্বয়ং শ্ৰদ্ধেয় শ্ৰীচন্দ্ৰকুমাৰ আগৰৱালা। সেই দিনাই তেখেত ডিব্ৰুগড়লৈ ট্ৰেইনেৰে গ'ল। দুনাই সেইদিনা তেখেতক লগ নেপালোঁ।

প্ৰেছত কাম কৰা পাঁচজন ল'ৰা। আখৰ বিলাক টিনত থোৱা আছিল। তাৰ পৰা আখৰবোৰ উলিয়াই ক, খ, গ আদি আখৰবোৰ বেলেগ বেলেগ কৰি বাছি কাগজৰ টোপোলা বান্ধি থোৱাই আমাৰ কাম আছিল।

আগৰৱালাদেৱ বেছিভাগ সময় গুৱাহাটী বা ডিব্ৰুগড়তে থাকিবলগীয়া হৈছিল। কাৰণ এই দুয়োঠাইতে তেখেতৰ দুটা প্ৰেছ আছিল। এমাহ মানৰ পিচত আগৰৱালাদেৱ পুনৰ ডিব্ৰুগড়ৰ পৰা গুৱাহাটীলৈ আহি বঙলাতে থাকি মাজে মাজে আমাৰ কাম কাজ চাইছিল। কেতিয়াবা আহি আখৰবিলাক কেনেকৈ ৰাখিব লাগে, কেনেকৈ মিলাব লাগে দেখুৱাই দিছিল। এদিন তেনেদৰে দেখুৱাই দি তেখেত বঙলালৈ গ'ল। তেখেতে দেখুৱামতে আমি আখৰ বাছি গেলিবিলাকত সাজি থৈছো। তাৰে চাৰিজন লৰাই গেলিবিলাক লৈ বঙলাৰ ওচৰত থকা পানীৰ কলটোত আখৰবিলাক ধুবলৈ ধৰিলে। তেখেতে আখৰবিলাক ধুবলৈ ধৰা দেখি সিহঁতক সুধিলে— আখৰবিলাক কোনে ধুবলৈ দিছে। সিহঁতে কোনেও দিয়া নাই বুলি উত্তৰ দিবলৈহে পালে, তেখেত খঙত অগ্নিশৰ্ম্মা হৈ তৰ্জ্জন গৰ্জ্জন কৰিব ধৰিলে। সিহঁতে একো উপায় নেপায় গেলিবিলাক অফিচলৈ আনিব খোজোঁতে আনিব নিদি তাতে

থবলৈ দি সিহঁতক যাবলৈ দিলে। সিহঁতৰ কাপোৰ কানিবোৰ অফিচলৈ আনিব যোৱাত, অফিচত সোমাবলৈ নিদি "সোণাৰাম, সোণাৰাম" বুলি মাতিব ধৰিলে। মই গৈ পোৱাত কলে—"ইহঁতৰ কাপোৰ কানিবিলাক উলিয়াই দিয়া, ইহঁত যাওঁক। তুমি অকলে কাম কৰি থাকা।" হুকুম পালন কৰা হ'ল আৰু সিহঁতো গ'ল। মনতে ভাবিলোঁ, "আৰু অলপ পিচতে আখৰবিলাক ধুবলৈ ময়ো গলোহেঁতেন। ভগৱান নিশ্চয় মোৰ প্ৰতি সুপ্ৰসন্ন আছিল।" প্ৰথম দিনা কোৱা কথাটো মনত পৰিল—"ভিতৰখন ধুই কৰ্ম্মপটু হবলে যত্ন কৰিব লাগে।" তেওঁৰ আদেশ মিনিটে মিনিটে পালন কৰিম বুলি মনতে প্ৰতিজ্ঞা কৰি ললোঁ। গধূলি বঙলালৈ মোক মাতি নি কলে—"হেৰা সোণাৰাম, সিহঁত কাম কৰা লৰা নহয়। সিহঁতৰ ধূনপেছ বৰ বেছি। গতিকে সিহঁতক ৰাখিলে বেয়াহে আছে। তুমি ভালদৰে কাম কৰিবা। অলপতে বঙালী কম্পজিটৰ আহিব, সিহঁতৰ লগত ভালকৈ কাম শিকি-লোৱা। বাহিৰা সভা সামৰিত চাব যাবা। বাহিৰা কিতাপ পঢ়িবা। আমি যোতিয়া লগ লাগি ইয়াত কথা বতৰা হৈ থাকো, সেইবিলাক ইয়ালৈ আহি শুনিবা। জ্ঞান বাঢ়িব। বহুত কথা জানিবা।" মনতে ভাবিলোঁ, "খং উঠিলে জুইত-কৈয়ো উত্তপ্ত আৰু খং নুঠিলে পানীতকৈও চেঁচা।" এনেকুৱা এজন মানুহৰ প্ৰেছত কাম কৰিবলৈ পায়, আৰু তেখেতৰ প্ৰিয়পাত্ৰ হৈ পৰাত নিজকে ভাগ্যৱান বুলি ভাবিলোঁ। ভক্তি আহিল কৰ্ম্মগুৰু বুলি।

এদিন এটা বিহাৰী লৰাই হাতত এটা লোটা আৰু এখন থৈলাৰ মোনা লৈ খুজিব আহিল। সেইদিনা দেওবাৰ আছিল। লৰাজনক আগৰৱালাদেৱে ক'লে—"তুমি যে খুজি ফুৰা, কাম কৰিব নোৱাৰানে?" লৰাজনে কলে—"হুজুৰ কাম গালে কৰিব পাৰোঁ। কিন্তু মই খোৰা মানুহ হাত ছুটাৰে যি পাৰোঁ কৰিব পাৰোঁ।" তেতিয়া সেই দূৰদৰ্শিতা সম্পন্ন



আগৰৱালাদেৱে কলে—"এই 'অফিচ কম্পাউণ্ডৰ' ভিতৰত যে বনবিলাক আছে এইবিলাক উভালি চাফা কৰাচোন। তোমাৰ কাম চাওঁ।" সেই খোৰা বিহাৰী লৰাজনে পুৰা ৮ মান বজাৰ পৰা চাৰিমান বজালৈ কম্পাউণ্ডটো যে কি ধুনীয়া কৰি দিলে, নেদেখিলে লিখি প্ৰকাশ কৰা টান। তেতিয়া মোক মাতিলে—"সোণাৰাম, সোণাৰাম, চোৱাচোন, কি সুন্দৰ কৰি বনবিলাক উভালি চাফা কৰিলে। ইয়াক ৰখা যাওক। মেচিনৰ লোহাবিলাক চাফা কৰিব পাৰিব।" লগে লগে লৰাজনৰ চাকৰি হৈ গ'ল। তেতিয়াৰ পৰা সেই লৰাজনে নিউ প্ৰেছত নানা ৰকমৰ ভাল ভাল কাম কৰি সকলোৰে বিশ্বাসী হৈ পৰিছে। আচল নাম আলাউদ্দিনৰ পৰা ৰাম সিং নামেৰে সেই লৰাজন নিউ প্ৰেছত বুঢ়া হৈ এতিয়াও আছে।

আগৰৱালাদেৱৰ ডিব্ৰুগড়ৰ অসমীয়া কাকতৰ অফিচৰ কৰ্ম্মীবিলাকে ধৰ্ম্মঘট কৰাত গুৱাহাটীৰ নিউ প্ৰেছলৈ টেলিগ্ৰাম কৰি আমাৰ তিনিওজনক মাতিলে, কম্পজিটৰ সোণাৰাম, মেচিনমেন বিষয় দাস আৰু দপ্তৰী শ্ৰীলক্ষীৰাম কলিতা। টেলিগ্ৰাম পায়ে নিউপ্ৰেছৰ মেনেজাৰে আমাক ডিব্ৰুগড়লৈ পঠালে। যথা সময়ত ডিব্ৰুগড় পালো। গৈ পোৱাৰ লগে লগে খোৱা লোৱা থকা ঘৰ আদিৰ সুন্দৰ বন্দৱস্ত কৰি দি কি যে যত্নত ৰাখিছিল তাক পাহৰা টান। সেই সময়তে মহামানৱ মহাত্মা গান্ধী প্ৰথম ডিব্ৰুগড়লৈ আহে। আগৰৱালাদেৱৰ বঙলাৰ আগতে ৰেলৰ লাইন। বহুত দূৰৰ পৰা জয়ধ্বনি শুনা গ'ল। প্ৰেছ ছুটী দিলে। সকলো ময়দানত থিয় হৈ চাই থাকিলোঁ মহাত্মা অহা গাড়ীখনলৈ। খন্তেক পিচতে গাড়ী আহিল। গাড়ীখনৰ দুয়োফালে কেৱল কলগছ বন্ধা, তলে ওপৰে মানুহ। মহাত্মাৰ গাড়ীগ'ল ডিব্ৰুগড় চহৰলৈ। চাৰি বজাত মিটিং আৰম্ভ হোৱাৰ কথা। মিটিং চাবলৈ আগৰৱালাদেৱে আমাক তিনিজোৰা খদ্দৰৰ কাপোৰ

কিনি দি ক'লে-"এই কাপোৰ পিন্ধি মিটিঙলৈ যাবা। বিলাতী কাপোৰ নিনিবা।" মিটিঙৰ পৰা আহি গধূলি বঙলাৰ পৰা বহুত বিলাতী কাপোৰ উলিয়াই আনি তেখেতৰ নুমলীয়া লৰা আঠবছৰ বয়সৰ শ্ৰীতৰুণ কুমাৰ আগৰৱালাৰ দ্বাৰা বঙলাৰ আগতে জুই লগাই জ্বলাই দিয়ালে। সেইদিনাৰ পৰা তেখেতে বিলাতী কাপোৰৰ পৰিবৰ্ত্তে খদ্দৰৰ পায়জামা, পাঞ্জাবী আৰু এৰীয়াৰ কোট পিন্ধিবলৈ আৰম্ভ কৰিলে। সেয়ে আছিল গান্ধীবাদী দেশপ্ৰেমিক চন্দ্ৰকুমাৰ আগৰৱালা।

গুৱাহাটীত এদিন সন্ধিয়া সময়ত সাহিত্যৰথী বেজবৰুৱা, সত্যনাথ বড়া, হেমচন্দ্ৰ গোস্বামী, জে, বৰুৱা, ৰঘুনাথ চৌধাৰী, কমলাকান্ত ভট্টাচাৰ্য্য আদি লগ লাগি জোনাকী যুগৰ পৰা আৰম্ভ কৰি নানা কথা কৈ আটাইবিলাকে হাঁহি-ধেমালি কৰিব ধৰিলে। সেইদিনাৰ দৰে হাঁহি আৰু দেখা নাই। কাৰোবাৰ দোষ কাৰোবাৰ গুণ নানা ধৰণৰ কথা ওলাইছিল সিদিনা। কমলাকান্ত ভট্টাচাৰ্য্যক সকলোৱে ঠাট্টা কৰি নানা ধৰণে কয়। ভট্টাচাৰ্য্যই মাজে মাজে গালিও পাৰে আৰু হাঁহে। তাৰে ভিতৰৰে এজনে আগৰৱালাদেৱৰ বিষয়ে কৈছিল—"ভাগ্যৰ গুণত আগৰৱালাৰ ছোৱালী নহল। যদি ছোৱালী থাকিলহেঁতেন তেন্তে বিয়া দিয়া টান আছিল। কাৰণ এটা নহয় এটা সকলো লৰাৰে দোষ আছেই। দোষ নথকা মানুহ ক'ত আছে।" তেতিয়া কমলাকান্ত ভট্টাচাৰ্য্যই কৈছিল—"মাজু বৰ ভয়াতুৰ" (৺চন্দ্ৰকুমাৰ আগৰৱালাদেৱক মাজু বুলি মাতিছিল)। তেতিয়া আগৰৱালাদেৱে কৈছিল —"মই তিনিটাক বৰ ভয় কৰোঁ—প্ৰথম মিছা কথা, দ্বিতীয় পৰনিন্দা, তৃতীয় লিখনিৰ ভুল হোৱা।"

খাৰঘুলিত যেতিয়াৰ পৰা বঙলা সাজি থকা কৰিলে তেতিয়াৰ পৰা কাম কৰা কৰ্ম্মীবিলাকৰ লগত থাকিব লগা হ'ল। তেখেত থাকে পাহাৰৰ টিলাৰ ওপৰৰ বঙলাত, আমি থাকোঁ তলৰ ঘৰবিলাকত। ওপৰত থাকিও তেখেতে কৰ্ম্মীবিলাকৰ



নানা ধৰণে তত্ত্বাৱধান লৈছিল। বেমাৰ আজাৰ হলে তৎক্ষণাৎ ডাক্তৰ অনাই দেখুৱাইছিল। কেতিয়াবা কেতিয়াবা নিজৰ ঘৰতে পথ্যকৰাই ৰাজা নামে চাকৰটোৰ হাতত দি পঠাইছিল। এনেদৰে কৰ্ম্মীবিলাকক মৰমৰ চকুৰে চাইছিল। কিন্তু খং উঠিলে চাৰখাৰ কৰি দিব খোজে। বেয়াটোও সাৰে, ভালটোও পৰে। চাৰিটা বজাৰ পিচত গৰমৰদিনত আমি আটায়ে খাৰঘুলিৰ কাষেৰে বৈ যোৱা ব্ৰহ্মপুত্ৰৰ পাৰত বহি নানা ধৰণৰ কথা পাতোঁ। কেতিয়াবা তেখেত নামি আহি আমাৰ ওচৰ পায়। লগে লগে আমাৰ কথা বতৰা বন্ধ হৈ যায়। আমি বোবা হৈ যাওঁ। তেতিয়া তেখেতে কয়—"তোমালোকৰ কথা আমি শুনিব নাপায় নেকি?" আমি আটায়ে সেমেনা সেমেনি কৰি থাকোঁ। তেখেতে আমাক কৈছিল—"ৰাতি হলে তোমালোকৰ নাম গোৱা, খুনজৰী বজোৱা শুনি মই বৰ ভাল পাওঁ। তোমালোকে মোক বেজাৰ পোৱা, কাৰণ মই ডাঙৰ ডাঙৰ কৰি চিঞৰি কথা কও; নহয় জানোঁ? মোৰ যেতিয়া খং উঠে তোমালোক মোৰ আগলৈ নাহিবা। নিজৰ নিজৰ ঠাইত কাম কৰি থাকিবা। কামেই হ'ল ধৰ্ম্ম আৰু ধৰ্ম্মই হ'ল কাম।" ভাল সময়ত এনেদৰে আমাক বুজনি দিছিল। কিন্তু তেখেতৰ খং ইমান বেছি আছিল যে তাৰপৰা তেখেতৰ লাভ হোৱা নাছিল, বৰং লোকচান হে হৈছিল। কাৰণ খং কৰি এটা মানুহ খেদিব লগাহলে তাক তেতিয়াই মাহদিনৰ দৰ্ম্মহা দি বিদায় দিছিল। এনেকৈ যে কিমান মানুহক বিদায় দিছিল তাৰ অন্ত নাই। কিন্তু বিদায় দিয়া মানুহবোৰে পাব লগা পইচাতকৈ বেছিহে পাইছিল। খং কৰিলেও তেখেতৰ মুখত বেয়া গালি শুনা নাছিলোঁ। কেৱল কৈছিল "নিমখহাৰাম, ঠগবাজী" ইত্যাদি।

আগৰৱালাৰ ধৰ্ম্মৰ প্ৰতি বৰ আগ্ৰহ আছিল। তেখেতৰ বঙলাত মাজে মাজে নামকীৰ্ত্তন হৈছিল। মনৰ আশা পূৰাবলৈ তেখেত জগন্নাথলৈও গৈছিল। সদায় গীতা পাঠ কৰিছিল।

খোৱা লোৱা আৰু পৰিষ্কাৰকৈ থকাত তেখেতৰ যত্ন আছিল বেচি। মাছ মাংস তেখেতৰ প্ৰিয় আছিল। বঙলাত চাকৰ নাকৰবোৰে তেখেতক বৰ ভয় আৰু ভক্তি কৰিছিল। বেয়া পথলৈ কোনো যাব নোৱাৰিছিল।

১৯২৬ চনৰ কংগ্ৰেছ মহাসভাত দৈনিক কাকত উলিয়াই ৰাইজৰ সুবিধাৰ বাবে পাণ্ডুত বিলি কৰিছিল। কিছুমান বিনা পইচাত আৰু কিছুমান খনে ছুপইচাত বিক্ৰী কৰা হৈছিল। জাতীয় ভাবাপন্ন আগৰৱালাদেৱে ৰাইজৰ সেৱা কৰি ধন লাভৰ আশা কৰা নাছিল কিন্তু।

কংগ্ৰেছৰ যিবিলাক কাম সেইবোৰ আগতে কৰিবলৈ অফিচত নিৰ্দ্দেশ দিছিল কংগ্ৰেছৰ কোনো কাম পেলাই থব নোৱাৰিব বুলি। ধৰ্ম্মমূলক কিতাপ ছপাবলৈ তেখেতৰ সদায় ধাউতি। কীৰ্ত্তন, ভাগৱত, নামঘোষা এইবিলাক তেখেতে বৰ যত্ন কৰি ছপা কৰাইছিল। দুখীয়া মানুহে যাতে কম পইচাতে ধৰ্ম্মীয় কিতাপ পঢ়িব পাৰে, তাৰ চেষ্টা কৰা আমি দেখিবলৈ পাইছিলোঁ।

কোনোবা বাগিচা এখনত এজন ইউৰোপীয়ান মেনেজাৰে তেহলু নামে কুলী এটাক গোৰমাৰি মাৰি পেলাইছিল। সেই তেহলুৰ ফলীয়া হৈ অসমীয়া কাকতে বহুত টকা খৰচ কৰি মোকৰ্দ্দমাৰ ব্যয় আনি কাকতত ছপা কৰিছিল। তাৰ বাবে তেখেতে সম্পাদকক কৈছিল, "যিমান খৰচ হয় হব। ধাৰা বাহিক ভাবে খবৰটো ওলাব লাগে।" এয়া দুখীয়াৰ প্ৰতি মৰমৰ আৰু—অন্যায়ৰ বিৰুদ্ধে সংগ্ৰামৰ চিন।

স্বৰ্গীয় ডিম্বেশ্বৰ নেওগ যেতিয়া গুৱাহাটীৰ কলেজত পঢ়ে, তেতিয়া আগৰৱালাদেৱৰ লগত চিনা জনা হৈ বাঁহী আৰু আন আন কিতাপ আদিৰ আৰ্হি চোৱা হৈ নিউ প্ৰেছত সোমায়। সেই সময়ত তেখেতৰ মাত বৰকৈ বজিছিল। এযাৰ কথা কোৱাত বহুত সময় লাগে আৰু ভালকৈ



বুজাও টান হয়। তেতিয়া মই অকলে বাঁহীৰ কাম কৰিছিলোঁ। এদিন আগৰৱালাদেৱক মই কলোঁ যে "তেখেতৰ লগত কথা-বতৰা কোৱা বৰ টান।" তেতিয়া আগৰৱালাদেৱে কৈছিল—"লৰাজন বৰ বুধিয়ক আৰু বহুত কথা জানে। অসমীয়া বানান ভুল নহয়। মাতটো ভাল হলে তেওঁ এজন নামজ্বলা মানুহ হব পাৰিলেহেঁতেন।" আগৰৱালাদেৱক নেওগে বৰ ভাল পাইছিল আৰু পঢ়া-শুনাতো নেওগক টকা পইচাৰে যথেষ্ট সহায় কৰিছিল। আগৰৱালাদেৱে অসমীয়া ভাষা আৰু এই ভাষাৰ মূল্য যিদৰে অনুভৱ কৰিছিল তেনেদৰে মানুহে৷ চিনিব পাৰিছিল।

আমাৰ অফিচৰে এজন মানুহে কৰ্ম্মীবিলাকৰ বিষয় নানা কথা সঁচাই-মিছাই লগাই থাকে। এই কথা কাম কৰা মানুহবিলাকে কিন্তু জনা নাছিল। কিন্তু সেই মানুহজনৰ এটা ডাঙৰ দোষ আগৰৱালাদেৱে দেখা পাই অফিচৰ ভিতৰতে সকলো মানুহৰ আগত তেওঁক মাতি আনি কলে- "যি মানুহে কাম কাজ নকৰে, সদায় ফাঁকি দি থাকি নানাৰকমৰ বেয়া কাম কৰি ফুৰে, সেইজন মানুহেহে নিজৰ দোষ ঢাকি ৰাখিবলৈ আনৰ দোষ খুচৰি ফুৰে।" এইদৰে ইঙ্গিতেৰে মানুহজনৰ নিজৰ দোষৰ বিষয়ে সকীয়াই দিছিল। আগৰৱালাদেৱে নিজে নেদেখা বা নজনা কথাত কেতিয়াও বিশ্বাস নকৰিছিল।

নগাৱঁৰ ৺কনক শৰ্ম্মাই "গান্ধী চৰিত" নামে এখন কিতাপ নিউ প্ৰেছত ছপা কৰিব দিছিল। কিতাপখন ১২ ফৰ্ম্মা মানৰ হব। কিতাপ ছপা প্ৰায় শেষ হৈছিল, অলপ কিতাপ বন্ধাও হৈছিল। এনে সময়তে পুলিচ আহি কিতাপখন বাজেয়াপ্ত কৰি শৰ্ম্মাৰ আগতে আটাইবোৰ কিতাপ পুলিচে লৈ গ'ল। সেই কিতাপখনৰ ছপা খৰচ আদিৰ বাবে এটা পইচাও নলৈ আগৰৱালাদেৱে শৰ্ম্মাক ৰেহাই দিছিল।

সাতদিনীয়া অসমীয়া কাকত ছপা কৰাত যদি কিবা ভুল হয় তাত তেখেতে বৰ বেজাৰ পাইছিল। অসমীয়া

কাকতখন তেখেতে নিজে আদিৰ পৰা অন্তলৈ খৰচী মাৰি পঢ়ি ক'ত ভুল হৈছে চাই ৰঙা চিয়াহীৰে কাটি অফিচলৈ পঠিয়াই দিয়ে। যাতে তেনে ভুল দ্বিতীয়বাৰ নহয় তাৰ বাবে সম্পাদকক কয়। অসমীয়া কাকতখনত ভুল হোৱা আৰু পলমকৈ প্ৰকাশ হোৱা বাবে অসমীয়াৰ সম্পাদক সকলৰ লগত মাজে মাজে তেখেতৰ মনোমালিন্য হোৱা দেখা গৈছিল।

আগৰৱালাদেৱৰ মাজু লৰা অৰুণকুমাৰ আগৰৱালা ডিব্ৰুগড়ৰ বঙলাত আত্মঘাতী হৈ মৰাৰ পিচৰে পৰা তেখেতৰ মনোবল ভাঙি গ'ল। প্ৰেছৰ ওচৰত থকা খাৰঘুলিৰ বঙলাটো নিউপ্ৰেছৰ মেনেজাৰ শ্ৰীখগেন্দ্ৰনাথ দত্ত ভূঞাক দান দি তেখেতে উজানবজাৰত বঙলা সাজি থকা আৰম্ভ কৰিলে। তেখেতৰ ডাঙৰ লৰা শ্ৰীনবীনকুমাৰ আগৰৱালাক ১৯৩২ চনত ডিৰেক্টৰ পাতি আগৰৱালাদেৱে জিৰণি লৈ গুৱাহাটীতে থাকিল। ১৯৩৮ চনৰ ফাগুন মাহত তেখেতে ইহলীলা সম্বৰণ কৰে।

---

## ব্যৱসায়ী চন্দ্ৰকুমাৰ

—বিবেকানন্দ আগৰৱালা

প্ৰায় এশ বছৰৰ আগৰ কথা। সাহিত্য, দৰ্শন অধ্যয়ন - ইয়াৰে জীৱন জোৰা আচনি লৈ ওলাইছিল তেজপুৰৰ গমিৰি গাৱঁৰ লৰা চন্দ্ৰকুমাৰ— সুদূৰ পথ অতিক্ৰম কৰি কলিকতালৈ। বিধাতাৰ কিন্তু ইচ্ছা আছিল অন্যৰূপ। কলেজীয়া জীৱনৰ অৱসান হলনে নৌ এনেতে আহিবলগীয়া হল চাহ বাগিচাৰ এক বৈচিত্ৰ্যময় কৰ্ম্ম জীৱনলৈ বৈজ্ঞানিকৰ মন লৈ কবি দাৰ্শনিক চন্দ্ৰকুমাৰ। হিয়াভৰা হেঁপাহ হাবিয়াস জলাঞ্জলি দি নতুন সাঁচত জীৱন গঢ়িবলগীয়া হল। জীৱনৰ অমূল্য কালছোৱা তিল তিলকৈ ক্ষয় কৰি অহৰ্নিশি বোকা পানীৰ লগত তয়াময়া যুঁজ দি কোনো এক শাৰদী পুৱাৰ মাহেন্দ্ৰক্ষণত "গৌৰৰ ৰাগ ৰঞ্জিত ৰঙ্গা জবা"ৰে পৰিপূৰ্ণ সাৰ্থক জীৱনৰ পূৰ্ণাহুতি দিব পাৰিছিল চন্দ্ৰকুমাৰে। এই কথাকে আমি আজি সুঁৱৰিছো জন্মৰ ঠিক এশ বছৰৰ পিচত। ক্ষণভঙ্গুৰ জীৱনৰ ক্ষুদ্ৰ কালতে বিভিন্নমুখী দুটি জীৱন একেটি ডালৰে যেন দুপাহি প্ৰস্ফুটিত ফুল - কিন্তু ই সম্ভৱ হব পাৰিছিল কিদৰে?

প্ৰাতঃস্মৰণীয় চন্দ্ৰকুমাৰ আগৰৱালাদেৱে কৰ্ম্মৰ লগত সংযোগ কৰিছিল আধ্যাত্মিকতাৰ। গীতাই আছিল চন্দ্ৰকুমাৰৰ সাৰথি—জীৱন দৰ্শন। কঠোৰ কৰ্তব্যৰ আহ্বানত ভোগবিলাস, সুখ স্বাচ্ছন্দ্য সকলোকে ত্যাগ কৰিব পাৰিছিল একমাত্ৰ গীতাৰ বাণীকে সাৰোগত কৰি।

সুখ দুখলৈ ভয় নকৰি, লাভ লোকচানলৈ আওকাণ কৰি, জয়-পৰাজয় তুচ্ছজ্ঞান কৰি কেৱল কৰ্ম্ম কৰি যোৱা, কৰ্ম্মতহে তোমাৰ অধিকাৰ, ফলাফলত নহয়— এই মহামন্ত্ৰ

সাৰোগত কৰি কৰ্ত্তব্যৰ আহ্বানত বাগিচাৰ কৰ্ম্মসাগৰত বুৰ মাৰি ওলাই আহিল চন্দ্ৰকুমাৰ সগৌৰৱে সাফল্যৰ মুকুট পিন্ধি– পৃথিৱীৰ শ্ৰেষ্ঠ বঁটা লাভ কৰি।

এইকথা বহুতে হয়তো নেজানে প্ৰতিকূল অৱস্থাৰ সতে পদে পদে যুঁজ কৰি, পৰ্ব্বতপ্ৰমাণ নানা বাধাবিঘিনি অতিক্ৰম কৰি লাভ কৰিছিল সেই কালৰ উৎকৃষ্ট সৰ্ব্বশ্ৰেষ্ঠ চাহৰ বিশ্বজনীন স্বীকৃতি—আন্তঃৰাষ্ট্ৰীয় পুৰস্কাৰ। অলপ সময়ৰ ভিতৰতে ইমান চমকপ্ৰদ সাফল্য সঁচাকৈয়ে অভাৱনীয়। কিন্তু এয়ে আছিল চন্দ্ৰকুমাৰৰ ব্যৱসায়ী প্ৰতিভাৰ বিশেষত্ব। যি কামকেই নকৰক আটকধুনীয়া আৰু পৰিপাটিকৈ কৰাই আছিল তেওঁৰ সকলো প্ৰচেষ্টাৰ মূলকথা আৰু ব্যৱসায়ৰ প্ৰধান বৈশিষ্ট্য।

ব্যৱসায় ক্ষেত্ৰত চন্দ্ৰকুমাৰৰ প্ৰতিভাৰ প্ৰকৃত মূল্যাঙ্কণ কৰিবলৈ হলে এশবছৰৰ আগৰ অসমৰ বাণিজ্যিক পৰিস্থিতি আৰু পুঁজি বিনিয়োগৰ অৱস্থা সম্পৰ্কে বহলাই আলোচনা কৰা আৱশ্যক। দেশৰ বেহা-বেপাৰ আৰু বাণিজ্য ঘাইকৈ নিৰ্ভৰ কৰে সেই দেশৰ আভ্যন্তৰীন আৰু বহিৰ্জগতৰ লগত যাতায়তৰ সুচল আৰু কুশল যোগাযোগত আৰু বহুপৰিমাণে প্ৰতিষ্ঠিত সমাজ ব্যৱস্থাৰ ওপৰত। সেইকালত অসমৰ যাতায়তৰ অৱস্থা আহুকলীয়া, বিপদজনক আৰু কষ্টকৰ আছিল আৰু সামাজিক ক্ষেত্ৰতো ঐতিহাসিক পৰিবৰ্ত্তনৰ পিচত অসম এক সম্পূৰ্ণ নতুন আৰু আচহুৱা সামাজিক ব্যৱস্থাৰ সন্মুখীন হবলগীয়া হৈছিল।

পুঁজি-বিনিয়োগৰ ক্ষেত্ৰতো অসমৰ ব্যৱসায়িক ব্যৱস্থা আছিল ভাৰতৰ আন আন প্ৰদেশতকৈ সম্পূৰ্ণ স্বকীয়া। পাইক প্ৰণালীৰ ওপৰত প্ৰতিষ্ঠিত ডা-ডাঙৰীয়াক লৈ এক অৰ্দ্ধসামৰিক সামাজিক ব্যৱস্থাই আছিল কৃষিৰ ওপৰত নিৰ্ভৰশীল। মানুহৰ শ্ৰমেই আছিল একক আৰু সৰ্ব্বপ্ৰধান। সেইহেতুকে পৰিবৰ্ত্তিত অৱস্থাত বিনিয়োগৰ বাবে পুঁজিৰ অভাৱেই আছিল অসমীয়া ব্যৱসায়ীৰ প্ৰথম আৰু প্ৰধান



হেঙ্গাৰ। চন্দ্ৰকুমাৰো ইয়াৰ পৰা হাত সাৰিব পৰা নাছিল

ইংৰাজ শাসন প্ৰৱৰ্ত্তন হোৱাৰ লগে লগে অসমত অৰ্থনৈতিক পৰিবৰ্ত্তন ইমান দ্ৰুত গতিত হব ধৰিছিল যে ইয়াক একপ্ৰকাৰ বৈপ্লৱিক বুলিব পাৰি। বিশেষকৈ চাহ খেতিত ইংৰাজসকলে বিৰাট পুঁজি বিনিয়োগ কৰিবলৈ আৰম্ভ কৰে। ইংৰাজে অসম লোৱাৰ মাত্ৰ দহ বছৰৰ ভিতৰতে অনুমান ১৮৩৫ খৃঃ ত অসমৰ চাহ নতুন হিচাবে পোনপ্ৰথমে বিলাতত প্ৰদৰ্শিত হয়। তাৰ পিচৰ পৰাই বছৰি বৰ্দ্ধিত হাৰে চাহ ৰপ্তানি হবলৈ আৰম্ভ কৰে। এই ঘটনালৈয়ে অসমত এটা সৰু সুৰা শিল্প বিপ্লৱ আৰম্ভ হয় বুলি ধৰিব পাৰি। পৰবৰ্ত্তি পঞ্চাশ বছৰৰ ভিতৰত অসমৰ অৰ্থনৈতিক আৰু তাৰ লগে লগে সামাজিক দৃষ্টিকোণৰ এক বিৰাট পৰিবৰ্ত্তন সংসাধিত হৈছিল।

এইছোৱা কালেই আছিল আগৰৱালা পৰিয়ালৰ অসমত সম্প্ৰসাৰণৰ কাল। ১৮৩২ চনত স্বৰ্গীয় নৱৰঙ্গৰাম আগৰৱালাই গমিৰি গাৱঁত খিলঞ্জীয়াকৈ বসতি আৰম্ভ কৰে। ১৮৪২ খৃঃ অত পুণ্যাত্মা হৰিবিলাস আগৰৱালাৰ জন্ম হয়। নিচেই কম বয়সতে তেখেতে ব্যৱসায়ত লাগে আৰু অতি অলপ সময়ৰ ভিতৰতে এই বিষয়ত খ্যাতি আৰ্জ্জন কৰে। কলিকতাত নিজাকৈ "গদী" খোলাৰ উপৰিও তেজপুৰ, উত্তৰ লক্ষীমপুৰ আৰু ডিব্ৰুগড়ত বহুতো মাটি বাৰীলৈ ব্যৱসায়ৰ শাখা প্ৰশাখা বিস্তাৰ কৰে। পৰম্পৰাগত ব্যৱসায়তকৈ তেখেতে ৰবৰ আৰু লোণ আমদানি-ৰপ্তানি ব্যৱসায়তহে চাঞ্চল্যকৰ সাফল্য লাভ কৰিছিল।

ৰূপৰ চামুচ মুখতলৈ ১৮৬৭ খৃঃ অঃত চন্দ্ৰকুমাৰৰ জন্ম হয় আৰু পিতৃ হৰিবিলাসৰ দৰে চন্দ্ৰকুমাৰেও কমবয়সতে ব্যৱসায়ত হাত দিবলগীয়াত পৰিল। কলিকতাৰ বিখ্যাত প্ৰেচিডেন্সি কলেজত এফ, এ পঢ়িথকাৰ সময়তে তেওঁ "লালকুঠীত" থাকি ব্যৱসায় চোৱাচিতা কৰিছিল। ১৮।১৯

বছৰীয়া ডেকা লৰাৰ কাৰণে ই কম কথা নহয়, তাকো কলিকতাহেন চহৰত। এই সময় ছোৱাতে ১৮৮৮ খৃঃ অঃ (১৮১০ শকৰ মাঘ মাহত) "জোনাকী"ৰ সমস্ত দায়িত্বলৈ নিজ স্বত্বাধিকাৰিত্বত সেই ঐতিহাসিক মাহেকীয়া আলোচনীখনি প্ৰকাশ কৰিছিল। মন কৰিবলগীয়া যে ৺হৰিবিলাস আগৰৱালাই যিদৰে মহাপুৰুষ শঙ্কৰদেৱৰ কীৰ্ত্তনঘোষা, বৰগীত আদি ছপা কৰি অসমীয়া ভাষাক জীপ দিছিল, ঠিক সেই দৰেই পিতৃদেৱৰ পদানুসৰণ কৰি চন্দ্ৰকুমাৰে "জোনাকী" উলিয়াই অসমীয়া জাতীয় জীৱনৰ নৱউন্মেষণত বিপুল অৰিহণা যোগাইছিল। ইয়াৰ দুবছৰ পিচত বি, এ পৰীক্ষা দি চন্দ্ৰকুমাৰ হয়তো সাহিত্য সেৱাতেই একাণপতীয়াকৈ-লাগিব পাৰিলেহেঁতেন; কিন্তু নিয়তিৰ নিষ্ঠুৰ পৰিহাসত আৰু বিদেশী শাসকৰ কুচক্ৰান্তত ৺হৰিবিলাস আগৰৱালা এক মহা বিপৰ্য্যয়ৰ সন্মুখীন হবলগীয়া হয়। অশেষ মা-মোকৰ্দ্দমা খৰচপাতি কৰি সেই যাত্ৰাত কোনোমতে ৰক্ষা পৰে। কলিকতাৰ গদী বন্ধ হবলগীয়া হয়। "লালকুঠী" এৰিব লগাত পৰে। বৰপুত্ৰ বিষ্ণু প্ৰসাদক অকালতে হেৰুৱায়। দেউতাকৰ এনে বিপৰ্য্যয়ৰ সময়তে কলেজীয়া শিক্ষা বিসৰ্জ্জন দি চন্দ্ৰকুমাৰ কৰ্ত্তব্যৰ আহ্বানত তামোলবাৰী চাহবাগিচালৈ আহে ১৮৯০ চনত।

চাহবাগিচাৰ জীৱন এক আচৰিত আৰু শলঠেকৰ একুলীয়া জীৱন। বিশেষকৈ যেতিয়া অসমীয়া চাহখেতিয়ক আঙুলি-মূৰত লেখিব পৰা আছিল। প্ৰবল প্ৰতাপী "ইংৰাজ-টি প্লানটাৰ" বিলাকৰ মাজত অকলশৰীয়া নিঃসঙ্গ জীৱন। নতুন মাটিভঙা আৰু নতুন দিশ-আবিষ্কাৰক (Pioneer) হোৱাটো বৰ টান কথা। প্ৰতিকূল অৱস্থাৰ লগত সততে যুঁজ কৰিবলগীয়া হৈছিল কোমলমতীয়া চন্দ্ৰকুমাৰে কলেজৰ দেওনা পাৰ হৈয়েই। তীক্ষ্ণবুদ্ধি, কৰ্ত্তব্যপৰায়ণতা আৰু উপযুক্ত শিক্ষাসম্পন্ন হোৱা গতিকে এনে আহুকলীয়া পৰিবেশৰ



মাজতো চন্দ্ৰকুমাৰে দক্ষতাৰে দৃঢ়ভাৱে কামত লাগি থাকিল। কোমলমতীয়া যদিও চন্দ্ৰকুমাৰৰ লৌহ মন আৰু ভীষ্মপ্ৰতিম প্ৰতিভাৰ চিনাকি তেতিয়াই পোৱা গৈছিল।

বাগিচা চলাবলৈ আৰু নকৈ বাগিচা খুলিবলৈ বহু নতুন নতুন সমস্যাৰ সন্মুখীন হব লগাত পৰিছিল যুৱক চন্দ্ৰকুমাৰ। যি কেইটা মূল সমস্যাৰ আউল মাৰিব লগীয়া হৈছিল সেইকেইটা আছিল পুঁজিৰ অভাৱৰ উপৰিও মজদুৰৰ অভাৱ, ডাক্তৰী ব্যৱস্থা আৰু যন্ত্ৰপাতিৰ অভাৱ। সেইকালত আজিকালিৰ দৰে বেঙ্ক বা তেনে সস্থা নাছিল বাবে ধনবিনিয়োগৰ সুবিধা নাছিল। চৰকাৰও আজিৰ দৰে আগবাঢ়ি অহা নাছিল। নিজৰ গাঠিৰ ধন ভাঙি ব্যৱসায়ত লাগিবলগীয়া হৈছিল বা মাৰোৱাৰী মহাজনৰ পৰা বেছি সুদত ধন ধাৰলৈ আনি বাগিচা বা তেনে আন আন ব্যৱসায়ত খটুৱাব লগীয়া হৈছিল। আগতেই উনুকিয়াইছোঁ যে অসমীয়া মানুহৰ হাতত কেচাটকাৰ মজুদ পুঁজিৰ সদায় অভাৱ আৰু তাৰ কাৰণে সমাজ ব্যৱস্থাৰ ভিতৰত নিহিত আছিল। নতুন আমোলত ধনেই আছিল প্ৰধান কথা। গতিকে অসমীয়া মানুহে হয় ব্যৱসায় এৰিবলগীয়া হৈছিল নাইবা মাৰোৱাৰী মহাজনৰ শৰণাপন্ন হবলগীয়াত পৰিছিল। এই-বিলাক কাৰণতেই বহুতো অসমীয়া ব্যৱসায়ী শলঠেকত পৰিছিল। প্ৰতিপত্তি থকা কিছু অসমীয়া চাহখেতিয়কে মাৰো-ৱাৰী মহাজনৰ পৰা অতিৰিক্ত সুতৰহাৰত টকা ধাৰলৈ আনি শেষত সৰ্ব্বস্বান্ত হোৱাৰ উদাহৰণো বহুতো আছে। গাইগুটীয়া ভাৱে অসমীয়া মানুহ এলেহুৱা নাছিল— পৰিবৰ্ত্তিত সমাজ ব্যৱস্থাৰ গুঢ় তত্ব উপলব্ধি কৰিব নোৱাৰাৰ ফলতহে আহু-কালত পৰিছিল। অসমীয়া ব্যৱসায়ী আৰু খেতিয়কসকল আহুকালত পৰাৰ অন্যতম প্ৰধান কাৰণ হল আক্ৰমণ আৰু শোষণ। মাৰোৱাৰী মহাজনসকল প্ৰকৃত পুঁজি বিনিয়োগ-কাৰী (financier) নাছিল। তেওঁলোকৰ মূল উদ্দেশ্য আছিল

শোষণ। বাগিচা গঢ়ি উঠাৰ লগে লগে আয়াসতে তাক গ্ৰাস কৰাই আছিল তেওঁলোকৰ মুখ্য উদ্দেশ্য। এনেকৈয়ে বহু অসমীয়াই খোলা বাগিচা পিচত মাৰোৱাৰীৰ হস্তগত হয়। চন্দ্ৰকুমাৰে তেওঁৰ বুদ্ধি, কৌশল আৰু বন্ধুজনৰ সহায়ত এই মহাবিপদৰ পৰা আঁতৰি থাকিব পাৰিছিল।

চাহ খেতিৰ কাৰণে অসমত মজতুৰ পোৱা দূৰূহ সমস্যা আছিল। ইয়াৰ অভাৱ পূৰণ কৰিবৰ বাবে ব্যাপক ভাৱে 'কুলী' আমদানী কৰা প্ৰথা তাহানি ইংৰাজ অহাৰ লগে লগে অসমতো প্ৰৱৰ্ত্তন কৰা হয়। ইংৰাজসকল এই বিষয়ে ইতিমধ্যে সিদ্ধহস্ত হৈ উঠিছিল। দেশীয় ৰাজ্যৰ ৰজাবোৰক গা ধন দি বহু ভাৰতীয় 'কুলী' দক্ষিণ আফ্ৰিকা, কেনিয়া, মাদাগস্কাৰ, নিউগিনী ওৱেষ্টইণ্ডিজ, মালয়, জাভা, আদি বিদেশলৈ ৰপ্তানি কৰা হৈছিল। ই এটা স্থকীয়া আৰু লাভজনক ব্যৱসায় হৈ উঠিছিল। ক্ৰমে এই কাৰবাৰ ইমান নিৰ্ম্মম আৰু নিষ্ঠুৰ হৈ পৰিছিল যে চৰকাৰে জনমতৰ খাটিৰত ইয়াৰ বাবে নানা আইন কানুন বান্ধি দিব লগাত পৰিছিল। এই ব্যৱস্থা অনুসৰিয়েই লাখ লাখ কুলী 'অজান্তিমূলুক' অসমলৈ আমদানী হৈ আহিছিল। প্ৰথম ডোখৰত কিছু চীন দেশীয় লোককো অনা হৈছিল। 'চীনামৰা' আদি ঠায়ে এই কথাকে সূচায়। তামোলবাৰীলৈ এইদৰে বহু 'গিৰমিটীয়া' কুলী আমদানী কৰা হৈছিল। এইদৰে কুলী আমদানীৰ ব্যৱস্থা বৰব্যয় বহুল আছিল। স্বাস্থ্য আৰু ডাক্তৰী ব্যৱস্থাৰ অভাৱত ই আৰু অধিক ব্যয়-বহুল হৈ পৰিছিল।

আইনৰ ব্যৱস্থা নথকাত স্বাস্থ্যৰক্ষা আৰু চিকিৎসাৰ সুবিধা একেবাৰে নোহোৱাৰ নিচিনাই। দুৰ্গম বাট পথেদি আহোঁতে আৰু অস্বাস্থ্যকৰ ভিতৰুৱা চাহ বাগিচাত থকাৰ কাৰণে বেমাৰ আজাৰত অসংখ্য কুলীৰ প্ৰাণহানী হোৱাটো এটা সাধাৰণ ঘটনা আছিল। চন্দ্ৰকুমাৰো এনেবোৰ সমস্যাৰ



সন্মুখীন হবলগীয়া হৈছিল। অক্লান্ত পৰিশ্ৰম আৰু পৰিষ্কাৰ পৰিচ্ছন্নতাৰ প্ৰতি তীক্ষ্ণ নজৰ থকাত বহু ৰোগৰ পৰা তেওঁ বাগিচাখনক ৰক্ষা কৰিব পাৰিছিল। ৰোগীৰ সেৱা শুশ্ৰূষা কৰাটোও চন্দ্ৰকুমাৰৰ আন এটা মহৎ গুণ। স্বভাৱতে এনে ধৰণৰ একাধিক গুণৰ তেওঁ অধিকাৰী আছিল। এনে গুণৰ বৰঙণিও তামোলবাৰীৰ সফলতাৰ আন এটি কাৰণ। চাহ শিল্পৰ তেতিয়া চালুকীয়া অৱস্থা। কাৰিকৰী বিদ্যাৰ অভাৱ, বৈজ্ঞানিক সা-সজুলিৰ, যন্ত্ৰপাতিৰ অভাৱ পৰিলক্ষিত হৈছিল। নানা অনুসন্ধান পৰীক্ষা নিৰীক্ষাৰ পাচতহে এটা যন্ত্ৰৰ আবিষ্কাৰ হৈছিল। এইবিলাক বিষয়ত চন্দ্ৰকুমাৰ সদায় আগৰণুৱা আছিল। চাহ খেতিৰ ক্ষেত্ৰত তেওঁৰ অনুসন্ধানী মনে নানা যন্ত্ৰ-পাতি আৰু বহু তথ্যপাতি আবিষ্কাৰ কৰিছিল। কেবাটাও চাহ শিল্পৰ যন্ত্ৰ তেখেতৰ আঁচনি আৰু পৰামৰ্শত হে গঢ় লৈ উঠিছিল। চাহ শিল্প যি দৰে এটা বিজ্ঞান সন্মত শিল্প সেইদৰে ইয়াক এবিধ কলা বুলিও ধৰিব পাৰি। আন সকলো বাদ দিও ভাল চাহ উৎপাদন কৰিবলৈ হলে বতৰৰ ওপৰতো সজাগ দৃষ্টি ৰাখিব লাগে। বতৰ সেমেকা বা খৰাং হলে তাপ উত্তাপৰ সাল-সলনিৰ লগে লগে কেঁচাপাত শুকোৱা মেলা, ঘানীত দিয়া, গাপত দিয়া আদি কামৰ ভালেমান কথাত সা-সময় সলনি কৰিব লগীয়া হয়। উন্নত যন্ত্ৰপাতি আবিষ্কাৰ হোৱাৰ পিচত অৱশ্যে এইবোৰৰ এতিয়া বন্ধাধৰা নিয়ম আছে। কিন্তু সেই সময়ত নিজৰ অভিজ্ঞতা-দক্ষতাৰ ওপৰত নিৰ্ভৰ কৰিহে ভাল চাহ তৈয়াৰ কৰিব লগা হৈছিল। চন্দ্ৰকুমাৰে নিজে সকলোবোৰ কাম কাজ চাইচিতি উপদেশ-নিৰ্দ্দেশ দি চাহ তৈয়াৰ কৰিছিল আৰু লগে লগে কাৰিকৰী প্ৰশিক্ষণ দি সক্ষম লোক গঢ়ি তুলিছিল— ইও তেওঁৰ এটি বৈশিষ্ট্য।

এইদৰে নেৰানেপেৰা চেষ্টা আৰু কঠোৰ অধ্যৱসায়েৰে চন্দ্ৰকুমাৰে চাহ বাগিচা গঢ়ি তুলিলে সেই দুপতীয়াৰে পৰা। অলপ দিনৰ ভিতৰতে নদন বদন হৈ তামোলবাৰীৰ নাম

চৌদিশে ৰজনজনাই গ'ল। তামোলবাৰী দোপতদোপে বাঢ়ি জাকত জিলিকা হল। ১৮৯৬ চনত আমেৰিকাৰ চিকাগো চহৰত অনুষ্ঠিত আন্তঃৰাষ্ট্ৰীয় চাহপ্ৰদৰ্শনীত তামোল-বাৰীৰ উৎকৃষ্ট চাহৰ বাবে প্ৰথম পুৰস্কাৰ লাভ কৰে চন্দ্ৰকুমাৰে। এখন তেনেই নতুন আৰু সম্পূৰ্ণ ভাৰতীয় চাহবাগিচাৰ বাবে এনে সন্মান পোৱাটো সঁচাকৈয়ে গৌৰবৰ কথা। কলিকতাৰ বজাৰতো তামোলবাৰীৰ চাহে ক্ৰমান্বয়ে প্ৰথম স্থান অধিকাৰ কৰি আহিছিল। চাহবাগিচাখন চাবলৈ সেই সময়ৰ বহুতো ইংৰাজ প্লেণ্টাৰ দূৰদূৰণিৰ পৰা তামোল-বাৰীলৈ আহিছিল।

ব্যৱসায় ক্ষেত্ৰত চন্দ্ৰকুমাৰে হিচাবপত্ৰক বিশেষ গুৰুত্ব দিছিল। পৰিষ্কাৰ হিচাবৰ অভাৱৰ কাৰণেই যে আমাৰ বহু ব্যৱসায়ী বিফল হয় আৰু উন্নতি কৰিব নোৱাৰে তাক তেওঁ সদায় কৈছিল। তেওঁ নিজেও যেনে হিচাবপত্ৰত পৰিপাটি আছিল কেৰাণী মহৰীকো তেওঁ নিজে হিচাবপত্ৰ শুদ্ধকৈ ৰাখিবলৈ হাতেকামে শিকনি দিছিল।

যৌথ কাৰবাৰ হিচাবে বাগিচাখন এটা দৃঢ় আৰু স্থায়ী ভেটিত প্ৰতিষ্ঠা কৰিবলৈ তেওঁ মনস্থ কৰিছিল। সেইবাবেই সকলো আইনকানুন নিজে অধ্যয়ন কৰি চাহবাগিচাখনক যৌথ কোম্পানীলৈ ৰূপান্তৰিত কৰে। কেউজন ভায়েক-ককায়েকক অংশীদাৰ স্বৰূপে লৈ এই কোম্পানী গঠিত হয়। অনুমান এইটোৱেই প্ৰথম অসমীয়া 'প্ৰাইভেট্ কোম্পানী'। কোম্পানীৰ নিয়মাৱলী, মেম'ৰেণ্ডাম আদি যাৱতীয় নথিপত্ৰ তেওঁ নিজেই ৰচনা কৰিছিল। সেই সময়ত কোম্পানীত অন্য অভিজ্ঞলোক বেছি নাছিল—প্ৰায় নাই বুলিলেও অত্যুক্তি কৰা নহয়। গতিকে বাগিচাত থকা কালছোৱাত চন্দ্ৰকুমাৰ চাহব্যৱসায়ী হোৱাৰ উপৰিও একাধাৰে খেতিয়ক, বৈজ্ঞানিক ইঞ্জিনীয়াৰ, ডাক্তৰ, আইনজ্ঞ আনকি স্থপতিও হব লগাত পৰিছিল।



চাহবাগিচাৰ কথা সামৰাৰ আগতে ব্যৱসায়ী হিচাবে চন্দ্ৰকুমাৰৰ অন্যতম অৱদান "তামোলবাৰী ষ্টেণ্ডাৰ্ড টি"ৰ চাহপেকেট ব্যৱসায়ৰ কথা নকলে কথাখিনি অসম্পূৰ্ণ হৈ ৰব। অসমৰ বজাৰত তামোলবাৰীৰ এই পেকেটচাহে যথেষ্ট সুনাম আৰ্জ্জন কৰিছিল। এই ব্যৱসায় সম্পূৰ্ণৰূপে চন্দ্ৰকুমাৰৰ অধীনত আৰু তেওঁৰ আঁচনিমতে গঢ়ি উঠিছিল। পেকেট কৰা আহিলাপাতি আৰু লেবেল আদি আৰু বিভিন্ন আকাৰৰ পেকেট তৈয়াৰ কৰাৰ অভিনৱ উপায় তেওঁ উদ্ভাৱনা কৰিছিল। তাহানিৰ বাতৰি কাকত সাদিনীয়া অসমীয়াত তামোলবাৰীৰ চাহৰ বিজ্ঞাপন—

"তামোলবাৰীৰ তামোল নহয়,
তামোলবাৰীৰ চাহ
খাই সকলোৱে কৰে আঃ আঃ আঃ"—প্ৰচাৰৰ লগে লগে অসমীয়াৰ মুখে মুখে সেই একে কথাকে হৈছিল।

অসমীয়া মানুহক আৰ্থিক হিচাবে টনকিয়াল কৰিবৰ বাবে তেওঁৰ বহুমুখী প্ৰতিভাৰ চানেকী বহু অনুষ্ঠানত পোৱা যায়। 'তামোলবাৰী কো-অ'পাৰেটিভ ষ্টোৰ্ছ' ও সেইবিলাকৰ অন্যতম। তামোলবাৰীৰ সকলো কৰ্ম্মচাৰী, মালিক আৰু মজদুৰকলৈ খোলা এইখন "কো-অ'পাৰেটিভ্ ষ্টোৰ্ছ" অসমত আজিও চলিথকা অতি পুৰণি সমবায় অনুষ্ঠানৰ ভিতৰৰে এখন।

চাহবাগিচাখন গজগজীয়াকৈ প্ৰতিষ্ঠা কৰাৰ পিচত চিৰ-গতিশীল চন্দ্ৰকুমাৰৰ সাহিত্যানুৰাগী মনটোৱে ঢাপলি মেলিলে তেখেতৰ আদৰ্শৰ সপোন বাস্তৱত ৰূপায়িত কৰিবলৈ। ১৯১৮ চনত স্বৰ্গীয় সদানন্দ দুৱৰা, শ্ৰীনীলমণি ফুকন প্ৰমুখ্যে গণ্যমান্য লোকসকলক অংশীদাৰ স্বৰূপে লৈ যৌথ কাৰবাৰী সংস্থা "আসাম প্ৰিণ্টাৰ্ছ এণ্ড পাব্লিছাৰ্ছ লিঃ" নাম দি এটা ছপাশাল প্ৰতিষ্ঠা কৰে। ইয়াৰ পৰাই সেই বছৰেই ২৮ আগষ্টত "সাদিনীয়া অসমীয়া" ৰাইজৰ আগলৈ ভুমুকি মাৰে। কোৱা বাহুল্য যে এই যৌথ কাৰবাৰ আৰম্ভ কৰোঁতেও আগৰদৰে যাৱতীয় সকলো কাম তেখেতে নিজেই কৰিছিল।

ডিব্ৰুগড়ৰ ঘৰৰ চৌহদৰ ভিতৰতে এই প্ৰেছ প্ৰতিষ্ঠা কৰি সকলো কামৰ তদাৰক নিজে কৰিছিল। বাগিচাৰ কামত সৰ্ব্বতো প্ৰকাৰে নিজক ব্যস্ত ৰাখিও প্ৰেছখোলাৰ কথা ভবাটোও অভাৱনীয়। এনে অৱস্থাত সকলো কামৰ ওপৰত চকু দি কম্পজিটাৰৰ পৰা আৰম্ভ কৰি কাকত ডাকত দিয়ালৈকে সকলো কামৰ কাৰিকৰী বিদ্যা তেওঁ যে ক'ত আৰ্জ্জন কৰিছিল তাক ভাবি আচৰিত হব লাগে। ডেৰকুৰি বছৰ আগৰ কলিকতাত 'জোনাকী যুগ'ৰ অভিজ্ঞতা তেওঁ নিশ্চয় পাহৰা নাছিল। অসমৰ বিখ্যাত সাংবাদিক শ্ৰীলক্ষ্মীনাথ ফুকন ডাঙৰীয়াই ২৯ আগষ্ট ১৯৬৫ চনৰ 'অসম বাতৰি' চন্দ্ৰকুমাৰৰ বিষয়ে এইদৰে লিখিছিল—"ডেকাবয়সত তামোল-বাৰী চাহবাগিচাত থাকোতে আগৰৱালাই কি ভীষণ খাটিব পাৰিছিল তাৰকথা মই মানুহৰ মুখে শুনিছিলোঁ, কিন্তু নিজে দেখা নাছিলোঁ। বুঢ়াবয়সতো তেওঁ কিদৰে খাটিব পাৰিছিল আৰু দৰকাৰ পৰিলে কিদৰে খাটিছিল তাক হলে নিজ চকুৰেই দেখিলো।"

ক্ৰমান্বয়ে কেবা বছৰো লোকচান দিয়াত আসাম প্ৰিণ্টাৰ্ছৰ বহু অংশীদাৰ হতাশ হৈছিল আৰু বহুতে গা এৰা দিছিল। তথাপি চন্দ্ৰকুমাৰে হতাশ নহৈ কামত আকোৰ গোজালি দি লাগি থাকিল। অংশীদাৰৰ সংখ্যাও বঢ়াবলৈ যত্ন কৰিলে। অসমৰ গাৱেঁ-ভূঞে মানুহ পাচি গাৱঁলীয়া মানুহকো এই ব্যৱসায়ৰ প্ৰতি আকৃষ্ট কৰিবলৈ চেষ্টা চলাইছিল। ইয়াক এটা জাতীয় প্ৰতিষ্ঠান হিচাবে আদৰ্শ স্থানীয় কৰি গঢ়ি তুলিবলৈ তেওঁ যৎপৰোনাস্তি দেহে কেহে খাটিছিল। সেইবাবে কামত লেহেম বা সামান্য ভুল দেখিলেও অতিপাত খং উঠা তেওঁৰ এটা স্বভাৱত পৰিণত হৈছিল। দৰাচলতে কিন্তু তেওঁৰ প্ৰকৃতি তাৰ সম্পূৰ্ণ বিপৰীত আছিল। কোনো মানুহে কিবা কথা নুবুজিলে তাক বুজাবৰ বাবে অশেষ চেষ্টা কৰিছিল। কিন্তু জানি শুনি ভুল কৰা কিম্বা কামত এলাহ



কৰা তেওঁ সহিব নোৱাৰিছিল। জীৱনৰ শেষ ছোৱালৈকে চন্দ্ৰকুমাৰ এই কামত একাণপতীয়াকৈ লাগি আছিল। ইয়াৰ নিয়মাৱলী আৰু সংবিধান ইমান নিখুঁত আৰু কটকটীয়াকৈ বান্ধি দিছিল যাতে তেওঁৰ অবিহনেও কোম্পানী সুচল ভাৱে চলি থাকিব পাৰে। সুখৰ কথা যে এই কোম্পানী এতিয়াও চলি আছে আৰু চলি থাকিব বুলি আশা কৰিব পাৰি। ইতিমধ্যে দুবাৰ কি তিনিবাৰ এই কোম্পানীৰ অংশীদাৰসকলৰ মাজত লভ্যাংশও বিতৰণ কৰিছে।

চন্দ্ৰকুমাৰৰ ব্যৱসায় আৰু সংগঠন প্ৰতিভাৰ উজ্জল চানেকী হিচাবে এই প্ৰতিষ্ঠান সদায় জিলিকি থাকিব। অনুমান এইটোৱেই অসমত এটা ৰাজহুৱা কোম্পানী যিটো আজিও জীৱিত হৈ আছে।

ডিব্ৰুগড়ৰ পৰা এখনি বাতৰি কাকত চলোৱাত নানা আলৈ আহুকাল পাই কাকতখন গুৱাহাটীলৈ স্থানান্তৰিত কৰাৰ কথা বহুদিনৰ পৰাই চন্দ্ৰকুমাৰে মনত আলচি আছিল। আৰু এতিয়া বাগিচাৰ কামৰ পৰা কিছু ৰেহায় পাব পৰা যাব বুলি গুৱাহাটীত প্ৰেছ খুলিবলৈ মনস্থ কৰে। এই উদ্দেশ্যে গুৱাহাটীৰ বিখ্যাত সদাগৰ শ্ৰীযুত মাণিক চৌধাৰীৰ পৰা খাৰঘুলিত প্ৰায় ৫০ বিঘা মান মাটি লীজ লৈ "নিউপ্ৰেছ" আৰম্ভ কৰে। ১৯২০।১৯২১ চনত নিউপ্ৰেছৰ বাবে যাবতীয় সা-সৰঞ্জাম আৰু ছপাশাল নিজে কলিকতালৈ গৈ কিনা-কুটা কৰিছিল।

নিউপ্ৰেছ সম্পূৰ্ণ হৈ উঠাত অসমীয়াৰ কাৰ্য্যালয় ডিবৰুৰ পৰা গুৱাহাটীলৈ আনিলে। এইবাৰকাম সহজ-সাধ্য যেন লাগিলেও সকলো হেঙ্গাৰ চন্দ্ৰকুমাৰৰ সংগঠন শক্তিৰ দ্বাৰা পৰিচালিত হোৱা বাবে উজু হৈ পৰিছিল। ৺ডিম্বেশ্বৰ নেওগ, শ্ৰীঅমিয়কুমাৰ দাস, স্বৰ্গীয় জ্যোতি প্ৰসাদকে আদি কৰি স্বনাম ধন্য দেশপ্ৰেমিকসকল নিউপ্ৰেছত আছিল। বাঁহী, মিলন, কীৰ্ত্তন, দশম আদি পুৰণি পুথি আৰু আলোচনীসমূহো

এই সময়তে ইয়াৰ পৰা প্ৰকাশ হৈছিল। খাৰঘুলি সেই সময়ত অটব্য অৰণ্যৰ মাজত, আলি-পহুলিও প্ৰায় দুৰ্গম অৱস্থাত আছিল। গতিকেই ব্যৱসায়ৰ সুবিধাৰ কাৰণে চহৰৰ ভিতৰলৈ প্ৰেছটো অনাৰ কথা চন্দ্ৰকুমাৰে নকৈ চিন্তা কৰে।

সেই উদ্দেশ্যেই গুৱাহাটীৰ বিভিন্ন ঠাইত কেবাডোখৰো মাটি কিনিছিল। বৰ্ত্তমান শিখমন্দিৰ থকা ঠাইৰ ওচৰতো এবিঘা মাটি কিনা হৈছিল। কিন্তু নাগৰিকৰ আপত্তিৰ বাবে সেই ঠাইত প্ৰেছ নহল। বৰ্ত্তমান থকা ঠাইতে নিউপ্ৰেছক নতুনকৈ প্ৰতিষ্ঠা কৰা হল। সাদিনীয়া অসমীয়াক তিনদিনীয়া কৰা হল।

চন্দ্ৰকুমাৰে সৃষ্টিশীল মনটোক কৱিতাৰ পৰা উৰামাৰি শিল্প উদ্যোগৰ পিনে ঢাল খুৱাইছিল সংযমৰ দ্বাৰা। চাহ-উদ্যোগ, মুদ্ৰণ শিল্প প্ৰতিষ্ঠা কৰাৰ উপৰিও তেওঁ জুইশলা আৰু নলীনাদ খনন আদি উদ্যোগৰ প্ৰতিও মনোনিবেশ কৰিছিল। যৌথ ব্যৱসায়ৰ প্ৰাথমিক কামো বহুদূৰ অগ্ৰসৰ হৈছিল। কিন্তু ৰাইজৰ পৰা উপযুক্ত সঁহাৰি নোপোৱাত আৰু বয়স ভাটী দিয়াৰ লগে লগে এইবোৰ আঁচনিৰ ওৰ পৰে। যৌথ কাৰবাৰত নেতৃস্থানীয়লোকৰ, উপযুক্ত সহায় নাপালে অকল ৰাইজৰ ওপৰতে নিৰ্ভৰ কৰি যৌথ কাৰবাৰ গঢ়ি তোলা প্ৰায় অসম্ভৱ। তদুপৰি শীঘ্ৰে লাভজনক নহলে সাধাৰণ ৰাইজক আকৃষ্ট কৰাও টান কথা।

এনেবোৰ কাম কৰোঁতে চন্দ্ৰকুমাৰে যথেষ্ট ত্যাগ আৰু কষ্ট স্বীকাৰ কৰিবলগীয়া হৈছিল। কাৰণ তেওঁৰ প্ৰধান হেঙ্গাৰ হৈছিল পুঁজিৰ অভাৱ। আগতেই উল্লেখ কৰিছোঁ সেইকালত আজিকালিৰ দৰে বেঙ্ক বা চৰকাৰৰ পৰা কোনো সহায় পোৱাৰ সুবিধা নাছিল। গতিকে ই মাত্ৰ এখন চাহবাগিচাৰ ওপৰতে নিৰ্ভৰ কৰিবলগীয়া হৈছিল।

বতাহ বলিলেহে চিলা উৰাৰ দৰে চন্দ্ৰকুমাৰ ক্ষীপ্ৰগতিৰে আগবঢ়াৰ বাবেই বহুকাম সম্ভৱ হৈছিল। চন্দ্ৰকুমাৰৰ গতিতেই



আছিল নিৰাপত্তা। কিন্তু ক্ষণভঙ্গুৰ সীমিত জীৱনত চন্দ্ৰকুমাৰে বিভিন্ন ক্ষেত্ৰত আৰু কেতিয়াবা পৰস্পৰ বিৰোধী ক্ষেত্ৰত যি প্ৰতিভা আৰু দক্ষতা দেখুৱালে সি সঁচাকৈয়ে আনত বিৰল। কোনে জানে অনুকূল পৰিবেশ আৰু স্বচ্ছল পুঁজিৰ সুচল পোৱা হলে কি বিৰাট শিল্পসৌধ তেওঁ গঢ়িব পাৰিলেহেঁতেন। তেওঁৰ জুইশলা কোম্পানী আদি সৰু শিল্পপ্ৰচেষ্টাও ভ্ৰূণতীয়াতে মৰহি নগলহেঁতেন।

স্বৰ্গীয় চন্দ্ৰকুমাৰ আগৰৱালাক ব্যৱসায়ীতকৈ শিল্পউদ্যোগী বোলাহে অধিক সমীচিন হব। তেখেতৰ দৰে নিৰঙ্কুশ কৰ্ম্মীলোকৰ বৰ্ত্তমান কালত অনেক সা-সুবিধা ওলাইছে। আজি উপযুক্ত লোকক পুঁজি যোগাবলৈ চৰকাৰ আগবাঢ়ি আহিছে। ইয়াৰ উপৰিও বেঙ্ক আৰু আন আন অনুষ্ঠানেও লাগতিয়াল পুঁজি আগবঢ়াইছে। সেইহে চন্দ্ৰকুমাৰৰ দৰে কৰ্ম্মী, দৃঢ়প্ৰতিজ্ঞ, উদ্যোগী পুৰুষৰ অভাৱ আজি বৰকৈ অনুভৱ কৰিছোঁ। যুটীয়া কাৰবাৰত বিশ্বাসী চন্দ্ৰকুমাৰে বহল আৰু দূৰ দৃষ্টিৰে সময়ৰ আগলি বাট ধৰি যি পথৰ দিগদৰ্শক আছিল সেই পথেই নিশ্চয় আমাৰ গন্তব্য স্থানৰ লক্ষ্য হব লাগিব।

---

# আগৰৱালা মানুহজন

লক্ষ্মীনাথ ফুকন

সাহিত্যৰথী বেজবৰুৱাই তেওঁৰ 'জীৱন-সোঁৱৰণ'ত লিখিছে কলিকতাৰ কলেজত পঢ়োঁতে কিদৰে তেওঁ, চন্দ্রকুমাৰ আগৰৱালা আৰু হেমচন্দ্র গোস্বামী তিনিজন গুচি এজন হৈ পৰিছিল আৰু আগৰৱালাৰ মুখৰ হাঁহিয়ে কিদৰে তেওঁক আকৃষ্ট কৰিছিল।

কলেজীয়া বা ছাত্রজীৱনৰ হাঁহি-মুখ সাধাৰণতে পিছৰ জীৱনত নাথাকে,— থকা সম্ভৱপৰো নহয়। চিন্তা-ভাৱনা নথকা ছাত্রজীৱনো এক আৰু কর্ত্তব্যৰ গধুৰ বোজা আৰু চিন্তাভাবনাৰে ভৰা জীৱনো এক। কলেজীয়া ছাত্র-জীৱনৰ পৰিসমাপ্তি ঘটাই তামোলবাৰী চাহবাগিচাৰ কামত ধৰাৰ লগে লগে স্বাভাৱিকতে আগৰৱালাৰো আগৰ প্রশস্ত হাঁহি-মুখ নেথাকিল। সেই সময়তে আগৰৱালাই লিখিছিল,— "কর্ম্মদেৱ, শিলেৰে বন্ধালোঁ আজি হিয়া।" শিলেৰে বন্ধোৱা হিয়াৰ পৰা হাঁহি-মুখৰ উজ্জ্বল ৰেঙণি প্রকাশ পোৱা সহজ নহয়। তেওঁ মুখ আৰু মন কঠোৰ কৰি লৈ বাগিচাৰ বনুৱাক শাসন কৰিছিল। তেওঁৰ খঙো আছিল অতি উগ্র। আজি-কালিৰ দৰে বনুৱা-সংঘ থকাহেঁতেন সময়ে সময়ে বনুৱা আৰু আগৰৱালাৰ মাজত কি যে অঘটন নঘটিলহেঁতেন!

তেওঁ চাহ-বাগিচা এৰি 'অসমীয়া' উলিওৱাৰ পিছতো পূর্ব্বৰ সেই খং লোপ হোৱা নাছিল। খঙৰ ইমান উগ্রতা যে বেয়া তাকো তেওঁ উপলব্ধি কৰিছিল আৰু বয়সত বহু-পৰিমাণে সংযত হৈছিলোঁ। কিন্তু সময়ে সময়ে ব্যতিক্রম নঘটাকৈ নাছিল। প্রেছৰ কর্ম্মচাৰীবিলাকৰ লগত আগৰ-



ৱালাৰ সম্পর্ক আছিল অতি মধুৰ। কর্ম্মচাৰীবিলাকৰ আগত প্রেছৰ মালিক বা প্রভু বুলি তেওঁ যেন একো তাঁৰ বেৰ নেৰাখিছিলেই। কিন্তু কামত গাফিলি কৰিলে আৰু ৰক্ষা নাই। এবাৰ এজন কম্পজিটৰৰ ওপৰত কিবা কথাত এনেদৰে উগ্র আচৰণ কৰি দেখুৱালে যে শেষত কর্ম্মচাৰী-বিলাকে ধর্ম্মঘট কৰিলে। এসপ্তাহ কাকত নোলাল। পিছত কলিকতাৰপৰা কম্পজিটৰ অনাইহে কাম চলোৱা হ'ল।

বাহিৰৰ মানুহৰ লগত আগৰৱালাৰ ব্যৱহাৰ আছিল মধুৰ আৰু ভদ্রজনোচিত। তেওঁক বহুতেই জানিছিল, কিন্তু তেওঁৰ হলে বহুতৰ লগত সংশ্রৱ নাছিল। কিন্তু ঘনিষ্ঠ সম্পর্ক থকা বন্ধুকেইজনৰ লগত কথা-পাতোঁতে আৰু আলাপ আলোচনা কৰোঁতে কলিকতীয়া ছাত্র-জীৱনৰ সেই হাঁহি মুখ প্রকাশ নোপোৱাকৈ থকা নাছিল। উজান বজাৰত ঘৰ সাজি থাকিবলৈ লোৱা সময়ত আগৰৱালাৰ জীৱনৰ বিয়লিবেলা। যৌৱনৰ পূৰঠ মুখৰ সেই হটঙা মানুহজন ক্ষীণকায় বুঢ়া হৈ পৰিল, গাল-মুখ শুকান, মুখমণ্ডলো কিছুপৰিমাণে নিষ্প্রভ হ'ল। এনে অৱস্থাতো হেম গোস্বামী, কমলাকান্ত ভট্টাচার্য্য আৰু জ্ঞানদাভিৰাম বৰুৱা এই তিনিওজনক বা এওঁলোকৰ যি কোনো এজনক লগ পালেও যেন আগৰৱালাই পুৰণি দিনবোৰ ঘূৰাইহে পাইছিল। বেজবৰুৱাক পালেতো কথাই নাই! জীৱনৰ ভাটী কালত বেজবৰুৱাও ৱার্ডকোম্পানীৰ কামৰ সম্পর্কত কিছুদিন আগৰৱালাৰ ওচৰতে ঘৰভাড়া কৰি থাকিছিলহি। তেতিয়া দুই "অভিন্ন-হৃদয়" বন্ধু লগহলে দুয়োৰো মুখ কলিকতীয়া জীৱনৰ সোঁৱৰণত উৎফুল্লিত হৈ উঠিছিল।

'জোনাকী'ক আগৰৱালাৰ যৌৱনৰ প্রেয়সী আছিল বুলি ধৰিলে 'অসমীয়া'ক আদহীয়া আৰু বার্দ্ধক্যৰ সুহৃদ আছিল বুলিব পাৰি।

"আশা দিয়ে ভাষা দিয়ে
তাহে ভালবাসা দিয়ে
গঢ়ে তুলি মানসী প্রতিমা।"

তেনেদৰেই আগৰৱালাই 'অসমীয়া'খন গঢ়ি তুলিছিল। অসমীয়া উলিওৱাৰ উদ্দেশ্য আছিল তেওঁৰ দুটা। প্ৰথম আৰু প্ৰধান হ'ল বাতৰি কাকত বুলি গণ্য কৰিব পৰা অসমীয়া বাতৰি কাকতৰ অভাৱ পূৰণ আৰু দ্বিতীয় হ'ল যুটীয়াভাবে ব্যৱসায় কৰিবলৈ অসমীয়া ৰাইজক উৎসাহিত কৰা। তেওঁ কৈছিল আৰু বিশ্বাসো কৰিছিল,— "সংহতি কাৰ্য্যসাধিকা"। সেইসময়তে তেওঁ এদিন মোক (প্ৰবন্ধ লেখকক) কোৱা মনত আছে—"অসমীয়া মানুহে ব্যৱসায় কৰিব লাগে; এজনে নোৱাৰিলে দহজনে মিলি কৰিব লাগে।" আগৰৱালাই ইচ্ছা কৰাহলে 'অসমীয়া'খন তেওঁৰ বা তেওঁৰ পৰিয়ালৰ ব্যক্তিগত সম্পত্তি হিচাবেই প্ৰকাশ কৰিব পাৰিলেহেঁতেন। পিছলৈ যদিও সেয়েই হ'ল তথাপি পোনতে কেইবাগৰাকীও অসমীয়া-লোকক 'আসাম প্ৰিণ্টাৰ্চ এণ্ড পাব্লিছাৰ্চ'ৰ' অংশীদাৰ কৰা হৈছিল। এই কোম্পানীৰ পৰাই অসমীয়া প্ৰকাশ পাইছিল। অসমীয়া মানুহেৰে যুটীয়াকৈ ব্যৱসায় কৰাৰ সপোন তেওঁৰ দিঠকত স্থায়ীভাবে পৰিণত নহ'ল। অংশীদাৰসকলে অংশৰ টকা দিবলৈ টান পালে। দুই-এজনে কিস্তিৰ টকা সম্পূৰ্ণকৈ দিছিল যদিও শেষলৈ লোকচান ভৰা কোম্পানীৰ পৰা আঁতৰি যাবলৈ ধৰিলে। প্ৰথম কেইবছৰমান 'অসমীয়া' লোকচানতে চলিছিল। আগৰৱালা আৰু তেওঁৰ পৰিয়ালে এই কাকতৰ গুৰি নধৰাহেঁতেন 'অসমীয়া' কেতিয়াবাই বন্ধহৈ গ'লহেঁতেন আৰু ডিব্ৰুগড়ৰপৰা কাকতখনে গুৱাহাটী নাপালেহিহেঁতেন।

এই অসমীয়া প্ৰতিষ্ঠানটো যাতে শক্তিশাল, হয় আৰু কাকতখনেও দোপতদোপে উন্নতি কৰে তাৰকাৰণে আগৰৱালাই যত্ন আৰু উৎসাহৰ ত্ৰুটী কৰা নাছিল। দায়িত্ববহন কৰিবলৈ দেহেকেহে খটা আৰু সকলোচিন্তা পৰিহাৰ কৰি কেৱল কামকৰি আনন্দপোৱা যেনে মানুহ তেওঁ পাবলৈ বিচাৰিছিল তেনে মানুহপোৱা এক প্ৰকাৰ অসম্ভৱো আছিল। তেওঁ



নিজে কিন্তু কঠোৰ শ্ৰম কৰিব পাৰিছিল। অন্যান্য কৰ্মীও তেওঁৰদৰে শ্ৰম কৰাকে তেওঁ কামনা কৰিছিল। এই প্ৰতিষ্ঠানটোক মোৰবুলি ভাবি কামকৰা কৰ্মীক সকলো প্ৰকাৰে সুবিধা আৰু উৎসাহ দিবলৈও তেওঁ সাজু আছিল। স্বৰ্গীয় ডিম্বেশ্বৰ নেওগে তেওঁৰ 'জীৱন-ৰহস্য'ত লিখি গৈছে বোলে আগৰৱালাই হেনো তেওঁক ব্যৱসায়ত সহযোগী হিচাপে পাবলৈ বিচাৰিছিল। "আনহে নালাগে প্ৰথম খোপনি লবৰ কাৰণে তেখেতে আসাম প্ৰিণ্টাৰ্চ এণ্ড পাব্লিছাৰ্চৰ তেখেতৰ অংশৰপৰা দহহেজাৰ টকাৰ অংশ মোৰ নামে দানৰূপে লিখি দিয়াৰ দিহাও কৰিছিল।" নেওগে মাক-দেউতাকৰ ইচ্ছামতে চৰকাৰী চাকৰি লোৱাতহে হেনো সি হৈ নুঠিল। কিন্তু আগৰৱালাই গুৱাহাটীৰ ৺নিধিৰাম দাসক এই কোম্পানীৰ এজন ডাইৰেক্তৰ কৰি সুমুৱাই লৈছিল আৰু দাসক তেওঁ (আগৰৱালাই) নিজৰ অংশৰ পৰা কিছু টকা দান কৰিও দিছিল।

আগৰৱালাৰ দিনত যে অসমীয়া ব্যৱসায়ীলোক নাছিল তেনে নহয়, অৱশ্যে এতিয়া সংখ্যা বাঢ়িছে। কিন্তু আগৰ-ৱালাৰ দৰে আন অসমীয়া ব্যৱসায়ীয়ে নিজৰ অংশৰপৰা এনেকৈ ধন দি মানুহক ব্যৱসায়ত সুমুৱাই লোৱাৰ নিদৰ্শন নাই বুলিবই পাৰি। আনৰ ক্ষেত্ৰত ইয়াৰ বিপৰীতহে দেখা যায়। এটা জনা ঘটনা: এজন অসমীয়া ব্যৱসায়ীয়ে এটা নতুন ব্যৱসায় আৰম্ভ কৰিবলৈ ইচ্ছা কৰি এগৰাকী অভিজ্ঞ লোকক দায়িত্বপূৰ্ণ পদত নিযুক্ত কৰিলে। ব্যৱসায়ীজনে তেওঁক অংশীদাৰ কৰি লব বুলি কথাও দিলে। অভিজ্ঞ-ব্যক্তি গৰাকীয়ে পৰম উৎসাহেৰে দিনে-ৰাতি খাটি খুটি প্ৰতিষ্ঠানটো টনকিয়াল কৰি তুলিলে। কিন্তু যেতিয়া পূৰ্ব্ব প্ৰতিশ্ৰুতি সোঁৱৰাই দিয়া হ'ল তেতিয়া বিনা দ্বিধাই ব্যৱ-সায়ীজনে প্ৰতিশ্ৰুতি অস্বীকাৰ কৰিলে। ব্যৱসায় যেতিয়া সুপ্ৰতিষ্ঠিত হৈ উঠিল তেতিয়া আৰু অভিজ্ঞলোকৰেই বা

আৱশ্যকতা ক'ত আৰু প্ৰতিশ্ৰুতিয়ে বা ৰক্ষা কৰিব কিয়? ব্যৱসায়ীজনে অভিজ্ঞব্যক্তি গৰাকীক এনেদৰে কথা শুনাই দিলে যে তেওঁ ইচ্ছা কৰিলে কাম এৰিও যাব পাৰে।

কিন্তু আগৰৱালা আছিল ইয়াৰ ব্যতিক্ৰম। তেওঁ কাৰোবাক কিবা কথা দিলে তাক ৰক্ষা কৰিবলৈ অহো-পুৰুষাৰ্থ কৰিছিল। আগৰৱালাই সম্ভৱতঃ তেওঁৰ দেউতাক হৰিবিলাস আগৰৱালাৰপৰা এই গুণটো লাভ কৰিছিল। এসময়ত হৰিবিলাস আগৰৱালাৰ আৰ্থিক অৱস্থা বেয়ালৈ ঢাল লোৱাত কলিকতাৰ আৰ্মেনিয়ান ষ্ট্ৰিটত থকা তেওঁ-লোকৰ ঘৰটো যাঠী নে আশী হেজাৰ টকাত বেচিবলৈ স্থিৰ কৰিলে। মুখে মুখে এজনৰ লগত বন্দোবস্ত হৈ যোৱাৰ পিছত আন এজনে হেনো পাঁচ নে ছ হেজাৰ টকা বেচিকৈ দিবলৈ ওলাইছিল। সেই কালত পাঁচ-ছ হেজাৰ টকা বহুত টকা আৰু হৰিবিলাস আগৰৱালাৰ অভাৱো আছিল খুব বেচি। হৰিবিলাস আগৰৱালাই কিন্তু কথা নুঘূৰালে। আগতে কথা দিয়া জনতে ঘৰটো বেচিলে। চন্দ্ৰকুমাৰে দেউতাকৰ পৰা নিশ্চয় এনে গুণৰ অধিকাৰী হবলৈ সক্ষম হৈছিল।

চন্দ্ৰকুমাৰ আগৰৱালাই মানুহক বিশ্বাস কৰিছিল আৰু যাক বিশ্বাস কৰিছিল তাক গভীৰ ভাবেই বিশ্বাস কৰিছিল। কিন্তু বিশ্বাস ভাঙিলে তেওঁ সহজে ক্ষমা নকৰিছিল। এবাৰ এজন প্ৰিয়পাত্ৰ ডেকাক কামত সুমাই ললে। টকা-পই-চাৰ দায়িত্বও ডেকাজনৰ ওপৰতে অৰ্পণ কৰিলে। কিন্তু ডেকাজনে বুজন ধৰণৰে কিছু টকা নিজৰ বৰীয়াকৈ খৰচ কৰি পেলালে। অৱশ্যে ডেকাজন অসৎ নাছিল; কিন্তু কেইবাজনকো পোহপাল দিবলগা হোৱাত তৰ্কিব নোৱাৰাকৈ কোম্পানীৰ কিছুটকা খৰচ হৈ গ'ল। আগৰৱালাই কথাটো সহিব নোৱাৰিলে, আৰু সহিবপৰা কথাও নাছিল। ডেকাজনে



কাম এৰিদিবলৈ বাধ্য হ'ল, কিন্তু তেওঁক কোনো জুলুমত নেপেলালে। আনকি তেওঁ অন্যায়ভাবে খৰচকৰা টকাখিনি উলিয়াবলৈও কোনো ব্যৱস্থা লোৱা নহ'ল।

আগৰৱালাই যাক ভাল পায় আৰু বিশ্বাসকৰে তাৰ কাৰণে যিমানপাৰে সিমান কৰিবলৈ সাজু; কিন্তু তাৰো এটা সীমা আছে। প্ৰশংসাক ভালপোৱা দুৰ্ব্বলতাও তেওঁৰ নোহোৱা নহয়। কিন্তু প্ৰশংসা বা ভালৰি লগাই যে কোনোবাই অন্যায়ভাবে তেওঁৰ পৰা কিবা সুবিধা আদায় কৰিব পাৰিছিল সেই নহয়। তেতিয়া মই 'অসমীয়া'ৰ সম্পাদক। কিন্তু আন এজন ডেকা তেওঁৰ ইমান প্ৰিয়পাত্ৰ হৈ উঠিল যে তেওঁ সম্পাদক হবলৈ ইচ্ছা প্ৰকাশ কৰিলে আৰু আগৰৱালাইও পাতিবলৈ স্থিৰ কৰিলে। মোতকৈ তেওঁক বেচি দৰমহা দিয়াৰো বন্দৱস্ত হ'ল। সকলো ঠিক-ঠাক, কেৱল মোক 'নোটিচ' দিবলৈ আৰু মোৰ ঠাইত তেওঁ আহি বহিবলৈ বাকী। সময়বুজি ডেকাজনে তেওঁক দহবছৰ কামত ৰাখিব লাগিব বুলি লিখি দিবলৈ আগৰৱালাক ধৰিলে। ডেকাজনে তেতিয়া অস্থায়ীভাবে চৰকাৰী কাম কৰি আছিল। তেতিয়া সকলো চেষ্টা ব্যৰ্থ হ'ল। এবছৰমানৰ পিছত মই এৰা পৰিলত 'অসমীয়া'-ৰ সম্পাদক হ'ল কাশীৰপৰা পঢ়া সাংকৰি ঘৰলৈ ওভটা বৰ্ত্তমান অসম বিখ্যাত বকুলবনৰ কবি শ্ৰীআনন্দ চন্দ্ৰ বৰুৱাহে।

১ম সংখ্যা 'জোনাকী'ৰ সম্পাদকীয়ত আগৰৱালাই লিখিছিল যে পৰাধীন জাতিৰ ৰাজনীতি নাই। সেই কথা সাৰোগত কৰিয়েই নে কি তেওঁ ৰাজনীতিত যোগ দিয়াও নাছিল। মহাত্মাগান্ধীয়ে প্ৰচলন কৰা অসহযোগ আন্দোলন লৈ অসমত কংগ্ৰেছ নাছিল। তেতিয়াৰ অসমত একমাত্ৰ ৰাজনৈতিক অনুষ্ঠান আছিল 'আসাম এছোচিয়েচন'। আৰম্ভণিতে ইয়াৰ গুৰিধৰিছিল গৌৰীপুৰৰ ৰজা প্ৰভাতচন্দ্ৰ বৰুৱা আৰু যোৰহাটৰ জগন্নাথ বৰুৱাই। ১৯১৫ চনত ইয়াৰ বাৰ্ষিক অধিবেশন কৰ্ম্মবাৰ নবীন চন্দ্ৰ বৰদলৈৰ সভাপতিত্বত বহিছিল।

তাত আগৰৱালা উপস্থিত আছিল, কিন্তু কোনো সক্রিয় অংশ গ্রহণ কৰা নাছিল। তাৰ আগৰবছৰ যোৰহাটত আৰু পিছৰবছৰ গুৱাহাটীত বহা অধিবেশনত আগৰৱালাই যোগ দিয়া নাছিল। অৱশ্যে 'অসমীয়া' প্রকাশনৰ দায়িত্ব লোৱাৰ-পৰাহে তেওঁ ৰাজনীতিত্ লেটি লবলগা হ'ল। ৰাওলাট আইনৰ প্রতিবাদকল্পে ডিব্রুগড়ত যি প্রতিবাদসভা হ'ল তাত আগৰৱালা কেৱল উপস্থিতেই নাছিল, প্রস্তাৱ এটা উত্থাপন কৰি বক্তৃতাও দিছিল। আৰু সম্ভৱতঃ ৰাজনীতি বিষয়ক সভাত বক্তৃতা দিয়া তেওঁৰ এয়ে আদি আৰু অন্তও। এই সভাখন তেওঁৰ নিজৰ উদ্যোগত অনুষ্ঠিত হোৱা নাছিল আৰু স্বেচ্ছাই গৈ সক্রিয় অংশও গ্রহণ কৰা নাছিল। তেওঁৰ বন্ধু ৺দুর্গাদাস চাংকাকতি প্রমুখ্যে লোকসকলৰ অনুৰোধক্রমেহে তেওঁ গৈ তাত সক্রিয় অংশ লৈছিল।

কিন্তু মহাত্মা গান্ধীৰ প্রতি আগৰৱালাৰ অসীম শ্রদ্ধা আছিল। তেওঁৰ প্রতি শ্রদ্ধা নিবেদন কৰি এটি কবিতাও ৰচনা কৰিছিল। মহাত্মাৰ দ্বাৰা পৰিচালিত অসহযোগ আন্দোলনৰ লগতো আগৰৱালাই অসহযোগেই কৰিছিল। কিন্তু ভাৰতীয় জনসাধাৰণৰ উন্নতিৰ কাৰণে সূচনা কৰা গান্ধীজীৰ কিছুমান কার্য্যকলাপৰ প্রতি তেওঁৰ সমর্থন আছিল। তেওঁৰ সাজ-পাৰতো গান্ধীৰ প্রভাৱ পৰিল। আগৰৱালাই আগতে চাহাব৷ পোছাক পৰিধান কৰিলেও মূৰত হলে পাগুৰি মাৰিছিল। অৱশ্যে তেওঁৰ পাগুৰি আছিল অসমৰ মহাজনীয়া পাগুৰি। কিন্তু মহাত্মা গান্ধীৰ সংস্পর্শত অহাৰ পিছৰপৰা পাগুৰিৰ ঠাইত মূৰত উঠিল গান্ধী-টুপী। আগতে তেওঁ ঘৰত পায়জামা আৰু কামিজ বা পাঞ্জাবী পিন্ধিছিল, এতিয়া বাহিৰলৈ যাওঁতেও প্রায় তাকেই পিন্ধা কৰিলে। আৰু সিও হ'ল খদ্দৰ বা এৰীয়াৰহে। তেওঁ পিন্ধন-উৰণত সম্পূর্ণকৈ গান্ধীবাদী হৈ পৰিল।



মহাত্মাৰ মর্ম্মস্পর্শী আৰু নির্ভীকবাণীৰ প্রেৰণাত আগৰৱালাৰ স্বাধীনচেতামন আৰু স্বাধীনচেতা হৈ উঠিল। "ৰজা আৰু ৰাইজলৈ সেৱা জনাই" যি 'অসমীয়া'ই জন্ম লৈছিল সেই 'অসমীয়া'ত ৰজা আৰু ৰজাঘৰৰ সুৰ নাবাজি বাজিবলৈ ধৰিলে ৰাইজৰ সুৰ। আগৰৱালাই যেন নতুন বল আৰু প্রেৰণা লাভ কৰিলে। ইংৰাজ পুলিচ এজনে বৰপেটাৰ সুন্দৰীদিয়া সত্রত অপকর্ম্ম কৰাৰ বাতৰি 'অসমীয়া'ত প্রকাশ কৰাৰ পিছত যেতিয়া অসম চৰকাৰৰ ৰোষ-দৃষ্টি কাকত-খনৰ ওপৰত পৰিল তেতিয়া বুঢ়া বয়সৰ সম্পাদক মহেশ্বৰ বৰুৱাই ক্ষমা মাগি আৰু দুখ প্রকাশ কৰি লেঠা মাৰি থবলৈ বৰকৈ ধৰাতো আগৰৱালা মান্তি নহ'ল। চৰকাৰৰ তৰফৰ পৰা 'অসমীয়া'ৰ বিৰুদ্ধে মানহানি মোকৰ্দ্দমা তৰা হ'ল আৰু সেই মোকৰ্দ্দমাত 'অসমীয়া' হাৰিলেঁ। সম্পাদকৰ পোদ্ধৰশ টকা জৰিমনা আৰু অনাদায়ে দহমাহমানৰ ফাটেকৰ হুকুম হ'ল। ইয়াৰ আগতে কোনো বাতৰি কাকত মানহানি মোকৰ্দ্দমাৰ সন্মুখীন হোৱা নাছিল।

কিন্তু বক্তৃতা-সর্ব্বস্ব সভা-সমিতিৰ প্রতি আগৰৱালাৰ বিৰাগ আগৰদৰেই থাকিল। ৰাজনৈতিক সভা-সমিতিৰ কথা এৰিলেও আন সভা-সমিতিতো তেওঁক যোগ দিয়া দেখা নগ'ল। অসমীয়া ভাষা আৰু সাহিত্যই আছিল কেৱল তেওঁৰ বুকুৰ বান্ধৈ, আপোনতকৈও অতি আপোন।

বুটিছ আমোলৰ প্রথম পাঁচজন কবিৰ ভিতৰত তেৰেঁা এজন প্রধান। আগৰৱালাই—

"ফুটোঁ৷ নে নুফুটোঁ৷ কৈ
কুমলীয়া কলিটি
ওঠত লাজেৰে লৈ
মিচিকিয়া হাঁহিটি।"

এই ৰীতিৰে "সুন্দৰৰ আৰাধনা" কৰি অসমীয়া সাহিত্যত মাধুৰী ফুলাইছিল। অসমীয়া ভাষা আৰু সাহিত্যৰ অনুষ্ঠান

অসম সাহিত্যসভাৰ লগত তেওঁৰ তেনে একো ঘনিষ্ঠ সম্পৰ্কই নাছিল। বৰং তেওঁ সাহিত্যসভাৰ পৰা আলেঙে আলেঙেহে থাকিছিল। এবাৰ নহয় দুবাৰো তেওঁক সাহিত্যসভাৰ সভাপতিৰ পদ যচা হৈছিল। কিন্তু দুয়ো বাৰেই তেওঁ এই সন্মান প্ৰত্যাখ্যান কৰিলে। তেওঁ আছিল কামৰ মানুহ। কামতকৈ কথাৰ ওপৰত য'ত বেচি প্ৰাধান্য দিয়া হয় তেনে কথা আৰু অনুষ্ঠানত তেওঁৰ আস্থা নাছিল।

সংস্কৃত ভাষা আৰু সাহিত্যৰ ওপৰত তেওঁৰ বুৎপত্তি আছিল। "অসমা সুষমা কামৰূপা···" এই সংস্কৃত গাথিকাটোই ইয়াৰ উজ্জ্বল নিদৰ্শন, এইটো চন্দ্ৰকুমাৰৰেই ৰচনা। ডিব্ৰুগড়ত তেওঁৰ মাজু লৰাজনে ডিঙিত চিপজৰী লৈ আত্মহত্যা কৰাৰ পিছদিনা তেওঁক সমবেদনা জনাবলৈ যোৱা সকলক নশ্বৰ জীৱন সম্বন্ধে গীতাৰ শ্লোক মাতি শুনাইছিল। তেওঁৰ অন্তৰ শোকত দহিব লাগিছে, অথচ মুখত সেই আগৰ প্ৰশান্ত ভাব! হৰতাল শব্দটো যে সংস্কৃত 'হৰিতালিকা' শব্দৰপৰাহে আহিছে তাক তেওঁ সংস্কৃতৰ বচন ম'তি আমাৰ আগত প্ৰমাণ কৰি দিছিল। অৱশ্যে ইংৰাজী, সংস্কৃত আৰু অসমীয়া কিতাপৰ সংগ্ৰহো তেওঁৰ বেচি নাছিল। গীতা, উপনিষদ প্ৰভৃতি কেইখন মান কিতাপ প্ৰায়েই তেওঁৰ লগত দেখিছিলোঁ আৰু সেই কিতাপ কেইখন তেওঁ খুব মনোযোগেৰে পঢ়িছিলোঁ।

আগৰৱালা মানুহজন প্ৰতিপদক্ষেপতে হিচাপী আছিল। খোৱা-বোৱা আৰু থকা-মিলাত তেওঁ যথেষ্ট খৰচ কৰিছিল। তেওঁ ভাল খাইছিল আৰু ভাল লৈছিল; কিন্তু কেতিয়াও সীমা অতিক্ৰম কৰিবলৈ নিদিছিল। বিলাসিতাও তেওঁৰ নাছিল। তেওঁ তেনে দানীও নাছিল; কিন্তু ৰাজহুৱা কামৰ কাৰণে বৰঙণি বিচাৰি আহিলে নিদিয়াকৈও নেথাকিছিল। ১৯২৬ চনত গুৱাহাটীত কংগ্ৰেছ মহাসভা পাতোতে অভ্যৰ্থনা সমিতিয়ে তেওঁৰপৰা দহহেজাৰ টকা ধাৰলৈ লৈছিল। অভ্যৰ্থনা



সমিতিয়ে সেই টকা তেওঁক ঘূৰাই দিব নোৱাৰিলে আৰু তেৱোঁ আনৰ দৰে অভ্যৰ্থনা সমিতিক একো জুলুম নকৰিলে। অন্যান্যলোককো তেওঁ তেনেকৈ সহায় কৰিছিল; কিন্তু টকা ঘূৰাই পাবলৈ নিবিচাৰিছিল। আগৰৱালাৰ জীৱনত এনে কাৰ্য্যৰ ভালেমান নিদৰ্শন আমি নিজে জানোঁ।

এইজনেই আছিল 'প্ৰতিমা'ৰ খনিকৰ 'বীণ-ব'ৰাগী'ৰ কবি, 'জোনাকী' আৰু 'অসমীয়া'ৰ কাণ্ডাৰী চন্দ্ৰকুমাৰ আগৰৱালা।

---

# সাংবাদিক চন্দ্ৰকুমাৰ

—অমিয়কুমাৰ দাস

"আপুনি নাভাবিব আপোনাৰ পেন্সন গৱৰ্ণমেণ্টে বন্ধ কৰিলে, মই আপোনাৰ পেন্সনৰ টকা দি থাকিবলৈ গাত লৈছোঁ। বিচাৰত আপোনাৰ কাৰাদণ্ড হলে মই আপোনাৰ পৰিয়ালৰ ভৰণ-পোষণৰ দায়িত্ব লম। আপুনি চিন্তা নকৰিব।" এই কথাখিনি কলে সাদিনীয়া অসমীয়াৰ স্বত্বাধিকাৰী আসাম প্ৰিণ্টাৰ্ছ এণ্ড পাব্লিছাৰ্ছ কোম্পানীৰ মেনেজিং ডিৰেক্টৰ স্বৰ্গীয় চন্দ্ৰকুমাৰ আগৰৱালাই।

কাকতখনৰ সম্পাদক স্বৰ্গগত মহেশ্বৰ বৰুৱা দোধোৰ মোধোৰত পৰিছে। 'অসমীয়া'ৰ ওপৰত হোৱা মোকৰ্দ্দমাত কি কৰে? কামৰূপ জিলাৰ পুলিচ ছুপাৰিণ্টেণ্ডেণ্ট স্বৰ্গগত আনন্দচন্দ্ৰ আগৰৱালাই (চন্দ্ৰকুমাৰ আগৰৱালাৰ সম্পৰ্কীয় ভায়েক) বুজাইছে "আপুনি ক্ষমা প্ৰাৰ্থনা কৰক"। আন-ফালে স্বৰ্গীয় চন্দ্ৰকুমাৰ আগৰৱালাই বুজাইছে মোকৰ্দ্দমাৰ সন্মুখীন হবলৈ। এনে এটা অৱস্থাত সম্পাদক মহেশ্বৰ বৰুৱা চিন্তিত।

এই ঘটনা হৈছিল ১৯২২ চনত অসহযোগ আন্দোলন চলি থাকোতে। অসহযোগ আন্দোলন দমন কৰিবলৈ সেই সময়ত বৃটিছ চৰকাৰে সশস্ত্ৰ চিপাহীৰ দল গাঁৱে গাঁৱে লৈ ফুৰাই গাঁৱলীয়া ৰাইজৰ মনত ভয় দেখুৱাবলৈ ব্যৱস্থা লৈছিল। এই বাবে ১৯২২ চনৰ জানুৱাৰী মাহৰ প্ৰথম সপ্তাহত বৰপেটা নগৰৰ পৰা এছিষ্টেণ্ট পুলিচ ছুপাৰিণ্টেণ্ডেণ্ট সশস্ত্ৰ পুলিচ বাহিনী লৈ ওলাল। সুন্দৰীদিয়া সত্ৰৰ ওচৰ পোৱাত পুলিচ বাহিনী থিয় হল। গাঁৱৰ বাহিৰত বাটৰ



পশ্চিমকাষে এটা ওখ ঢিপত এটা সৰু নামঘৰ আছে। মহাপুৰুষ মাধৱদেৱ আহি সেই ঠাইতে হেনো জিৰণি লৈছিল। এয়ে জনশ্ৰুতি। ৰাইজে তাত এটা নামঘৰ সাজি মহাপুৰুষৰ জিৰণি লোৱা ঠাই ডোখৰৰ স্মৃতি ৰাখিছে।

সহকাৰী পুলিচ চাহাব নতুনকৈ অহা ইংৰাজ ডেকাই এই ঠাই ডোখৰৰ মাহাত্ম্য একো নাজানে। তেওঁ ওখ ঠাই দেখি তালৈ উঠি গল। জোতাৰে সৈতে নামঘৰত সোমাই কৰিবনলগীয়া কাম এটা কৰিলে। চাহাবৰ এনে কাৰ্য্যত ৰাইজে দুখ পালে। বৰপেটা জিলা কংগ্ৰেছৰ সম্পাদক স্বৰ্গগত জনাৰ্দ্দন দাসে এই কথা বাতৰি-কাকতলৈ পঠালে। মহাত্মা গান্ধীৰ দ্বাৰা সম্পাদিত 'ইয়ং ইণ্ডিয়া'কে লৈ ভাৰতৰ বহুতো কাকতে এই বাতৰি প্ৰকাশ কৰিলে।

ধৰ্ম্মৰ স্থান অপবিত্ৰ কৰা বুলি সাম্ৰাজ্যবাদী চৰকাৰৰ ওপৰত চেকা পৰিল। সেইবাবে "অসমীয়া" কাকতৰ ওপৰত মোকৰ্দ্দমাৰ অৱতাৰণা কৰা হল। ঘটনাৰ সত্যাসত্য অনুসন্ধান কৰি কাকতৰ কৰ্ত্তৃপক্ষ মোকৰ্দ্দমাৰ সন্মুখীন হ'ল। চৰকাৰে ভবা নাছিল অসমীয়া কাকতৰ কৰ্ত্তৃপক্ষ মোকৰ্দ্দমাৰ সন্মুখীন হব। তেওঁলোকে ভাবিছিল মোকৰ্দ্দমাৰ জাননী পোৱা মাত্ৰে কাকত-খনৰ কৰ্ত্তৃপক্ষ সেও হৈ আঁঠু লব। কিন্তু তেনে নোহোৱাত মানুহৰ স্বাভাৱিক দুৰ্ব্বলতাৰ ওপৰত ভিত্তি কৰি কিছুমানে সম্পাদকৰ মন ভাঙিবলৈ যত্ন কৰিছিল। এনে সময়ত চন্দ্ৰকুমাৰ আগৰৱালাৰ দৃঢ় আশ্বাসে সম্পাদকৰ মনলৈ সাহ আনিলে।

আজি চন্দ্ৰকুমাৰ আগৰৱালাৰ শতবাৰ্ষিকী জন্মতিথি। এশ বছৰ আগতে এনে এটা সময়ত ৺চন্দ্ৰকুমাৰ আগৰৱালাৰ জন্ম হৈছিল। সেই সময়ত অসমৰ অৱস্থা কি আছিল, বিশেষকৈ ৺চন্দ্ৰকুমাৰ আগৰৱালাৰ জন্মস্থান কলংপুৰৰ অৱস্থা কি আছিল তাকে মনলৈ আহে। ৺চন্দ্ৰকুমাৰ আগৰৱালাৰ দেউতাকৰ ডায়েৰীত পোৱা যায় যে সেই সময়ত কলংপুৰ

বৃটিছৰ শাসনৰ তললৈ অহাটো সৰহ দিন হোৱা নাছিল। উত্তৰ পাৰত বিশ্বনাথতেই বৃটিছ ৰাজ্যৰ সীমা আছিল আৰু উজনি অসম আহোম ৰজাৰ শাসনৰ তলত আছিল। তাৰ লগতে কলংপুৰ অঞ্চলটোও বৃটিছৰ শাসনৰ বাহিৰত আছিল।

"এই বছৰতে (১৮৪৯ চন) চৰকাৰী আলি (North Trunk Road) বন্ধোৱা আৰম্ভ হয়। ৰাংছালিৰ বিহালী নৈৰ পৰা গহপুৰৰ বৰপুখুৰীলৈকে আলি বন্ধোৱা পিতাৰ (৺নৱৰঙ্গ ৰাম) জিম্মা আছিল। বনুৱাৰ মজুৰী দৈনিক /. এক অনা হিচাপে আছিল। ৰায়তবিলাক বৰ দুখীয়া আছিল। প্ৰতি ঘৰৰ খাজানা বাৰ্ষিক ।৵. ছ অনাৰ পৰা ১. পৰ্য্যন্ত। তাকে দিব নোৱাৰাত দিনটো ৰ'দত বন্দ কৈ ৰাখে। গধূলি বেতেৰে কোবাই কাণ মোহোৰাই জামিন লৈ এৰি দিয়ে। ৰায়তে ধান, চাউল, মাহ, সৰিয়হ আদি উৎপন্ন বস্তু বেচি ধন ঘটাৰ সুবিধা একেবাৰেই নাছিল। বেপাৰী, বাট-ঘাট, নাও-গাড়ী চলাচল একো নাছিল। ২/৩ খন গাঁৱৰ মতা মানুহে গোটখাই চাউলৰ ভাৰ লৈ বামে বিশ্বনাথলৈ গৈ চাউল বেচি লোণ, কাপোৰ কানি আদি অতি লাগতিয়াল বস্তু আনি ব্যৱহাৰ কৰিছিল।

* * * "বাৰিষা (বেঙ্গল প্ৰেছিডেন্সীৰ) লেফটেনাণ্ট গৱৰ্ণৰ ছিছিল বীডন চাহাব প্ৰথমে আসামলৈ উজাই আহি ডিবৰুত দৰবাৰ কৰাত মই উপস্থিত হৈছিলোঁ। (১৮৬০ চন)। * * * গোসাঁই বৰমূৰীয়া ডাঙৰীয়াসকলে কবলৈ একো নাপাই আফু খেতিৰ হুকুম দিয়ক বুলি প্ৰাৰ্থনা কৰিলে। * * * কলংপুৰত ধান, চাউল অতিশয় সস্তা আছিল। ধান দোণে এপইচা, চাউল প্ৰতি দোণে তিনি পইচা দৰত কিনা হৈছিল। * * *

"১৮৬৬ চন। শীতকালত ডিবৰুগড়ৰ পৰা ডেপুটী কমিশ্যনাৰ ষ্টুয়াৰ্ট চাহাব আহি গমিৰি ঘাটত নামি বামে উজাই গল। কলাবাৰী, গহপুৰ, কলংপুৰ, গমিৰি এই চাৰি



মৌজা ডিবৰু জিলাৰ পৰা খাৰিজ কৰি তেজপুৰ জিলাত চামিল কৰিবলৈ ৰিপোৰ্ট কৰাত ১৮৬৭ চনত তেজপুৰ চামিল হল। * * *

"দক্ষিণপাট সত্ৰৰ অধিকাৰ বাসুদেৱ গোসাঁইৰ নিমন্ত্ৰণ পাই ৰাস যাত্ৰা চালোগৈ। মই ঘৰত নথকাত মোৰ দ্বিতীয় সন্তান জন্ম হ'ল নাম চন্দ্ৰকুমাৰ।" * * *

"১৮৭৩ চনত গমিৰি এৰি তেজপুৰৰ নতুন ঘৰলৈ আহিলোঁ। গমিৰি এৰি তেজপুৰলৈ উঠি অহাৰ প্ৰধান কাৰণ এই ল'ৰাহঁতক শিক্ষা দিবৰ তেজপুৰ বিনা ভিন্ন গতি নাছিল। * * *

"বিষ্ণু, চন্দ্ৰ, কণ কলিকতাতে থাকি চিটী স্কুলত পঢ়িছিল।" এইখিনি স্বৰ্গীয় হৰিবিলাস আগৰৱালাৰ ডায়েৰীত পোৱা যায়।

আজি এশ বছৰৰ পাছত সেই সময়ৰ কথাই মনলৈ আহিছে। বৃটিছ অসমলৈ আহিবৰ আগতেও আহোম ৰজা-সকলে আধুনিকতাৰ গ্ৰহণ কৰিবলৈকো মনৰ খিড়িকীখন মেলি দিবলৈ দিহা কৰি, সেই সময়ত প্ৰচলন হোৱা যুদ্ধৰ অস্ত্ৰ-শস্ত্ৰ কিছুমান আৰু সৈন্য বাহিনীৰ সংগঠনতো নতুন প্ৰণালী সুমুৱা কথা আমি পাওঁ। তেন্তে কিয় সোতৰ শতাব্দীত পৃথিৱীলৈ অহা নতুন পোহৰত উন্নতিৰ বাটত খোজ দিবলৈ দিহা কৰিও স্বাধীনতা হেৰুৱাবলগীয়া হল আৰু সকলো কথাতে জুৰুলা হবলগীয়া হল? ইয়াৰ উত্তৰ ৺চন্দ্ৰকুমাৰৰ ভাষাত কবলৈ হলে—

"এক শতাব্দীৰ পূৰ্ব্বে স্বাৰ্থান্ধ কূট মন্ত্ৰণাৰ অবিচাৰ অত্যাচাৰে অসমীয়াক জুৰুলা কৰি ভয়-ভ্ৰান্তি সংশয় অবিশ্বাসত পেলাই দি মানৰ পিশাচ খেলত অসমীয়াৰ ভৰি ভাঙি থৈছে। মানৰ দিনত অসমীয়াৰ জাতীয় জীৱনে কি অধোনতি পাইছিল গৈ সেইদিনৰ বল বুদ্ধি আৰু সাহেই চিনাকি দিছে। তেতিয়াৰ পৰা অসমীয়াৰ সমাজ ভাঙিল, অসমদেশ বকৰাণি হল।

বাকৰিত দুই এজোপা শুৱলা গছ পাব পাৰা, কিন্তু অধিকাংশই দুৰ্ব্বল, নিস্তেজ আওকঠীয়া গছ। দেশৰ শতকৰা ৯০ জনৰ অৱস্থা শোচনীয়। সেই পতনৰ শিক্ষাকে সাৰোগত কৰি লৈ এতিয়া আগবাঢ়িব লাগিব।" এইদৰে এশ বছৰ আগৰ অসমৰ কথা বৰ্ণাই ৺চন্দ্ৰকুমাৰে "সাদিনীয়া অসমীয়া" উলিওৱা আৰম্ভ কৰোতে "সঙ্কল্প" বোলা প্ৰবন্ধত (১৯১৮ চনৰ আগষ্টত) লিখিছিল।

আহোম ৰজাঘৰৰ ৰবমূৰীয়া বিষয় ববীয়াসকলে নিজৰ ভিতৰত শাসনৰ ক্ষমতা লৈ কাজিয়া কৰি মান মাতি আনিলে আৰু পাছত ইংৰাজে মানক খেদি অসমত সোমাল। পোনতে উজনি খণ্ড আহোম ৰাজবংশলৈ এৰি থলেও লাহে লাহে সেই খণ্ডও ইংৰাজৰ তললৈ যাবলগীয়া হল। ইংৰাজে বেপাৰ কৰিবলৈ অহাৰ কাৰণেই শাসনৰ প্ৰকৃত উদ্দেশ্যলৈ মন নিদি বেপাৰ বহলোৱাৰ কথালৈকে মন দিছিল। কোম্পানীৰ কৰ্ম্মচাৰীসকলে কি দৰে ধন ঘটাত লগা বাবে ৰাইজ জুৰুলা হবলগীয়া হৈছিল, সেইটো বুৰঞ্জীৰ কথা।

অসম মানৰ অত্যাচাৰৰ পৰা ৰক্ষা পৰিল সঁচা কিন্তু উনবিংশ শতাব্দীৰ পৃথিৱীয়ে যি পোহৰৰ মুখ দেখা পাবলৈ সুযোগ পালে, সেই পোহৰৰ সুবিধা আমি পাওঁতে বহুত দিন লাগিল।

কলংপুৰৰ দৰে এখন আওহতীয়া ঠাইত চন্দ্ৰকুমাৰৰ এশ বছৰ আগতে ১৮৬৭ চনৰ নৱেম্বৰ মাহৰ এনে এটা দিনত জন্ম হল। শিক্ষাৰ অনুষ্ঠানত অসম ভাৰতৰ ভিতৰত বহুতো পাছত থাকিলেও তেওঁ পিতাকৰ যত্নৰ ফলত শিক্ষাৰ সুবিধা পালে। কলিকতাৰ চিটী স্কুল আৰু শেষত প্ৰেছিডেন্সী কলেজত পঢ়িবলৈ সুবিধা পালে। সেই সময়ত দেউতাক আছিল অসমৰ এজন ডাঙৰ সদাগৰ। বেহা বেপাৰত প্ৰতিষ্ঠা লাভ কৰি ধন ঐশ্বৰ্য্যৰ মাজত সচৰাচৰে পোৱা আত্ম সন্তুষ্টিত



তেওঁৰ মনে শান্তি নাপালে। মানুহৰ আধ্যাত্মিক অন্তৰে যিটো বিচাৰে, দেশ আৰু সমাজৰ সেৱা, তালৈকো তেওঁৰ মন বিয়াকুল হৈ উঠিল। তেওঁৰ এই ব্যাকুলতাই তেওঁক নিছিল অসমীয়া পুৰণি সাহিত্য প্ৰকাশৰ আৰু সংগঠনৰ কৰ্ম্মক্ষেত্ৰলৈ।

সেই যুগটো ভাৰতবৰ্ষৰ কাৰণেই এটা এন্ধাৰৰ যুগ আছিল বুলি কব পাৰি। অসম ভাৰতবৰ্ষৰ ভিতৰত তাতোকৈ বেছি এন্ধাৰত আছিল বুলি কলে ভুল কোৱা নহব। ইংৰাজৰ এজন চিন্তাশীল লোকে লিখিছিল—"যিসকলে শিক্ষা পাইছে, তেওঁলোক ইমান স্বাৰ্থান্ধ, তেওঁলোকে নিজৰ স্বাৰ্থত ইমান মগ্ন যে, তেওঁলোকে ব্যক্তিগত স্বাৰ্থ এৰি সমজুৱা স্বাৰ্থৰ বাবে কিবা যত্ন কৰিবলৈ নোলায়। দেশৰ মানুহ যেনে বিধৰ শাসনৰ বাবে যোগ্য, তাকে পায়।" লিখক জনাই ভাৰতবৰ্ষৰ পৰিস্থিতিলৈ চায়েই ভাৰতৰ শিক্ষিত শ্ৰেণীলৈকে আঙুলিয়াই এনে এটা কথা লিখিবলগীয়া হৈছিল।

অসমত শিক্ষিত শ্ৰেণী বুলি বৰ সৰহলোকে উচ্চ শিক্ষাৰ পোহৰৰ সুবিধা সেই সময়ত পোৱা নাছিল। এফালে স্বাধীনতা হেৰুৱাবলগীয়া হল, আনফালে দেশলৈ ইংৰাজৰ লগতে কোম্পানীৰ কৰ্ম্মচাৰী হিচাপে বঙ্গদেশৰো কিছুমান কৰ্ম্মচাৰী আহিল। শাসনৰ কামত সহায়কাৰী হিচাপে আহি তেওঁলোকে অসমীয়া ভাষাকো অসমৰ পৰা আঁতৰাবলৈ যত্ন কৰাত লাগিল। ভাৰতৰ খ্যাতনামা বাগ্মীপুৰুষ ছাৰ সুৰেন্দ্ৰ নাথ বানাৰ্জ্জীয়ে "এটা জাতি গঠনৰ বাটত" (A Nation in the making) বুলি লিখা কিতাপখনত ভাৰতীয় সংহতিৰ যিবিলাক কথালৈ আঙুলিয়াইছে, সেই সংহতিৰ ভাৱ বঙ্গদেশৰ পৰা অহা সেইসকল লোকৰ অন্তৰলৈ অহা নাছিল। সংকীৰ্ণ প্ৰাদেশিকতাই ভাৰতীয় সংহতিৰ উচিত দৃষ্টিভঙ্গী লোৱাত তেওঁলোকক বাধা দিছিল আৰু সেইবাবে ইংৰাজ শাসকৰ লগ হৈ আসামত তেওঁলোকে নিজৰ প্ৰভুত্ব বিস্তাৰত মন দিছিল।

অসমৰ কাৰণে সেইবাবে সেই সময়টো এটা ডাঙৰ বিপদৰ দিন বুলি কব পাৰি। এনে এটা বিপদৰ সময়ত যি কেইগৰাকী লোকে অসমীয়া সাহিত্যৰ বৈশিষ্ট্য পুৰণি অসমীয়া সাহিত্য উদ্ধাৰ কৰি ৰাইজৰ মনলৈ নতুন প্ৰেৰণা আনিবলৈ যত্ন কৰিছিল, সেইসকল লোকৰ ভিতৰত ৺চন্দ্ৰকুমাৰৰ দেউতাকো এজনা আছিল।

দেউতাক ৺হৰিবিলাস আগৰৱালাই ৰাইজৰ সংগঠনৰ কামত মন দিয়াৰ লগতে পুৰণি সাহিত্যৰ উদ্ধাৰত ব্ৰতী হোৱাৰ পৰা পুতেক চন্দ্ৰকুমাৰে প্ৰেৰণা নোপোৱাকৈ নাছিল।

ওপৰত উন্নুকিউৱা ইংৰাজ মনীষী গৰাকীয়ে ১৮৮৫ চনত ভাৰতীয় পৰিস্থিতিৰ কথা আলোচনা কৰি লিখিছিল —"মানুহে জানে কেনেকৈ কাম কৰিব লাগে। ইংৰাজে আহি সকলো কামত সোমাই পৰিছে এই অভিযোগ যেন আৰু আপোনালোকে নকৰে। আপোনালোকক নেবাছি ইংৰাজক বাছি কামত লোৱা হৈছে বুলি যেন অভিযোগ নকৰে। কাৰণ আপোনালোকৰ যদি ৰাইজক সেৱা কৰিবলৈ ভাৱৰ অভাৱ হয়, নিজৰ ব্যক্তিগত স্বাৰ্থক তল পেলাই ৰাইজৰ সেৱা কৰিবলৈ ভাৱ নহয়, যি স্বদেশ প্ৰেমৰ ভাৱে ইংৰাজৰ অন্তৰলৈ প্ৰেৰণা আনিছে, যি প্ৰেৰণাই ইংৰাজক ইংৰাজ বুলি চিনাকি দিবলৈ সমল যোগাইছে, সেই প্ৰেৰণা যদি আপোনালোকৰ নাহে, তেন্তে ইংৰাজ আপোনালোকৰ দেশৰ শাসনকৰ্ত্তা অপৰিহাৰ্য্যভাৱে হবলগীয়া হব। আৰু তেওঁলোকে শাসনত অধিষ্ঠিত থাক আপোনালোকক চলাব-লগীয়া হব। আত্মত্যাগ আৰু নিস্বাৰ্থ সেৱাই হে মুক্তি আৰু আনন্দৰ সন্ধান দিয়ে বুলি সেই চিৰন্তন সত্য উপলব্ধি কৰি যেতিয়ালৈকে কামত নালাগে, তেতিয়ালৈকে পৰাধীনতাৰ শিকলিডালে আপোনালোকৰ ডিঙিত চুথ দিবই।" এইজনা, ইংৰাজ আন কোনো নহয় ভাৰতত জাতীয় কংগ্ৰেছৰ প্ৰতিষ্ঠাতা মহামতি হিউম। ১৮৮৫ চনত মহামতি হিউমে এনে মৰ্ম্মে



ভাৰতীয় শিক্ষিত লোক সকললৈ উদ্দেশ্য কৰি লিখিছিল। আৰু কলিকতাত ছাত্ৰ হিচাপে শিক্ষানুষ্ঠানত চন্দ্ৰকুমাৰৰ অন্তৰতো এইবিলাক কথাই নিশ্চয় প্ৰেৰণা যোগাইছিল। স্বৰ্গগত ডেভিড হেয়াৰ, ডিৰোজিও প্ৰভৃতিৰ প্ৰেৰণাত গঢ়ি উঠা প্ৰেছিডেন্সী কলেজৰ পৰিবেশৰ মাজত ৺চন্দ্ৰকুমাৰে দেশ সেৱাৰ প্ৰেৰণা নোপোৱাকৈ কেনেকৈ থাকে?

সেই সময়ত সমগ্ৰ ভাৰতলৈ এটা জাগৃতিৰ ভাৱ আহিল। দেশ সেৱা, সাহিত্য সেৱা, সমাজ সেৱাৰ কৰ্ম্মক্ষেত্ৰলৈ নানান মানুহ আহিবলৈ ধৰিলে। ভাৰতত যে জাগৰণ আহিল, জাতীয় সংহতিৰ বাবে প্ৰেৰণা শিক্ষিত ভাৰতে পালে, তাৰ কাৰণ কেৱল যে, ৰাজনৈতিক শক্তিবিলাক আৰু পৰাধীনতাৰ বোধেই নহয়। একোটা জাতিৰ জীৱনত একোটা সময়, একোটা মুহূৰ্ত্ত আহে, যি সময়ত সমগ্ৰ জাতিৰ চেতনা উদ্বুদ্ধ হবলৈ ধৰে। প্ৰতীচ্যৰ জাগৰণৰ কথাবিলাক খুঁৱৰিলে দেখা পোৱা যায়, প্ৰতীচ্যই পঞ্চদশ শতাব্দীৰ শেহত প্ৰাচ্যৰ ওচৰত পৰাস্ত হৈ নিজক আবিষ্কাৰ কৰিছিল। নিজক আবিষ্কাৰ কৰি শিল্প কলা-বিজ্ঞান সকলোতে আগবাঢ়িবলৈ ধৰিলে। ঊনবিংশ শতাব্দীৰ শেহৰ ফালে ভাৰতেও লাহে লাহে নিজক আবিষ্কাৰ কৰিব পাৰিলে। জাতীয় লাঞ্ছনাৰ মাজত বুৰঞ্জীৰ শক্তিয়ে জাতীয় চেতনাক উদ্বুদ্ধ কৰিলে। ৺আনন্দৰাম ঢেকিয়ালফুকন প্ৰভৃতিৰ দৰে মহাপুৰুষসকলে সেই উদ্বোধনক কিছুদিনৰ আগতে আদৰি আনিছিল।

এনে এটা সময়ত অসমে ভাৰতীয় জাতীয় কংগ্ৰেছৰ লগত খোজ লবলৈ যত্ন কৰিলে। কেনেকৈ অসমে ভাৰতৰ ৰাজনীতিত যোগ্য আসন লব পাৰে, তাকে চিন্তিবলৈ ধৰিলে। আনহাতে সাহিত্যৰ উন্নতিকল্পে শিক্ষিত অসমীয়া ডেকাদল ব্ৰতী হল। এই সময়তেই ছাত্ৰাৱস্থাত চন্দ্ৰকুমাৰেও "জোনাকী" নামেৰে এখন মাহেকীয়া কাকত কলিকতাৰ পৰা উলিয়ায়। জোনাকীৰ "আত্মকথাত" এইদৰে পোৱা যায়ঃ—

"সকলো কথাৰে আৰম্ভণ আছে আমাৰো আত্মকথা আছে। আমাৰ কবলগীয়া বহুত আছে, লাহে লাহে কৈ থাকিম, এই নিমিত্তেই আমি ওলাইছোহি। যেই কামতেই যি হওঁক হাত দিবলৈ গলেই আগেয়ে নিজৰ পৰিচয় দিব লাগিব এয়ে সংসাৰৰ নিয়ম। পাঠকক আমাৰ চিনাকি দিবই লাগিব। কিন্তু অনেকে আমাক দেখিয়েই চিনিব আৰু কোনোৱেবা আমাৰ নিবুৰ্দ্ধিতাৰ সাহ দেখি হাঁহিব, সন্দেহ নাই। আমি যে, এই বিপদ সাগৰত ভুৰ বান্ধি ল'বাৰ দৰে পাৰ হবলৈ ওলাইছো তাক আমি জানোঁ। অসমত কাকতৰ গতি কচুপাতৰ পানীটুপিৰ দৰে। মানুহৰ চেষ্টা 'অজৰ অমৰ' বুলি জানিহে আমাৰ সাহ; উদ্যোগীয়ে মৰণ কি কৰ নোৱাৰে। জীৱনেই হৈছে কাৰ্য্যশীল। কৰিবলগীয়া আমি কৰিম। ফল লাভ পাছৰ কথা। কামৰ চকৰিৰ তলত বহু মৰেও জীয়েও, মৰি জীহে সংসাৰৰ কাৰ্য্য সাধিব পাৰি।

"আমাৰ উদ্দেশ্য কি অনেকেই সুধিব। সম্প্রতি ইয়াকে কলেই হব যে আমাৰ কাৰ্য্য দেখি আমাক সকলোৱে বুজিব পাৰিব, আমাৰ কামটি বুজিব নোৱাৰা সাঁথৰ নহয়। ৰাজনীতি আমাৰ 'ৰাজ্যৰ' বাহিৰ। এই পৰাধীন দেশত "প্রজানীতি" হে ধৰিবলগীয়া, সাহিত্য, বিজ্ঞান, সমাজ ইত্যাদি আমাৰ আলোচনাৰ বিষয়। এইবিলাক সাধ্যমতে বুজিবলৈ আৰু প্রকাশ কৰিবলৈ যত্ন কৰিম। "বাদ" "প্রতিবাদ" আমি আদৰেৰে আমাৰ কোলাত ঠাই দিম। সেই বুলি ব্যক্তিগত নিন্দাক ওচৰ চাপিবলৈ নিদিও। ভাষালৈ আমাৰ বিশেষ চকু থাকিব। অসমৰ আটাই শ্রেণীৰ মানুহে যেন আমাক মৰম কৰে তালৈ আমি যত্ন কৰিম।

"ন কৈ উঠি অহা অসমৰ নিমিত্তে আমাৰ আটাই শক্তি ব্যয় কৰিম। এই পাছ পৰি থকা আন্ধাৰ দেশলৈ অলপ "জোনাক" সুমুৱাব নোৱাৰিলেও যদি নিজে নিজেও যত্নৰ ফিৰিঙতিৰ পোহৰত বাট পাওঁ, তেনে আমাৰ শক্তিৰ



মিছা ব্যয় হোৱা নাই বুলি ভাবিম। আমি জানো আমাৰ দেশ শিক্ষাত পাছ, জ্ঞানত ভিক্ষাৰী, ধনত দুখীয়া, সংখ্যা বলত শক্তিহীন, স্বাস্থ্যত ৰুগীয়া, কামত এলেহুৱা আৰু পৰাধীন—কিন্তু আমি নিজ শক্তি অনুযায়ী চাইহে কামত হাত দিব পাৰোঁ। আমি যুজিবলৈ ওলাইছো আন্ধাৰৰ বিপক্ষে—উদ্দেশ্য দেশৰ উন্নতি—"জোনাক"। কিমানলৈ আগবাঢ়িব পাৰোঁ সেইটো নিজৰ শক্তি চালনা আৰু সুযোগৰ ওপৰতহে বৈ আছে। আটায়ে উঠি পৰি লাগোহঁক ; সুযোগ আপুনি ওলাবহি। পাটীত পৰি দিন গণিবৰ সময় নাই। চাৰিওফালে হুৰহুৰাই কাম চলিছে। অসমীয়া বহি থাকিবনে ? এই ভাপ নাও, ভাপ ৰথ, বিজুলী ডাকৰ দিনতো যদি হাত ভৰি কোচাই বহি থাকোহঁক, তেনে আৰু আগবাঢ়ি যোৱা সকলৰ লগ ধৰাৰ আশা কৰিব নোৱাৰি। আমি নিজকে নিজে যোগ্য নকৰিলে অন্যে কৰি নিদিয়েহি। এই সংসাৰেই হৈছে যোগ্যৰ ঘৰ, অযোগ্য অধঃপতনলৈ যাব Survival of the Fittest। পাঠকে দায় নধৰিব এই খিনিতে সুন্দৰ ইংৰাজী কথা এফাকি তুলি দিলোঁ। তাৰ অৰ্থ ওপৰতে দিয়া হৈছে। তুঁহ জুইৰ দৰে অসমীয়াৰ তেজ আৰু উৎসাহ এতিয়া ভাগ্যৰ জাপৰ তলত লুকাই আছে এবাৰ ভমকাই উঠিবই উঠিব।"

—(জোনাকী ১ম সংখ্যা ১ম বছৰ ১৮১০ শকাব্দ ১৮৮৯ চন)

এইদৰে কলিকতাৰ পৰা চন্দ্রকুমাৰে ছাত্র অৱস্থাতেই "জোনাকী" চলোৱাত লাগিল।

কিন্তু সমগ্র ভাৰতত শিক্ষিত সম্প্রদায়ৰ মাজত যিটো অভাৱ হৈছিল অৰ্থাৎ ব্যক্তিগত সুখ সম্ভোগ ত্যাগ কৰি জাতীয় স্বাৰ্থৰ হকে কাম কৰাটো, সেই ভাৱৰ অভাৱ বোধ কৰোঁ অসমত বেছিকৈয়ে হৈছিল।

অসমীয়া ভাষাত কাকত লাগে ৰাইজৰ অভাৱ অভিযোগ জনাবলৈ লাগে। ৰাহুৰ গ্রাসৰ পৰা অসমীয়া ভাষাক মুক্ত কৰি সাহিত্যলৈ জোনাক আনিব লাগে। শিক্ষিত অসমীয়া মাত্রৰে

এনে এটা আকাঙ্ক্ষা আৰু এনে এটা আকাঙ্ক্ষা পূৰণ কৰিবলৈ ৺চন্দ্ৰকুমাৰে "জোনাকী" কলিকতাৰ পৰা উলিয়ালে ; কিন্তু সেই কাকত সৰহ দিনলৈ ৰক্ষা কৰিব নোৱাৰিলে। ইয়াৰ পাছত ৺বেজবৰুৱাই "বাঁহী" কলিকতাৰ পৰা উলিওৱাতে, অসমীয়া পঢ়ুৱৈ শ্ৰেণীৰ মনোভাৱ ব্যঙ্গ চিত্ৰৰে প্ৰকাশ কৰিবলগীয়া হৈছিল "জুগুলী" কাকত মৰিল কিয় ?" এইদৰে জোনাকী, বিজুলী, আলোচনী, আসাম বান্ধৱকে আদি কৰি বহুতো কাকতে ক্ষন্তেকলৈ পোহৰ দি নুমাবলগীয়া হল।

অসমৰ ৰায়তে অন্তৰৰ দুখ প্ৰকাশ কৰিবলৈ ভাষা নাপাই হাতত টাঙোন লৈ ওলাল গৱৰ্ণমেণ্টৰ বিৰুদ্ধে ( উত্তৰ কামৰূপ আৰু দৰঙত )। চাহ বাগিচাৰ বনুৱাই নিমাত হৈ নিৰ্য্যাতন সহি থাকি অসহনীয় হওতে হাতত টাঙোন ললে চাহ বাগিচাৰ কৰ্তৃপক্ষৰ বিৰুদ্ধে। অসমীয়াৰ অন্তৰত গোট খাই থকা দুখ অসমীয়াত প্ৰকাশ কৰিব নোৱাৰিলে। কলিকতাত 'বেঙ্গলী', সঞ্জীৱনী, বসুমতী আদি কাকতে অসমীয়াৰ দুখৰ কথা প্ৰকাশ কৰিবলগীয়া হল। অসমীয়াত বাতৰি কাকত নোহোৱাত ডেকা অসমে কেনেকৈ অসমীয়া কাকত উলিয়াব পাৰি তাকেই চিন্তা কৰিবলৈ ধৰিলে। এই সময়ছোৱা যে অসমৰ কাৰণে কি আছিল, তাকেই আজি মোৰ মনলৈ আহে। যোৱা শতাব্দীৰ শেহৰ ফালে অসমত চীফ্ কমিশ্যনাৰ হিচাপে থকা ছাৰ হেনৰী কটনে নিজৰ সোঁৱৰণিত লিখিছিল "অসমক ভাৰতৰ ( Cindrella ) এলাগী ছোৱালী বুলি কোৱা হৈছিল। মোৰ বেজাৰ হয় এই প্ৰদেশখনে এতিয়াও এই অৱস্থাতেই আছে। দুখুনী ছোৱালী এজনীয়ে লেতেৰা কাপোৰ কানি পিন্ধি উপকথাৰ কোঁৱৰলৈ বাট চাই আছে। সেই ৰূপকোঁৱৰ জানিবা লৰ্ড কাৰ্জনৰ গাতেই ওলাওক বুলি মই আশা কৰিছিলোঁ। কিন্তু মোৰ সেই আশা পূৰণ নহল। ইমান দিনৰ পৰা বাট চাই থকা কাৰ্জনৰ অসমলৈ আগমন জানিবা ১৯০০ চনৰ মাৰ্চ্চত হ'ল।



"এই দুখুনী ছোৱালীজনীক মৰমৰ মাত দিবলৈ লৰ্ড কাৰ্জনে অলপো যত্ন নকৰিলে। বৰঞ্চ অভিনন্দনৰ উত্তৰত কলে—ভাৰত গৱৰ্ণমেণ্টে আপোনালোকক আওহেলা কৰিছে বুলি আপোনালোকে কোৱাটো ভাল নহয়। আচলতে ভাৰত গৱৰ্ণমেণ্টে আপোনালোকৰ উন্নতিৰ বাবে বৰ যত্ন কৰিছে। কিন্তু অসমৰ দুখৰ আচল কাৰণ হৈছে মিঃ ডিছৰেলীয়ে ( বিলাতৰ প্ৰধান মন্ত্ৰী ) আয়াৰলেণ্ডৰ দুখৰ কাৰণ সম্পৰ্কে কোৱাৰ দৰে, আয়াৰলেণ্ড সদায় চকুলো বৈ থকা আকাশ এখনৰ তলত থাকিবলগীয়া হৈছে আৰু আয়াৰলেণ্ডৰ চাৰিওকাষে এখন বেজাৰৰ সাগৰ। * * * অসমৰ জলবায়ুই হৈছে অসমৰ উন্নতিৰ বাটত বাধা। ভাৰত-গৱৰ্ণমেণ্টৰ পৰা আৰ্থিক সহায়ৰ অভাৱ হোৱা বুলি আপোনালোকে আপত্তি কৰিছে, কিন্তু মই বছৰেকীয়া হিচাপ পৰীক্ষা কৰিলে পাওঁ যে, প্ৰকৃততে ইয়াৰ বিপৰীত। তেওঁ আসাম বেঙ্গল বেলৱেত যিটো খৰচ হল আৰু বাটটো বান্ধোতে বসতি নথকা অঞ্চলৰ মাজেদি নিনি আনফালে নিয়া বাবে বছৰি যিটো লোকচান হব ধৰিছে তালৈকে আঙুলিয়ালে। আসাম বেঙ্গল বেলৱে হৈছে এটা উচ্চ পৰ্য্যায়ৰ ৰাজনৈতিক কাম। ইয়াত স্থানীয় স্বাৰ্থৰ বিচাৰ অতি সামান্য। যিয়েই হওঁক, জীৱনৰ এটা অৱসাদৰ মুহূৰ্ত্তত এই দুখুনী ছোৱালীজনীলৈ উৎসাহপূৰ্ণ এটা আশাৰ বাণী তেওঁৰ নাছিল।"

লৰ্ড কাৰ্জন অসমলৈ অহাৰ সময়ত ছাৰ হেনৰী কটন অসমৰ চীফ কমিশ্যনাৰ আছিল। তেওঁ বৰ আশা কৰিছিল যে লৰ্ড কাৰ্জনে অসমক সহায় কৰি উন্নতিৰ বাটত আগবঢ়াই নিব। কিন্তু সেই আশা পূৰণ নহল। সোঁৱৰণীত ( ২৪৪ পৃষ্ঠা ) তেওঁ বেজাৰ কৰি আৰু কৈছে "মই নভবা নিচিন্তাকৈ অসমক বুজাইছিলো উপকথাৰ বুঢ়ী আই আহিব লাগিছে। মোৰ ভুল হল, কিন্তু তাতোকৈ এইটো মোৰ দুৰ্ভাগ্য যে, অসমক উপকথাৰ কোঁৱৰৰ সমুখলৈ আগবঢ়াই নিব নোৱাৰিলোঁ।"

লৰ্ড ৰোনাল্ডশ্বেই লিখা লৰ্ড কাৰ্জনৰ জীৱনীত পোৱা যায় যে ডিব্ৰুগড়ত চাহ খেতিয়কসকললৈ কাৰ্জনৰ শলাগ আৰু অসমীয়াই একো নকৰা বুলি অসমীয়াৰ সম্পৰ্কে মন্তব্য।

ছাৰ হেন্‌ৰী কটনে তেওঁৰ সোঁৱৰণত আৰু এটা কথা লিখিছে—"অসমৰ শাসনৰ আঁৰত এটা ডাঙৰ আৰু স্বতন্তৰীয়া প্ৰশ্ন ভূতৰ দৰে ভুমুকি মাৰি আছে। প্ৰশ্নটো হৈছে আন প্ৰদেশৰ পৰা অনা হেজাৰ হেজাৰ অসহায় বনুৱা তেওঁলোকে চাহ বাগিচাবিলাকত কাম কৰিবলৈ হাজাৰ মাইল দূৰৰ পৰা ৰেল জাহাজ কত ৰকমৰ যান বাহনত আহিবলগীয়া হৈও প্ৰয়োজনৰ জোখাই মজুৰী নাপায়। ৩০ বছৰ আগতে বঙ্গদেশৰ শাসনকৰ্ত্তা ছাৰ জৰ্জ্জ কেম্পবেলে প্ৰাদেশিক কাউন্সিলৰ সভাপতি হিচাবে কবলগীয়া হৈছিল যে, এই বনুৱাবিলাকক ক্ৰীত দাসৰ দৰে কামত লগোৱা হৈছে।" এইদৰে ছাৰ হেন্‌ৰী কটনে জীৱন সোঁৱৰণত আলোচনা কৰিছিল।

লৰ্ড কাৰ্জনৰ বঙ্গ বিভাজন ভাৰতৰ ৰাজনীতিত সেই সময়ত এটা ডাঙৰ ঘটনা। পূৰ্ব্ব বঙ্গৰ লগত অসমক সাঙুৰি দিয়াত অসমীয়াৰ মনলৈ নানান প্ৰতিক্ৰিয়াৰ ভাৱ নহা নহয়। কিছুমানৰ মনলৈ ভাৱ আহিল পূৰ্ব্ব বঙ্গৰ লগতে অসমেও উন্নতিৰ বাবে আৰ্থিক সহায় পাব। কিছুমানৰ মনলৈ ভাৱ আহিল এনেয়ে অসমীয়াই চাকৰি বাকৰিত ন্যাৰ্য্য অংশ পোৱা নাই; তাতেই পূৰ্ব্ব বঙ্গ জাপি দিয়াৰ ফলত জানোচা আৰু বেয়া হয়। যিয়েই নহওঁক পূৰ্ব্ব বঙ্গৰ লগত অসমক লগ লগোৱাৰ ফলত এটা কথা হল যে অসমে এই ছেগতে কাউন্সিল পৰ্য্যায়ৰ এটা ৰাজনৈতিক অনুষ্ঠান পালে আৰু এনেবিধৰ কাউন্সিলত অসমৰ প্ৰতিনিধি কেইজনমানে মনৰ কথা প্ৰকাশ কৰিবলৈ সুযোগ পালে। চন্দ্ৰকুমাৰৰ দিনত এয়ে অসমৰ অৱস্থা আছিল।



ভাৰতবৰ্ষৰ বুৰঞ্জীৰ নানান ঘটনাৱলীৰ মাজেদি অসমে ১৯১৭ চনত ভৰি দিলে। বৃটিছ সাম্ৰাজ্য বিশ্ব মহাযুদ্ধত বিপন্ন ভাৰতৰ আন প্ৰদেশৰ দৰে অসমেও বৃটিছ সাম্ৰাজ্যক সহায় কৰিবলৈ আগবাঢ়িল। কমন্স সভাত মণ্টেগুৰ ভাৰতত দায়িত্বপূৰ্ণ শাসন প্ৰতিষ্ঠাৰ ঘোষণাই এটা নতুন যুগৰ ইঙ্গিত দিলে। দায়িত্বপূৰ্ণ শাসন প্ৰতিষ্ঠাৰ এই আশ্বাসত অসমৰ মনলৈকো নতুন আশা আহিল।

১৮৮৫ চনত ভাৰতীয় জাতীয় কংগ্ৰেছৰ প্ৰতিষ্ঠাতা হিউমে শিক্ষিত ভাৰতীয়লৈ লক্ষ্য কৰি যিবিলাক মানসিক ভাৱৰ অভাৱলৈ আঙুলিয়াইছিল আৰু দেশখন গঢ়িবলৈ যিবিলাক ভাৱৰ প্ৰয়োজন বুলি কৈছিল তেনে ভাৱ তেতিয়ালৈকে অসমীয়াৰ প্ৰাণলৈ ৰবকৈ অহা নাছিল। অসমীয়াক লাগে—দেশখনক ভাল কৰিবলৈ লাগে, উন্নতিৰ বাটত আগবঢ়াই নিব লাগে, এইবিলাক কাম কৰে কোনে? সৰহ ভাগ শিক্ষিত অসমীয়াৰ সমুখত লক্ষ্য চৰকাৰী চাকৰি, দেশ গঢ়িবলৈ যি ত্যাগ লাগে, সেই ত্যাগৰ ভাৱৰ অভাৱ।

৺চন্দ্ৰনাথ শৰ্ম্মা আৰু ৺অম্বিকাগিৰী ৰায়চৌধুৰীয়ে লগ লাগি গুৱাহাটীৰ পৰা 'চেতনা' নাম দি এখন মাহেকীয়া কাকত উলিয়ালে। 'চেতনা'ই ডেকা অসমীয়াৰ প্ৰাণলৈ চেতনা আনিবলৈ ব্ৰতী হ'ল। যোৰহাটৰ পৰাও ৺কৃষ্ণকান্ত ভট্টাচাৰ্য্যদেৱৰ পৰিচালনাত "আসাম বিলাসিনী" ওলাল। চাকৰি বাকৰিত অসমীয়াৰ দুখৰ কথা প্ৰকাশ কৰিবলৈ ধৰিলে। কিন্তু এইবিলাক কাকত ধন আৰু সংগঠনৰ অভাৱত সৰহ দিন জীয়াই থাকিব নোৱাৰিলে।

এনে পৰিস্থিতিত ডিব্ৰুগড়ত চন্দ্ৰকুমাৰৰ উদ্যোগত আসাম প্ৰিণ্টাৰ্চ এণ্ড পাব্লিছাৰ্চ নামৰ এটা কোম্পানী গঠিত হল,—উদ্দেশ্য অসমত বাতৰি কাকত চলোৱা। অসমৰ ৰাজনীতিত ইংৰাজ চাহ খেতিয়কসকলৰে প্ৰতিপত্তি। চাৰ জন হেন্‌ৰী কটনৰ দৰে লোক এজনেও এই বাবে চীফ কমিশ্যনাৰৰ

বাবৰ পৰা পদত্যাগ কৰিবলগীয়া হৈছিল। দায়িত্বপূৰ্ণ শাসন প্ৰতিষ্ঠাৰ সময়ত ইংৰাজ চাহ খেতিয়কৰ সংগঠিত শক্তিৰ লগতে পক্ষপাতী ৰাজশক্তিৰ প্ৰভাৱৰ মাজত কেনেকৈ ৰাইজৰ সেৱা কৰিব পাৰি, কেনেকৈ অসমীয়াৰ মনলৈ নতুন উদ্দীপনা আনিব পাৰি, এয়ে সকলোৰে মনলৈ আহিছিল। ইংৰাজ চাহ খেতিয়কৰ চিন্তা আছিল অসমক কেনেকৈ কাউন্সিল পৰ্য্যায়ৰ এটা ৰাজনৈতিক অনুষ্ঠানৰ পৰা আঁতৰত ৰাখে।

কেইবাখনো বাতৰি কাকত জন্ম দি ডিব্ৰুগড়ে ৺চন্দ্ৰকুমাৰৰ নেতৃত্বত সাদিনীয়া অসমীয়াৰ জন্ম দিলে (১৯১৮ চন, আগষ্ট)। ৺চন্দ্ৰকুমাৰে লিখিলে—“বিশ্ব নিয়ন্তাক প্ৰণিপাত কৰি, অসম দেশৰ সমূহ ৰাইজলৈ নমস্কাৰ জনাই অসম মাতৃৰ সেৱা মূৰত তুলি লৈ সাধ্য অনুসৰি ৰজা আৰু ৰাইজৰ প্ৰতি কৰ্ত্তব্য সাধিবলৈ আজি অসমীয়াই সঙ্কল্প কৰিছে।

“কৰ্ত্তব্য সাধনলৈ বল লাগে। অসমীয়া যেনে নিশকতীয়া হৈ পৰিছে, যি দুৰৱস্থাত পোত গৈ আছে অসমীয়াই ভুলতো ভাবিব পৰা নাই এই জাতিৰ গাত কিবা গুণ আছে নে? অলপ আগৰ কথা। এই জাতিয়েই দিল্লীৰ সম্ৰাটৰ সেনাপতিৰ পৰা একো একোজনেই দহজনৰ কাম কৰিব জানে বুলি সুখ্যাতি পাইছিল। এতিয়াও গাঁৱে গাঁৱে অসমীয়া গৃহস্থ দেখিবলৈ পাওঁ সকলো কাম নিজ হাতে কৰি সংসাৰ চলাইছে। কামৰ মৰ্য্যাদা বুজা মানুহ এই দেশত এতিয়াও নোহোৱা নহয়। কিন্তু অসমীয়াৰ কৃতিত্ব এতিয়া তল পৰিছে।

“হে অসমীয়া, ভাব সংশয় দূৰ কৰা। তোমালোকৰ এজন দুজনে মৰুভূমিৰ মাজত জীপ লৈ ঠন ধৰি কেইদিন জীয়াই থাকিব পাৰিবা? অকলে মূৰ দাঙি জিলিকি কেইদিন থাকিব পাৰিবা? লগে লগে সমাজক উন্নত কৰি ললেহে স্থায়ী হৈ তিষ্ঠিব পাৰিবা। দকৈ ভাবি চোৱা, দেশৰ মঙ্গল,



জাতিৰ মঙ্গল হে তোমাৰ মঙ্গল। তোমাৰ নিজা জাতিৰ সেৱাৰ বাহিৰেনো তোমাৰ জীৱনত আৰু অধিক কি কৰিবলগীয়া আছে? তোমাৰ চেষ্টাৰ ওপৰতে তোমাৰ দেশৰ জীৱন, নতুবা দেশ মৰা। জীৱনৰ লক্ষণ হৈছে চেষ্টা। চেষ্টাক জীয়াই ৰাখি আত্মশক্তিৰ বিকাশ হবলৈ দিয়া। আত্মশক্তিৰ ওচৰত সকলো পদানত হব, ঘটনাচক্ৰ হাতলৈ আহিব। তোমাৰ দেশ সুখ স্বচ্ছন্দতাৰ ঠাই হব, প্ৰীতি বিশ্বাসৰ ঠাই হব। দেশবাসীৰ মনৰ দুখ কষ্ট দূৰ হব-দেশত পুৰুষ উপজিব, আওকঠীয়া হাবি বনৰ লাহে লাহে ওৰ পৰিব। তোমাৰ মাতৃভূমি বাস্তৱিকতে স্বৰ্গতকৈও অধিক হব। সকলোৰে কায় বাক্য মন, সকলোৰে হিতৰ অৰ্থে, সমূহৰ সেৱালৈ উছৰ্গা হওঁক। ‘অসমীয়া’ই অসমীয়াৰ সেৱালৈকে জন্ম ধৰিছে। অসমীয়াই নিজে নিজৰ কাম কৰিব লাগিব।

“এতিয়াও বাতৰি কাকত অসমত ন বস্তু। পূৰ্ব্বে দেশৰ বাতৰি ই মূৰৰ পৰা সি মূৰলৈ ‘কিংবদন্তি’ ৰূপেহে উৰাও মাৰি ফুৰিছিল। জনৱৰৰ ওপৰত বিশ্বাস কৰাৰ বাহিৰে সাধাৰণ লোকৰ আৰু আন কোনো বুজ বাতৰিৰ উপায়েই নাছিল। দেশত শিক্ষা বিস্তাৰৰ লগে লগে বাতৰি কাকতেও ভুমুকা ভুমুকি কৰিছেহি। আকৌ বাতৰি কাকতৰ লগে লগে দেশত শিক্ষা বিস্তাৰ আৰু আলোচনাৰ উপায় ওলাইছে। বাতৰি কাকত সাহিত্যৰ বাহন স্বৰূপ। জাতীয় জীৱনৰে সৈতে বাতৰি কাকতৰ অটুট সম্বন্ধ। দেশৰ অৱস্থাৰ ভূ-ভা বুজ বাতৰিৰ গঢ় লগাই দি ৰাইজৰ কৰাই বাতৰি কাকতৰ কাম। সভ্য দেশত বাতৰি কাকতসমূহ বৰ লাগতিয়াল অঙ্গ। ইংলণ্ডত “টাইমছে” আজি যি ভাৱে, ইংলণ্ডে কালিলৈ তাকে ভাবিব। সেয়ে দেশৰ ভাৱ। ‘টাইমছে’ আজি যি কয়, ইংলণ্ডে কালিলৈ তাকে কব সেয়ে দেশৰ মত। ‘টাইমছে’ আজি যি কামলৈ উদগায়, ইংলণ্ডে কালিলৈ তাকে কৰিব সেয়ে দেশৰ কাম।

"ৰাইজৰ দূত স্বৰূপে সদায় সচেতন থাকি, অন্যায় অত্যাচাৰৰ আসোঁৱাহ-অভাৱ অসুবিধা উলিয়াই দি দুখ দুৰ্দ্দশাৰ কাৰণ ঘুকুটি প্ৰকাশ কৰি উচিত বিধি ব্যৱস্থাৰ আলোচনা কৰি দেশ বিদেশৰ নানা কথা বিচাৰি, দেশক মঙ্গলৰ বাটত আগবঢ়াবলৈ বাতৰি কাকতৰ চেষ্টা। সমাজৰ কামলৈ, ৰাইজৰ হিতৰ কাৰণে সমূহৰ আদেশ প্ৰচাৰৰ অৰ্থে বাতৰি কাকত লাগে। দেশৰ ভাৱ আৰু মত প্ৰকাশৰ সুবিধা লগাই দি সকলোৰে যত্ন চেষ্টা লগ লগাবলৈ আৰু সমূহীয়া কামৰ এটা গঢ় দিবলৈ আমাৰ সদায় চেষ্টা থাকিব।

"চেষ্টাৰ বাটত অনেক বিঘিনি। চেষ্টাৰে গুচাবলৈকে বাধা বিঘিনি আছে। চেষ্টা নাথাকিলে বিঘিনিৰ হাতত গুড়ি হব লাগিব। এই বিপদৰ পৰা উদ্ধাৰেই সেৱা। সমিধান নোপোৱাকৈও সেৱক আগবাঢ়িছে। দেশৰ মানুহ একে সেৱাৰ সেৱক হওঁক এয়ে আমাৰ প্ৰাৰ্থনা"।

এই সঙ্কল্প লৈ ৺চন্দ্ৰকুমাৰে সাদিনীয়া অসমীয়া দেশ-বাসীৰ সন্মুখলৈ আগবঢ়ালে। আসাম প্ৰিণ্টাৰ্ছ কোম্পানীৰ ডিৰেক্টৰসকলে খ্যাতনামা উকীল ৺সদানন্দ দুৱৰাক সম্পাদকৰ পদত নিযুক্ত কৰিলেও প্ৰথম সংখ্যাৰ সম্পাদকীয় স্তম্ভত কবি ৺চন্দ্ৰকুমাৰ আগৰৱালাই লিখিবলগীয়া হৈছিল। সেই সময়ৰ ডেকা কৰ্ম্মী বাগ্মীবৰ নীলমণি ফুকনো তেওঁৰ সহায় হল।

"অসমীয়া" নাম দি সাদিনীয়া বাতৰি কাকত উলিওৱাত সম্বলপুৰৰ পৰা ৺বেজবৰুৱাই লিখিলে—

"কাকত খনৰ নামেই প্ৰাণ আকুল কৰে * * আজি কত বছৰ কালৰ বুকুত মাৰ গল। এই 'অসমীয়া' নাম দি এখন অসমীয়া সাদিনীয়া বাতৰি কাকত উলিয়াবলৈ আমি কত আলচিছিলোহঁক, কত পাঙিছিলোহঁক, সময়ৰ সোঁতত আমি কোন কেনি উটি গলোঁহক। পাৰিপাৰ্শ্বিক অৱস্থাৰ পচোৱা বতাহত আমি কেনি ছেদেলি ভেদেলি হৈ পৰিলোহঁক। মনৰ আশা মনতে বৈগল। * * *



সেই অসমীয়া আজি চকুৰ আগত। কি আনন্দ! কি সন্তোষ! কি জয় জয়কাৰ! অসমীয়াৰ গুৰিত, হাতত গুৰি বঠা লৈ সেই আমাৰ 'জোনাকীৰ' গুৰিয়াল। "অসমীয়া" ভয় নাই পাৰি দিয়া। তোমাৰ গুৰিত পৈণত মাঝী"

এইদৰে বেজবৰুৱাই প্ৰবাসৰ পৰা 'অসমীয়া' লৈ আশীৰ্ব্বাদ পঠালে।

ভাৰতৰ বুৰঞ্জীত এই কেইবছৰ অৰ্থাৎ অসহযোগ আন্দোলন আৰম্ভ হবৰ পূৰ্ব্বৰ বছৰ কেইটা ভাৰতবাসীৰ ওচৰত সদায় মনত থাকিব। ভাৰতবাসী এটা নতুন যুগৰ দুৱাৰ দলিত থিয় দিবলৈ ওলাইছে। ভাৰতৰ জাতীয় কংগ্ৰেছে ১৮৮৫ চনৰ পৰা অতদিন এন্ধাৰৰ মাজেদি বাট খেপিয়াই এটা নতুন বাটৰ সন্ধান পাব ধৰিছে।

ভিকহুৰ মনোবৃত্তিৰে কংগ্ৰেছৰ বছৰেকীয়া অধিবেশনত কিছুমান প্ৰস্তাৱ গ্ৰহণৰে আগবাঢ়িব নোৱাৰি বুলি এটা ভাৱ ভাৰতবাসীৰ মনলৈ আহিব ধৰিছে। এনেতে মহাত্মা গান্ধী দক্ষিণ আফ্ৰিকাৰ পৰা ভাৰতলৈ আহিল। ভাৰত বাসীয়ে পোহৰ দেখা পালে। আৰু তেওঁ অসমলৈকো আহিল। এনে ধৰণৰ পৰিবৰ্ত্তনৰ দুৱাৰ দলিত থিয় দিওঁতে কবি চন্দ্ৰকুমাৰৰ অন্তৰলৈ এটা নতুন প্ৰেৰণা আহিল। 'সাদিনীয়া অসমীয়া'ত কবিতাৰে লিখিলে—

"এন্ধাৰ কুঞ্জত নামে স্বৰ্গৰ ৰহণ
উদ্দীপ্ত পৰাণ মোৰ নৱ পৰশত
ছিগিল হৃদয় গ্ৰন্থি গুচিল সংশয়
নতুন বলেৰে বলী মুকলি বিশ্বত
নিঃকিন সেৱক মই নতকৰোঁ শিৰ
পূণ্যাত্মা মহাত্মা গান্ধী ভক্ত কৰ্ম্মবীৰ।"

এইদৰে ১৯২১ চনত 'সাদিনীয়া অসমীয়া'ই অসহযোগ আন্দোলনৰ সকলো বাতৰি প্ৰচাৰ কৰি অসমীয়া ৰাইজক সেৱা কৰিবলৈ ধৰিলে। মহাত্মাৰ অসম ভ্ৰমণ, ৰাইজৰ অভূত-

পূৰ্ব্ব জাগৰণ, মহাত্মাৰ বাণী, দেশভক্ত ফুকন, কৰ্ম্মবীৰ বৰদলৈ প্ৰভৃতিৰ মাজুলী ভ্ৰমণ, বকোত ৰেবষ্টাৰ চাহাবৰ বিপত্তি, চাহবাগিচাৰ হাটত ৰাইজৰ লগত চাহ খেতিয়কৰ সংঘৰ্ষ, সকলো বাতৰি প্ৰচাৰ কৰি অসমৰ জন-জাগৰণত অসমীয়াই সহায় কৰিবলৈ ধৰিলে।

১৯২২ চনৰ জানুৱাৰী মাহ। গৱৰ্ণমেণ্টৰ নিষ্ঠুৰ দমন নীতিত অসমৰ নেতৃস্থানীয় লোকসকল কাৰাগাৰত বন্দী। মহাত্মাৰ প্ৰেৰণাত এই নিষ্ঠুৰ নিৰ্য্যাতনৰ মাজতো অসমৰ জাগ্ৰত জনতাই বুকুত বল বান্ধি থিয় দিছে। এনে এটা পৰিস্থিতিত অসমীয়াৰ মনত ভীতি সঞ্চাৰ কৰিবলৈ অসমৰ গাঁৱে গাঁৱে সশস্ত্ৰ সৈন্য বাহিনীৰ 'মাৰ্চৰ' দিহা হল। এই দমন নীতিৰ ফলত আগতে উল্লেখ কৰা সুন্দৰীদিয়াৰ ঘটনা হল আৰু 'সাদিনীয়া অসমীয়া'ৰ ওপৰত মোকৰ্দ্দমাৰ অৱতাৰণা কৰা হল। গৱৰ্ণমেণ্টে ভাবিছিল মোকৰ্দ্দমাৰ নোটিছ পালেই 'সাদিনীয়া অসমীয়া' দোঁ খাব আৰু ক্ষমা প্ৰাৰ্থনা কৰিব। কিন্তু আসাম প্ৰিণ্টাৰ্ছ কোম্পানীৰ মেনেজিং ডিৰেক্টৰ ৺চন্দ্ৰকুমাৰে প্ৰকাশিত বাতৰিৰ সত্যতা সম্পৰ্কে অনুসন্ধান কৰি আদালতৰ সন্মুখীন হবলৈকে স্থিৰ কৰিলে। অসমীয়া কাকতৰ সম্পাদক আছিল ৺মহেশ্বৰ বৰুৱা আৰু প্ৰিণ্টাৰ আছিল তুলসী গগৈ।

এনে এটা পৰিস্থিতিত ভাৰতীয় বাতৰি কাকতৰ যি হয়, সাদিনীয়া অসমীয়াৰো সেয়ে হল—অৰ্থাৎ দণ্ড। যি সঙ্কল্প লৈ 'সাদিনীয়া অসমীয়া' উলিৱা হৈছিল, ৺চন্দ্ৰকুমাৰে সেই সঙ্কল্প পৰিহাৰ কৰি আন বাট নললে। ইয়াৰ বাবে তেওঁ যথেষ্ট ক্ষতি স্বীকাৰ কৰিবলগীয়া হল।

বাতৰি কাকত, ছপাখানা অসমত ভালকৈ সুপ্ৰতিষ্ঠা কৰিবলৈ যত্ন কৰাটো যেন তেওঁৰ জীৱনৰ এটা 'মিশ্যন' আছিল। তেওঁ ডিব্ৰুগড়ত আসাম প্ৰিণ্টাৰ্ছ আৰু পাব্লিছাৰ্ছ কোম্পানী গঠন কৰাৰ পাছত মহাৰাষ্ট্ৰৰ পৰা আহি ৺ৰামচন্দ্ৰ



ব্ৰহ্মচাৰী নামৰ এগৰাকী কৰ্ম্মী আহি তেওঁৰ লগ ললেহি। পুনাত ৺লোকমান্য তিলকৰ লগত 'কেশৰী' বোলা কাকতত তেওঁ কাম কৰিছিল।

"সাদিনীয়া অসমীয়া" ছপা হৈছিল 'হেণ্ড' প্ৰেছত। এনেজাৰ কাকত ছপা কৰি উলিওৱাতে বহুতো সময় লাগে। সেই বাবে কেনেকৈ যন্ত্ৰেৰে চলাব পৰা ছপাখানা আনি বহুৱাব পাৰি এয়ে তেওঁৰ চিন্তা হল। এই সময়ত কলিকতাত "ইংলিছমেন" বোলা কাকতখনৰ ছপাখানা বিক্ৰী হোৱাৰ সম্বাদ পাই এই ছপাখানা নিজৰ হিচাপে কিনি আনি গুৱাহাটীৰ খাৰঘুলিত বহুৱালে। ইয়াৰ আগতে ৺বেজবৰুৱাই কলিকতা এৰি সম্বলপুৰলৈ যাবলগীয়া হৈছিল আৰু সেইবাবে কলিকতাৰ পৰা মাহেকীয়া 'বাঁহী'খন চলোৱাত বৰ অসুবিধা হৈছিল। সেইবাবে "বাঁহী"ৰ আৰ্থিক দায়িত্বকে আদি কৰি সকলো দায়িত্ব ৺চন্দ্ৰকুমাৰেই ললে আৰু এইদৰে ১৯২১ চনৰ পৰা ১৯৩৩ চনলৈকে চলালে। এই প্ৰবন্ধ লিখকে বাঁহীৰ দায়িত্ব লবলৈ ওলোৱাত গতাই দিলে।

ডিব্ৰুগড়ত আসাম প্ৰিণ্টাৰ্ছ এণ্ড পাব্লিছাৰ্ছ কোম্পানী সংগঠন কৰি সাদিনীয়া অসমীয়া প্ৰকাশ কৰি থাকিলেও কাকতখনে গ্ৰাহকৰ সংখ্যা বঢ়োৱাত বৰ আগবাঢ়িব পৰা নাছিল। তালিকাত নাম বহুতৰে আছে অথচ বছৰেকীয়া বৰঙণি দিয়াত আগ্ৰহ নাই। ভি, পি কৰি বৰঙণি আদায় কৰিবলৈ যত্ন কৰিলেও ভি, পি গ্ৰহণ নকৰি বাতৰি কাকতৰ আৰ্থিক সমলৰ হানি কৰে। এই অৱস্থাত কি কৰিলে এই কাকতখনৰ উন্নতি কৰিব পাৰি এয়ে চন্দ্ৰকুমাৰৰ চিন্তা হল। এফালে পঢ়ুৱৈ শ্ৰেণীৰ এনে এটা মনোভাৱ, আনহাতে চৰকাৰৰ কোপ দৃষ্টি আছেই। কিবা সুবিধা পালেই যেন আইনৰ জাল পেলায়। চাহ বাগিচা খুলিবলৈ মাটি দিয়ালৈ ইংৰাজ চাহ খেতিয়কলৈ চৰকাৰৰ পক্ষপাতিত্বত 'সাদিনীয়া অসমীয়া'ই সমালোচনা কৰি মন্তব্য কৰিলে "তেজ ধুলে

উটে, মঙ্গহ ধুলে নুটে।” লক্ষীমপুৰ জিলাৰ ডেপুটী কমিশ্যনাৰ ফিলিপছন চাহাবে এনে এটা অসমীয়া ফকৰা নুবুজি সম্পাদকক মাতি পঠালে। সম্পাদকে অসমীয়া ফকৰাৰ তাৎপৰ্য্য বুজাই দিয়াতহে জানিবা নিৰুত্তৰ হল।

ডিব্ৰুগড়ৰ তিলৈজান বাগিচাৰ মাটি সংক্ৰান্ত এটা বাতৰি প্ৰকাশ হোৱাত অসম গৱৰ্ণমেণ্টৰ চীফ্ চেক্ৰেটাৰীয়ে সম্পাদকক মাতিলে। গৱৰ্ণমেণ্টৰ প্ৰতিবাদ প্ৰকাশ কৰা হব নে সুধিলত সম্পাদকেও উত্তৰ দিলে বাতৰিৰ অসত্যতা থাকিলে নিশ্চয় কৰিব। কিন্তু এই বাতৰিৰ প্ৰতিবাদ গৱৰ্ণমেণ্টৰ ফালৰ পৰা দিয়া নহল। বাগিচাৰ মাটি পত্তনত পক্ষপাতিতাই এই বাতৰিৰ বিষয় বস্তু আছিল। যোৰহাটত ৰাজহুৱা ৰজাদিনীয়া আলি লৈ চাহ বাগিচাৰ কৰ্ত্তৃপক্ষৰ লগত গাঁৱলীয়া ৰাইজৰ মনোবাদ আৰু অৱশেষত আদালতত মোকৰ্দ্দমা হোৱাত সাদিনীয়া অসমীয়াই নিজস্ব সংবাদ দাতা পঠাই এই বাতৰিৰে অসমীয়া ৰাইজৰ দৃষ্টি আকৰ্ষণ কৰিলে। গোলাঘাটৰ বালিজান বাগিচাৰ এজন বনুৱাই ( নাম তেহলু ) উখা বাগিচালৈ মিতিৰ কুটুমৰ ঘৰলৈ যাওঁতে বাটত মেনেজাৰৰ লগত দেখা হল আৰু মেনেজাৰে ( বেটী চাহাব ) ঘোঁৰাৰ ওপৰত উঠি থকা অৱস্থাৰ পৰাই তেহলুক গোৰ মাৰিলে। গোৰ পৰিল তেহলুৰ পেটত। তেহলুৰ প্লীহা ফাটি যোৱাত মৃত্যু হল। ততালিকে এই বাতৰি 'অসমীয়া'লৈ আহিল আৰু এই ঘটনাৰ সকলো কথা প্ৰচাৰ কৰাত 'অসমীয়া'ই যত্ন কৰিলে। কলিকতাৰ ৺দেশবন্ধু চিত্তৰঞ্জন দাসে প্ৰতিষ্ঠিত কৰা দৈনিক 'ফৰৱাৰ্ডে' ও সম্পাদকীয় স্তম্ভত তেহলু শিৰোনামাত প্ৰবন্ধ লিখিলে। যি হওক পূৰ্ব্বৰ দৰে এই বিচাৰ দূষিত নহল, কাৰণ 'অসমীয়া'ৰ জৰীয়তে ভাৰতৰ ৰাইজৰ চকু এই বিচাৰৰ ওপৰত আছিল। আদালতত 'অসমীয়া'ই সংবাদ দাতা নিযুক্ত কৰাত সকলো কথা প্ৰকাশ হৈ আছিল। বিচাৰকে জানিবা বেটী চাহাবক আঢ়ৈ বছৰৰ সশ্ৰম কাৰাদণ্ড দিবলগীয়া হ'ল।



১৯২৬ চনৰ ডিচেম্বৰ মাহ। গুৱাহাটীত কংগ্ৰেছৰ অধিবেশন বহিল। গোটেই অসমৰ মানুহ গুৱাহাটীত উবুৰি খাই পৰিল। সকলোকে কংগ্ৰেছৰ বাতৰি লাগে। এই চাৰিদিন "অসমীয়া" দৈনিক হিচাবে ওলাই কংগ্ৰেছৰ বাতৰি জানিবলৈ দি অসমৰ ৰাইজৰ হেঁপাহ পুৰালে।

১৯৩০ চনৰ ১ জানুৱাৰীৰ আগদিনা নিশা লাহোৰত বহা কংগ্ৰেছে স্বাধীনতাৰ প্ৰস্তাৱ গ্ৰহণ কৰিছে। গুৱাহাটীত সাদিনীয়া অসমীয়াই তিনদিনীয়া হৈ 'বন্দে মাতৰম্' শীৰ্ষক প্ৰবন্ধৰে এই নতুন বছৰ সাদৰি আনিলে।

"আজি অমৃতৰ সন্ধান মিলিছে সেই অমৃতৰ সন্ধানত তীৰ্থ যাত্ৰী হৈ ওলাওঁতে তিনদিনীয়া অসমীয়াই বিচাৰিছে ৰাইজৰ মঙ্গল আশীৰ্ব্বাদ, ৰাইজেই ৰজা, ৰাইজৰ সেৱা প্ৰকৃত সেৱা বুলি ৰাইজলৈ মূৰ দোঁৱাই কাৰ্য্যক্ষেত্ৰত আমি আগবাঢ়িলোঁ। "বন্দে মাতৰম" এয়ে তিনদিনীয়া অসমীয়াৰ নিবেদন আছিল।

এইদৰে তিনদিনীয়া অসমীয়াই ভাৰতৰ পূৰ্ব্ব প্ৰান্তত থকা অসমৰ জনতাক মুক্তি আন্দোলনলৈ আগবঢ়াই নিয়াত লাগিল। অসমৰ ৰাজনীতিত সেই সময়ত এটা শিথিলতা আহিছিল। ৺দেশভক্ত ফুকন প্ৰমুখ্যে কিছুমানৰ ভাৱ আছিল অসম এই আন্দোলনৰ পৰা আঁতৰি থকাৰ প্ৰয়োজন। কাৰণ অসমৰ সমস্যা সুকীয়া। কেই বছৰ মান আগতে গুৱাহাটীৰ পাণ্ডু পতা কংগ্ৰেছ অধিবেশনৰ খৰচ যোগাবলৈ অসমৰ্থ হোৱাত নেতাসকল জুকুলা হৈছিল। এই অৱস্থাত মুক্তি আন্দোলনৰ বাবে প্ৰয়োজনীয় ত্যাগ কৰিবলৈ তেওঁলোক অসমৰ্থ হল। এনে এটা সঙ্কটজনক মুহূৰ্ত্তত তিনদিনীয়া অসমীয়াই সাহেৰে সৈতে এই মুক্তি আন্দোলনত সমৰ্থন জনোৱাটো ডাঙৰ কথা আছিল। এফালে অসমৰ নেতাসকলৰ মনোভাৱত দ্বিধা, আনহাতে কিছুমান ইংৰাজী কাকতৰ অপপ্ৰচাৰৰ বিৰুদ্ধে তিনদিনীয়া অসমীয়া থিয় হল সাহেৰে সৈতে আৰু লিখিলে—

"এইবাৰ লাহোৰত বহা ভাৰতীয় কংগ্ৰেছ মহাসভাৰ সভাপতি পণ্ডিত জৱহৰলাল নেহৰু আৰু অভ্যৰ্থনা সমিতিৰ সভাপতি ডাক্তৰ ছৈকউদ্দিন কীচ্‌লুৰ অভিভাষণত স্পষ্ট আৰু খোলোচাকৈ কোৱা হৈছে যে ভাৰতবৰ্ষক পূৰ্ণ স্বাধীনতা লাগে আৰু পূৰ্ণ স্বাধীনতা লাভ কৰিবলৈ অসহযোগ আন্দোলনেই প্ৰশস্ত উপায়। ইংৰাজে চলোৱা বাতৰিকাকত বিলাকে এই কথাত বিষম পোৱাটো স্বাভাৱিক, কিন্তু এখন বাতৰি কাকতে কি যুক্তিৰে যে ভাৰতবাসীয়ে স্বাধীনতা বিচৰাটো জোনলৈ হাত মেলাৰ লগত তুলনা কৰিছে তাক হে আমি বুজিব পৰা নাই। ইংৰাজ গৱৰ্ণমেণ্টৰ অনুগ্ৰহত ভাৰতবৰ্ষত স্বৰাজ প্ৰতিষ্ঠা কৰিবলৈ বিচৰাটোহে জোনলৈ হাত মেলাৰ নিচিনা কথা, ইংৰাজ গৱৰ্ণমেণ্টলৈ আশা নেপালি নিজৰ বলৰ ওপৰতে ভৰ দি ভাৰতবাসীয়ে স্বাধীনতা লাভ কৰিবলৈ বিচৰাটো জোনলৈ হাত মেলাৰ নিচিনা কথা কেতিয়াও নহয়। পৰাধীনতাৰ গোলামি বান্ধ চিঙি যিবিলাক জাতি স্বাধীন হৈছে সেইবিলাক এনেকৈহে হৈছে, এনে স্থলত ভাৰতবাসীয়ে নিজৰ বলৰ ওপৰত ভৰ দি স্বাধীন হব নোৱাৰাৰ কোনো কাৰণ নাই।

"পণ্ডিত জৱহৰলাল নেহৰুৱে কৈছে যে এতিয়া গুপুত ষড়যন্ত্ৰৰ সময় নাই, এতিয়া বিদেশী শাসনৰ পৰা দেশক মুক্ত কৰিবৰ কাৰণে প্ৰকাশ্য ষড়যন্ত্ৰ কৰাবহে সময়। অহিংস অসহযোগৰেই তেওঁ অৱশ্যে পক্ষপাতী, স্বাধীনতা লাভ কৰাৰ অৰ্থে শান্তিপূৰ্ণ উপায় অৱলম্বন কৰাই তেওঁৰ অৱশ্যে ইচ্ছা, কিন্তু ভৱিষ্যতত আৱশ্যক যেন দেখিলে তেওঁ হিংসামূলক উপায় অৱলম্বন কৰাৰ বিৰুদ্ধ নহয়। তেওঁ কৈছে— "এই কথা সঁচা যে, সঙ্ঘবদ্ধ হিংসাই পৃথিৱীত প্ৰাধান্য লাভ কৰিছে আৰু হয়তো তাৰ দ্বাৰা আমিও উপকাৰ পাব পাৰোঁ কিন্তু সঙ্ঘবদ্ধ হৈ হিংসামূলক কাৰ্য্য কৰিবৰ



উপকৰণ আমাৰ নাই আৰু ব্যক্তিগত ভাৱে কৰা হিংসামূলক কাৰ্য্য নিৰাশাৰ অভিব্যক্তি মাথোন। কিন্তু ভৱিষ্যতত কেতিয়াবা যদি ভাৰতবাসীয়ে অথবা এই কংগ্ৰেছে বিবেচনা কৰে যে, হিংসাৰ দ্বাৰা আমি মুক্তি লাভ কৰিব পাৰিম; তেনেহলে কংগ্ৰেছে নিশ্চয় হিংসাৰ পথকে গ্ৰহণ কৰিব। হিংসা বেয়া, কিন্তু দাসত্ব যে তাতকৈও বেয়া।" পণ্ডিত জৱহৰলাল নেহৰুৰ এই কথাখিনি ভাবি চাবলগীয়া,— ৰজা ঘৰেও ভাবি চাবলগীয়া, প্ৰজা ঘৰেও ভাবি চাবলগীয়া। কিন্তু ভৱিষ্যতত হিংসামূলক কাৰ্য্য পদ্ধতি অৱলম্বন কৰিবৰ একো আৱশ্যক নকৰিব যদি মহাত্মা গান্ধীয়ে সূচাই দিয়া মতে অসহযোগ আন্দোলনৰ কাম হয়।

"স্বাধীনতা লাভৰ কাৰণে পণ্ডিত জৱহৰলাল নেহৰুৱে তেওঁৰ অভিভাষণত যি কাৰ্য্য পদ্ধতি অৱলম্বন কৰিবলৈ কৈছে সি হৈছে এই,—কোনো ঠাইত সঙ্ঘবদ্ধ ভাৱে খাজনা দিয়া বন্ধ, বনুৱাৰ পূৰ্ণ ধৰ্ম্মঘট আৰু ব্যৱস্থাপক সভাবিলাক একেবাৰে বৰ্জ্জন। আদালত আৰু স্কুল কলেজবিলাক বৰ্জ্জন কৰিব নালাগে বুলি আৰু অকল ব্যৱস্থাপক সভাবিলাক হে বৰ্জ্জন কৰিব লাগে বুলি তেওঁ যি কাৰ্য্য পদ্ধতি দিছে সি স্বাধীনতা লাভ কৰাই ভাৰতবাসীৰ ৰাজনৈতিক লক্ষ্য বুলি মহাত্মা গান্ধীয়ে ৰচনা কৰা প্ৰস্তাৱটোত থকা কাৰ্য্য পদ্ধতিৰে সৈতে একেবাৰেই একে। কংগ্ৰেছ দলৰ লোক ব্যৱস্থাপক সভাবিলাকৰ সভ্য হোৱাত গৱৰ্ণমেণ্টে এই ব্যৱস্থাপক সভাবিলাকৰ ভিতৰেদি দেশৰ আৰু ৰাইজৰ অনিষ্ট সাধন কৰাত তেওঁলোকৰ পৰা যে ভালবৈয়ে হুকাবধা পাইছে সেই কথা স্বীকাৰ্য্য, কিন্তু তেওঁলোকে ব্যৱস্থাপক সভাৰ ভিতৰত বহি গৱৰ্ণমেণ্টৰ লগত দন্দ খৰিয়াল পাতি থকাতকৈ তাৰ পৰা ওলাই আহি সেইখিনি সময় আৰু পৰিশ্ৰম ভাৰতত স্বৰাজ স্থাপনৰ অৰ্থে সূচনা কৰা এই সংগ্ৰামত খটোৱাটোৱেই এতিয়া তেওঁলোকৰ কৰ্ত্তব্য। প্ৰধান কথা হৈছে কৃষকসকলক আৰু বনুৱাসকলক সঙ্ঘবদ্ধ কৰা,

কাৰণ তেওঁলোকক লগত লৈ যুদ্ধ ক্ষেত্ৰত নামিব পাৰিলেহে আমাৰ জয় অৱশ্যম্ভাৱ। পণ্ডিত জৱহৰলাল আৰু ডাঃ ছৈকউদ্দিন কীচ্‌লুৱে তেওঁলোকৰ অভিভাষণত কৃষক আৰু বনুৱাসকলক সঙ্ঘবদ্ধ কৰাৰ কথা বিশেষ ভাৱে কৈছে আৰু স্বাধীনতা লাভৰ অৰ্থে সংগ্ৰামত তেওঁলোকৰ সম্পূৰ্ণ সহযোগ নহলেই নহয়। অসহযোগ আন্দোলনৰ মূলতে হৈছে এই আন্দোলনত ভাৰতীয় জনসাধাৰণৰ পূৰ্ণ সহযোগ।"

লাহোৰ প্ৰস্তাৱমতে কাউন্সিলৰ পৰা স্বৰাজিষ্ট সদস্য সকল ওলাই অহাৰ নিৰ্দ্দেশ আছিল। কিন্তু কাউন্সিলৰ পৰা কিছুমানে ওলাই নাহিবলৈ নানান কথা কোৱাত লাগিল। অসমতো কংগ্ৰেছীসকলৰ দ্বিধা ভাৱ। এনে অৱস্থাত তিনদিনীয়া অসমীয়াই সমালোচনা কৰিলে :—

"এতিয়া সমস্যা হৈছে কাউন্সিল বৰ্জ্জন লৈ। ভাৰতীয় কংগ্ৰেছ মহাসভাই যদিও কেন্দ্ৰীয় আৰু প্ৰাদেশিক ব্যৱস্থাপক সভাবিলাক বৰ্জ্জন কৰিব লাগে বুলি সিদ্ধান্ত কৰিলে, তথাপি কংগ্ৰেছৰ এদল লোক যে, এই বৰ্জ্জনৰ পক্ষপাতী নহয় তাক অস্বীকাৰ কৰিবৰ উপায় নাই। সদৌ ভাৰত কংগ্ৰেছ কমিটীত যি পাচজন অসমীয়া সদস্য আছে, তাৰ ভিতৰৰ অন্ততঃ তিনিজন কাউন্সিল বৰ্জ্জনৰ বিৰোধী। শ্ৰীযুত তৰুণ ৰাম ফুকন, শ্ৰীযুত ৰোহিনীকুমাৰ চৌধুৰী আৰু শ্ৰীযুত গোপীনাথ বৰদলৈয়ে এই সম্বন্ধে তেওঁলোকৰ ব্যক্তিগত অভিমত প্ৰকাশ কৰি যিখিনি কথা কৈছে সেইখিনি ভাবি চাবলগীয়া। স্বৰ্গীয় দেশবন্ধু চিত্তৰঞ্জন দাসে গৱৰ্ণমেণ্টৰ এই কাউন্সিল ৰূপী দুৰ্গৰ ভিতৰত সোমাই স্বৰাজ লাভৰ অৰ্থে গৱৰ্ণমেণ্টৰ লগত যুজিবলৈ স্বৰাজ্য দল গঠন কৰাৰ পাটন দি তেওঁলোকে সেই দুৰ্গৰ পৰা কংগ্ৰেছ দলৰ লোক ওলাই অহাটো অনুচিত বুলি ভাবে। কিন্তু দেশবন্ধু চিত্তৰঞ্জন দাসৰ পাটন দিয়াটো যেনে সহজ, এতিয়া তেওঁ জীয়াই থকা হলে কি কৰিলেহেঁতেন, সেইটো ঘপৰাই কৈ দিয়াটো সিমান সহজ নহয়। কংগ্ৰেছ



মহাসভাই ভাৰতবাসীৰ পৰম লক্ষ্য স্বাধীনতা লাভ কৰা বুলি যেতিয়া সিদ্ধান্ত কৰিছে আৰু ইংৰাজৰ লগত সম্বন্ধ চিঙিবলৈকে যেতিয়া মন মেলিছে তেতিয়া কাউন্সিলৰ লগত সম্বন্ধ ৰখাটো আৰু কোনো মতেই শোভা নাপায়। কংগ্ৰেছ দলৰ সভ্যসকলে কাউন্সিলত ইংৰাজ গৱৰ্ণমেণ্টৰ বৰ্ত্তমান শাসন প্ৰণালী যে, তেনেই প্ৰজা বিৰোধী সেই কথা প্ৰতিপন্ন হয়তো কৰিবগৈ পাৰে, কিন্তু কংগ্ৰেছে যেতিয়া ইংৰাজ গৱৰ্ণমেণ্টকে নেলাগে বুলিছে, তেতিয়া আৰু সেই শাসন প্ৰণালী শুধৰাবলৈ যত্ন কৰাৰ বা সেই শাসন প্ৰণালী চলোৱাত আওপকীয়াকৈ হলেও সহায় স্বৰূপ হোৱাৰ একো আৱশ্যক নাই।

"এইটো কথা ঠিক যে, কংগ্ৰেছ দলৰ সভ্যসকলে বৰ্জ্জন কৰিলেও কেন্দ্ৰীয় আৰু ব্যৱস্থাপক সভাবিলাক কেতিয়াও খালী পৰি নাথাকে, কিন্তু আন দলৰ লোকে সেই সভাবিলাক পূৰণ কৰি নিৰ্ব্বিবাদে গৱৰ্ণমেণ্টক যি ইচ্ছা কৰি থাকিবলৈ সুবিধা দিব বুলিয়েই কিয় যে সেই সভাবিলাক খামোচ মাৰি ধৰি থাকিব লাগিব তাক আমাৰ বুদ্ধিৰে ঢুকি নেপাওঁ। মহাত্মা গান্ধীয়ে কোৱাৰ দৰে এইটো একৰকম কানি পাণৰ খোলাত যোগ দিয়া মানুহৰ অভাৱ নাই বুলি তাৰ লগত সংশ্ৰৱ পৰিত্যাগ কৰিবলৈ মন নেমেলাৰ কথা। কংগ্ৰেছ দলৰ লোকৰ ওপৰত এতিয়া যি কাৰ্য্যৰ ভাৰ পৰিছে সি অতি গুৰুতৰ, আৰু কোৰ্হামুঠিয়াকৈ সেই কাৰ্য্যত নধৰি লাপিলুপা কৰিলে নিশ্চয় একো পিনে একোটো নহয়। যেতিয়ালৈকে নিষ্ক্ৰীয় প্ৰতিৰোধ আচৰণ কৰিবলৈ দেশ উপযুক্ত নহয় তেতিয়ালৈকে কংগ্ৰেছ দলৰ লোকে কাউন্সিলত কৰিবলৈ কাম আছে বুলি শ্ৰীযুত তৰুণৰাম ফুকনে মত প্ৰকাশ কৰিছে, আৰু তেওঁ কৈছে যে প্ৰকৃতপক্ষে মন আৰু ইচ্ছা থাকিলে কাউন্সিলত যিখিনি সময় যায় সেইখিনি সময়ে কাউন্সিলৰ বাহিৰত কংগ্ৰেছৰ কাম কৰাত কাকো

একো হকাবধা নকৰে। কিন্তু কংগ্ৰেছৰ কাম কৰিবলৈ 'প্ৰকৃত পক্ষে মন আৰু ইচ্ছা থাকিলে' আৰু নিক্ৰীয় প্ৰতিৰোধ আচৰণ কৰিবৰ কাৰণে দেশক উপযুক্ত কৰি তুলিবলৈ 'প্ৰকৃতপক্ষে মন আৰু ইচ্ছা থাকিলে' আৰু তাৰোপাৰ স্বাধীনতা লাভ কৰিবৰ অৰ্থে প্ৰকৃতপক্ষে মন আৰু ইচ্ছা থাকিলে কাউন্সিলৰ কাৰ্য্যত নিয়োগ কৰা সময়খিনিও কংগ্ৰেছৰ কাৰ্য্যতহে লগোৱা উচিত। অসম দেশৰ বিষয়ে এই কথা বিশেষকৈ খাটে। কংগ্ৰেছ আৰু কাউন্সিল দুয়োকো সামৰি ৰাখিবৰ উপায় নাই। কংগ্ৰেছৰ লগত সম্বন্ধ ৰাখিবলৈ হলে কাউন্সিল বৰ্জ্জন কৰাটো কংগ্ৰেছ পন্থী লোকৰ অৱশ্য কৰ্ত্তব্য।" এইদৰে তিনদিনীয়া অসমীয়াই মন্তব্য কৰিলে।

অসমত চাহ বনুৱাৰ সমস্যা লৈ কিছুমান উদাৰ মনৰ ইংৰাজ শাসকেও আলোচনা নকৰা নহয়। অসম বেঙ্গল প্ৰেছিডেন্সীৰ লগত ছামিল হৈ থকা কালতে লেফটেনাণ্ট গৱৰ্ণৰে বঙ্গীয় কাউন্সিলত এই সমস্যাটোলৈ আঙুলিয়াইছিল। তেওঁ কৈছিল যে, "অসমৰ চাহ বাগিচাত বনুৱা ক্ৰীতদাসৰ দৰে"। অসমৰ চীফ্ কমিশ্বনাৰ ছাৰ হেনৰী কটনেও এই সম্পৰ্কে কি মন্তব্য কৰিছিল এই প্ৰবন্ধত আগতে উল্লেখ কৰা হৈছে।

অসমৰ চাহ বনুৱাৰ কথা দেশে বিদেশে জনাজাত হলত বৃটিছ ট্ৰেড ইউনিয়ন কংগ্ৰেছ পক্ষৰ পৰা পাৰ্ছেল আৰু হলছৱাৰ্থ নামৰ দুগৰাকী ব্ৰিটিছ পাৰ্লামেণ্টৰ সদস্যয়ো সাদিনীয়া অসমীয়াৰ সম্পাদকৰ লগত এসপ্তাহ উজনি অসমৰ চাহ বাগিচাত ফুৰি ১৯২৮ চনত এখন ৰিপোৰ্ট দাখিল কৰিছিল। তাতো তেওঁলোকে কঠোৰ মন্তব্য কৰিবলগীয়া হৈছিল। এনে এটা পৰিস্থিতিত গৱৰ্ণমেণ্টে হুইটলী কমিশ্বন পতা স্থিৰ কৰিলে, আৰু এই কমিশ্বন অহাত 'তিনদিনীয়া অসমীয়া'ই কি মন্তব্য কৰিছিল সিও মনলৈ আহে।



এবাৰ আহিল ছাইমন কমিশ্বন। এবাৰ আহিল লীগ অৱ নেশ্যন্সৰ মেলেৰিয়েন কমিশ্বন, আৰু এইবাৰ আহিছে হুইটলী কমিশ্বন। অসমৰ চাহ বাগিচাৰ বনুৱাবিলাকৰ অৱস্থাৰ বিষয়ে অনুসন্ধান কৰাই হুইটলী কমিশ্বনৰ উদ্দেশ্য; কিন্তু যদিওবা হুইটলী কমিশ্বনে ঠিক মাঘ বিহুৰ সময়তে উজনি অসমত ভ্ৰমণ কৰি ফুৰিছেহি, তথাপি এই কথা ঠিক যে, তেওঁলোকৰ টোপোলাত চাহ বাগিচাৰ দুখীয়া নিছলা বনুৱাবিলাকৰ কাৰণে সান্দহ চিৰা বা পিঠাপনা একোটো নাই। হুইটলী কমিশ্বন আহিব বুলি জানি অসমৰ ইংৰাজ চাহ খেতিয়কসকলে আগৰে পৰা সকলো ঠিকঠাক কৰি থৈছেই আৰু তেওঁলোকৰ কাৰণে পিঠা পনাৰো যে আয়োজন হৈছে তাক কোৱা বাহুল্য মাথোন। ইংৰাজ চাহ খেতিয়কসকলে নিজেই বনুৱাবিলাকৰ প্ৰতিনিধি স্বৰূপে ৰেভাৰেণ্ড তনুৰাম শইকীয়াক মনোনীত কৰি দিছে আৰু তেওঁ হুইটলী কমিশ্বনক বনুৱাবিলাকৰ বিষয়ে বুজ বাতৰি দিওঁতে চাহ খেতিয়কসকলৰ বিৰুদ্ধে যে নেযায়, সেইটো একেবাৰেই খাতাং কথা। ৰেভাৰেণ্ড শইকীয়াৰ মুখেদি যিখিনি কথা ওলাব সেইখিনিত যে, বনুৱাবিলাকৰ দুখ-দুৰ্দ্দশাৰ কথা কেতিয়াও ভালকৈ প্ৰকাশ নেপায় তাক আৰু নকলেও হয়।

"অসমৰ চাহ বাগিচাৰ বনুৱাবিলাকৰ অৱস্থাৰ বিষয়ে সকলো কথা নিৰ্ভুলকৈ আৰু খোলোচাকৈ হুইটলী কমিশ্বনে জানিবৰ অলপো আশা নাই। কিন্তু যদি কেনেবাকৈ তেওঁলোকে বনুৱাবিলাকৰ প্ৰকৃত অৱস্থাৰ সম্ভেদ লব পাৰে, তেনেহলে হুইটলী কমিশ্বনে নিশ্চয় উপলব্ধি কৰিব পাৰিব যে, মিষ্টাৰ পাৰ্ছেল আৰু হলছৱাৰ্থে কবৰ দৰে অসমৰ চাহ বাগিচাবিলাক 'শ্লেভ প্লেণ্টেছন্স' অৰ্থাৎ গোলামি খানাৰ বাহিৰে আন একো নহয়। হুইটলী কমিশ্বনে ইয়াকো নিশ্চয় উপলব্ধি কৰিব পাৰিব যে, অসমৰ সুৰভি গোন্ধৰ চাহ টোপাৰ প্ৰত্যেক

বিন্দুতে সোমাই আছে লাখ বিলাখ বনুৱাৰ ভোক, ভাগৰ আৰু হা হুতাহ। অসমৰ চাহ খেতিয়কসকলে নানা সুখ সম্ভোগৰ মাজত দিন নিয়ায়, বিতোপন পকী ঘৰত তেওঁলোক থাকে, নানাবিধ ব্যঞ্জনৰে তিনি-তেলনি মাৰি তেওঁলোকে আহাৰ কৰে, তেওঁলোকৰ মটৰ গাড়ীৰ কোবত আলিবাট ধুৰঁলিকুঁৱলী হৈ উঠে, কিন্তু যাৰ জহত তেওঁলোকে এই বিনন্দ-বিলাস জীৱন যাপন কৰিবলৈ সমৰ্থ হয় সেই বনুৱাবিলাকে কি খোৱা বোৱা, কি পিন্ধা উৰা, কি থকা মেলা সকলোতে নানা ৰকম অভাৱ অসুবিধা সহি অতি কষ্টেৰে দিন কটায়। ইংৰাজ চাহ খেতিয়কৰ ঘোঁৰা বা কুকুৰটোৰো যিমানখিনি সুবিধা বেচেৰা বনুৱাবিলাকৰ ভাগ্যত সিমানখিনি সুবিধাও যে নাই।

"অসমত ইংৰাজ শাসনৰ লগে লগেই চাহ খেতিৰ আৰম্ভ আৰু তাৰ লগে লগেই চাহ বাগিচাৰ বনুৱাবিলাকৰ প্ৰতি চাহ খেতিয়কসকলৰ অন্যায় অবিচাৰৰ সূচনা। এই এশ বছৰৰ ভিতৰত জগতত অনেক পৰিবৰ্ত্তন ঘটিল। ইংৰাজ চাহ খেতিয়কসকলে হাবিৰ মাজত চাহ বাগিচাৰ ভিতৰতে একোখন সৰু সৰু ইংলণ্ড পাতি ললে, কিন্তু বনুৱাবিলাকৰ দুখৰ নিশা নুপুৱাল, বেচেৰাহঁতৰ অন্ধকাৰময় জীৱন পোহৰ হৈ নুঠিল। অভাৱ অনাটন বনুৱাবিলাকৰ আগতকৈ বাঢ়িছে, টকাৰ মূল্য আগতকৈ কমিছে, কিন্তু সেই অনুপাতে বঢ়া নাই তেওঁলোকৰ আৰ্জ্জন আৰু চাহ খেতিয়কসকলে লাভৰ উপৰি লাভ কৰিছে যদিও বনুৱা-বিলাকে পোৱা নাই সেই লাভৰ অকনিমানো অংশ। আজি কালিৰ এই উন্নত ডাক্তৰী চিকিৎসাৰ দিনতো তেওঁ-বিলাকৰ কাৰণে কিছুমান চাহ বাগিচাত আধাখুন্দা ডাক্তৰৰহে ব্যৱস্থা আৰু স্বাস্থ্যবিজ্ঞানৰ সকলো নীতি নিয়ম উলঙ্ঘা কৰি তেওঁবিলাকৰ কাৰণে গাহৰিৰ গৰালৰ দৰে একোটা সৰু ঘৰতে গোটেই ঘৰ মানুহ থকাৰে দিহা। বেলিৰ পোহৰৰ



পৰা বনুৱাবিলাকৰ ঘৰৰ ভিতৰখন একেবাৰেই বঞ্চিত নহব পাৰে, কিন্তু জ্ঞানৰ পোহৰৰ পৰা তেওঁবিলাকৰ মনৰ ভিতৰখন হলে একেবাৰেই বঞ্চিত।" এয়ে তিনদিনীয়া অসমীয়াৰ সমালোচনা।

ভাৰতৰ সকলো ঠাইতে মুক্তি আন্দোলনৰ বাবে জনতা জাগ্ৰত হৈ আছে। হিংসাত্মক কাৰ্য্যত বিশ্বাস থকা বিপ্লৱ-পন্থী দলে মহাত্মাৰ আন্দোলনক সমালোচনা কৰি আছে। মহাত্মায়ো এই আন্দোলনটো কিদৰে চলাব এই সম্পৰ্কে স্পষ্টকৈ তেতিয়ালৈকে জনোৱা নাছিল। এজন ডেকা ইংৰাজ সাংবাদিকৰ জৰীয়তে ভাৰতৰ ৰাজপ্ৰতিনিধি লৰ্ড আৰৱিনলৈ চিঠিৰ আদান প্ৰদান কৰি শেহত ১২ মাৰ্চ্চ তাৰিখে (১৯৩০ চন) লোণ আইন অমান্য কৰিবলৈ ডাণ্ডীলৈ যাত্ৰা আৰম্ভ কৰিম বুলি মহাত্মাই জনালে। তিনদিনীয়া অসমীয়াই সম্পাদকীয় স্তম্ভৰ পৰা অসমীয়াক মহাত্মাৰ পাছ লবলৈ এইদৰে আহ্বান জনালে।—

"ভাৰতবাসীৰ নতুন দিনৰ পুৱতী উষাত, লক্ষ্যহীন ৰাজনীতিৰ যুগৰ অন্ত পেলাই, ভাৰতবাসীৰ মুক্তিৰ অৰ্থে, জগতৰ মুক্তিৰ অৰ্থে, যুগ মানৱ মহাত্মা গান্ধীয়ে, স্বাধীনতা যুদ্ধৰ প্ৰথম সেনা বাহিনীৰ সেনাপতি হৈ, লক্ষ লক্ষ ভাৰতৰ নৰ নাৰীৰ প্ৰাৰ্থনা আৰু শুভ আশীৰ্ব্বাদৰ উৰুলি জোকাৰত ইতিহাস প্ৰসিদ্ধ ১২ মাৰ্চ্চ তাৰিখে জয়যাত্ৰা কৰিলে। এই যাত্ৰাত হিংসা নাই, দ্বেষ নাই, মানুহক উজাৰ কৰিবলৈ বিজ্ঞানৰ বলত আৱিষ্কাৰ কৰা কোনো যন্ত্ৰৰ সম্বল নাই, আছে মাত্ৰ অপাৰ কৰুণা, অপাৰ প্ৰেম। তেখেতে আজি যাত্ৰা কৰিছে জগতত নোহোৱা নোপোজা কাম কৰিবলৈ— বলক প্ৰেমেৰে জয় কৰিবলৈ। আজি তেখেত ভাৰতৰ হকে, দুবেলা দুমুঠি ভোক পলাই খাবলৈ নোপোৱা জন সাধাৰণৰ হকে এই স্বাধীনতাৰ জীৱন মৰণ সংগ্ৰাম আৰম্ভ কৰিছে। হিংসা নীতিয়ে ক্ৰমাৎ প্ৰচাৰ লাভ কৰাত আৰু এই যুদ্ধ

ঘোষণা কৰিবলৈ ইমান দিনে সুবিধা নোহোৱাত মহাত্মা অধীৰ হৈ আছিল। মনে মনে আৰু বহি থাকিলে হিংসা নীতিক প্ৰশ্ৰয় দিয়া হব বুলি ভাবি আৰু অহিংসাৰ কৃতকাৰ্য্যতাৰ ওপৰত তেখেতৰ অচল অটল বিশ্বাস থকাত তেখেতে আৰু কাল বিলম্ব নকৰি জীৱন মৰণ পণ কৰি এই যুদ্ধ ঘোষণা কৰিছে।

"ভাৰতৰ স্বাধীনতা যুদ্ধৰ প্ৰথম সেনাবাহিনীত যোগ দি নিজক ধন্য কৰিবলৈ ভাৰতৰ মৰণ মাতাল তৰুণৰ দলে হেতা ওপৰা লগাইছিল। কিন্তু মহাত্মাই বাছি বাছি আশ্ৰমত শিক্ষা পোৱা সত্যাগ্ৰহ ব্ৰতত দীক্ষিত, অহিংসা যাৰ ধৰ্ম্ম এনে ৭৯ জন ডেকাক লগত লৈ হাঁহি মুখে যুদ্ধ যাত্ৰা কৰিলে। এই যাত্ৰাৰ আগতে হাজাৰ হাজাৰ মানুহে মহাত্মাৰ দৰ্শন লাভ কৰিবলৈ আশ্ৰমত উপস্থিত হৈছিল। সমবেত জনমণ্ডলীৰ আগত মহাত্মাই বজ্ৰগম্ভীৰ স্বৰে কৈছিল "আমাৰ উদ্দেশ্য মহৎ, আমাৰ উদ্দেশ্য লাভৰ উপায়ও পবিত্ৰ, ঈশ্বৰ আমাৰ সঙ্গী। সত্যাগ্ৰহীয়ে যেতিয়ালৈকে সত্য ত্যাগ নকৰে তেতিয়ালৈকে সত্যাগ্ৰহীৰ পৰাজয় নাই।" এই আশাৰ এই উদ্দীপনাৰ বাণী প্ৰচাৰ কৰি এই কৌপিন পিন্ধা, চুটি চাপৰ, অকণমান মানুহজনে জগতত নতুন সত্য, নতুন ৰাজ্য স্থাপন কৰিবলৈ সদলবলে আগবাঢ়ি গৈছে। তেখেতৰ সেনাসকলো সেই একে ভাবেই একে মন্ত্ৰতে অনুপ্ৰাণিত। মৃত্যু তেওঁলোকৰ পক্ষে সাধাৰণ কথা, স্বাধীনতা তেওঁলোকৰ কাম্য বস্তু। এই জয় যাত্ৰা পৰাধীন পৰপদদলিত জাতিৰ মুক্তিপথৰ জয় যাত্ৰা। এই জয় যাত্ৰা বিজয় মাল্যৰে বিভূষিত কৰিবলৈ কত নৰ-নাৰীয়ে অতি আদৰৰ নিজ প্ৰাণ বিসৰ্জ্জন দিব লাগিব, কত নিৰ্য্যাতন অম্লান বদনে সহিব লাগিব। তাক ভাষাৰে বৰ্ণাব নোৱাৰি। মহাত্মাই মুকলি আকাশৰ মুকলি বতাহৰ তলত ছাউনী পাতি, আল্লালী (গুজৰাট) গাঁৱত গোট খোৱা হাজাৰ হাজাৰ মানুহক মৰ্ম্মস্পৰ্শী ভাষাত কৈছিল "জেললৈ যাবলৈ



ভয় কৰিলে নচলিব। যদি অকল গুজৰাটৰ পৰাই ৩০ লাখ নৰনাৰী জেললৈ যায় তেন্তে তেওঁলোকৰ ঠাই চৰকাৰৰ জেলত নহব, লোণকৰ যেনে তেনে তুলি দিবই লাগিব। 'হয় মই জয়ী হম, নহয় মই জেললৈ গৈ মৰিম' মোক আৰু একো নালাগে। মই মোৰ আশ্ৰমলৈ বা আল্লালী গাঁৱলৈ ঘূৰি নাহো। মই সুনিৰ্দ্দিষ্ট পন্থা অৱলম্বন কৰিছো, মই আৰু পিছুৱাই নাহো। মোৰ পিছত ভাৰ আপোনালোকৰ ওপৰতে। কিন্তু ভাৰ লোৱাৰ আগতে ভাবি চিন্তি কাম কৰিব। কাৰণ এবাৰ যুদ্ধত যোগ দিলে আৰু ঘূৰিব নোৱাৰিব।" মহাত্মাৰ এই আদেশে ইংৰাজ সেনাপতি উল্‌ফে কুইবেকৰ যুদ্ধ ক্ষেত্ৰত আসন্ন মৃত্যুৰ আগত থিয় দি দোধোৰ মোধোৰত পৰা সৈন্যসকলৰ আগত কোৱা উপদেশলৈ মনত পেলাই দিছে। সেনাপতি উল্‌ফে কৈছিল—The paths of glory lead but to the grave— বিজয়ী হবলৈ হলে মৃত্যু অনিবাৰ্য্য। সেই যুদ্ধত ইংৰাজ সৈন্যই হৃদয়ৰ তেজ দি বিজয় লক্ষ্মীক বৰণ কৰি লৈছিল। আজিও ভাৰতবাসীৰ আগত সেই একে কৰ্ত্তব্য উপস্থিত। ভাৰতবাসীয়ে এই নিৰুপদ্ৰৱ যুদ্ধত যোগ দি হিয়াৰ তেজ দিওঁ বোলক প্ৰেমেৰে জয় কৰি বিজয় লক্ষ্মাক বৰণ কৰি লব লাগিব। জীৱনৰ ওপৰত মমতা ৰখা কোনো জাতিয়ে উন্নতিৰ সোপানত উঠিব পৰা নাই। মানুহৰ দৰে জীয়াই থাকিবলৈ হলে মৃত্যু ভয় পৰিহাৰ কৰিব লাগিব। মৰিব নজনা জাতিৰ পক্ষে স্বাধীনতা সদায় সপোন হৈয়েই থাকিব। ভাৰতৰ এই স্বাধীনতাৰ স্বপ্ন বাস্তৱত পৰিণত কৰাৰ ভাৰ ভাৰতৰ সকলো নৰনাৰীৰ ওপৰতে। মহাত্মাই আজি যি মুক্তিৰ ৰণভেৰী বজাইছে, সেই ৰণভেৰীৰ সুৰত মতলীয়া হৈ ভাৰতৰ নৰনাৰীয়ে নিৰুপদ্ৰৱ মুক্তিৰ যুদ্ধত জাপ দিয়াৰ বাহিৰে আন কৰ্ত্তব্য নাই। প্ৰত্যেক ভাৰতবাসীৰ দেশ প্ৰীতিৰ, স্বাৰ্থত্যাগৰ, দেশৰ উন্নতিৰ অৰ্থে আত্মবলিদানৰ আকাঙ্ক্ষাৰ ওপৰত বিশ্বাস স্থাপন কৰি মহাত্মাই আজি আত্মাহুতি দিবলৈ ওলাইছে। এই যুদ্ধত যোগ নিদি হাত

সাৰটি বহি থাকিলে ভাৰতবাসীক বিশ্বাসঘাতকতাৰ পাপে চুব। অসমীয়া, তুমি আজি স্বদেশ প্ৰাতিৰ, স্বাৰ্থত্যাগৰ আদৰ্শ দেখুৱাই মহাত্মাৰ আহ্বানত খোজ নলবানে?" অসমীয়ালৈ এয়ে তিনদিনীয়া অসমীয়াৰ আহ্বান আছিল।

১৯৩০ চনত কংগ্ৰেছৰ নেতৃত্বত শিথিলতা অহা সত্বেও ১৯৩০ চনত অসমত কেনেকৈ এটা ডাঙৰ জন জাগৰণ হোৱাটো সম্ভৱ হৈছিল, সকলো কথা বিশ্লেষণ কৰিলে তিনদিনীয়া অসমীয়াই যে, এটা ডাঙৰ বৰঙণি যোগাইছিল এইটো কোনেও অস্বীকাৰ কৰিব নোৱাৰিব।

তিনদিনীয়া অসমীয়াৰ সম্পাদকীয় স্তম্ভৰ পৰা তিনি দিনে তিনি দিনে মুক্তি আন্দোলনৰ বাবে প্ৰকাশ্য সমৰ্থনে জাতীয় আন্দোলনত ডাঙৰ সহায় কৰিছিল।

৺চন্দ্ৰকুমাৰ আগৰৱালাৰ মৃত্যুৰ ৩০ বছৰ পাছত আজি আমাৰ মনলৈ আহিছে অসমত বাতৰি কাকত প্ৰতিষ্ঠা কৰি তেখেতে অসমৰ জাতীয় জীৱন গঠনত কিমান মহৎ সহায় কৰিছিল।

মুক্তি আন্দোলনৰ বাতৰি ভাৰতৰ সকলো কাকতে প্ৰচাৰ কৰা দেখি গৱৰ্ণমেণ্টে ১৮২৩ চনৰ প্ৰেছ অৰ্ডিনান্স আইন খন পুনৰ উলিয়ালে। ১৮২৩ চনৰ মাৰ্চ্চ মাহত কিছুদিনলৈ এজন চিভিলিয়ান (নাম মিঃ জন এডাম) ৰাজপ্ৰতিনিধিৰ আসনত বহিয়েই বৃটিছ শাসনৰ সমালোচনা কৰাত এই আইনখন ততালিকে অৰ্ডিনান্স হিচাপে ৰচনা কৰি দুজন ইংৰাজ সাংবাদিককেই ভাৰতৰ পৰা নিৰ্ব্বাসিত কৰিছিল। ভাৰতৰ সংবাদ পত্ৰৰ বুৰঞ্জীত তেওঁলোকৰ নাম যুগমীয়া হৈ থাকিব। তেওঁলোক হৈছে— The Calcutta Journal (দি কেলকাতা জাৰ্ণাল)ৰ সম্পাদক মিঃ বাকিংহাম আৰু তেওঁৰ সহকাৰী মিঃ ছেনফোৰ্ড আৰ্নটক এই আইন খনকেই ১৯১০ চনত পুনৰ শুধৰাই লোৱা হৈছিল। এতিয়া তাকেই প্ৰায়োগ কৰা হল। এই পৰিস্থিতিত 'তিনদিনীয়া অসমীয়াই' সম্পাদকীয় স্তম্ভৰ পৰা লিখিলেঃ—



২০ বহাগ ১৮৫২ শক, ইং ৩ মেই ১৯৩০ চন। লেখিম কি? বৰলাটে বিশেষ ক্ষমতাৰ বলত বাতৰি কাকতক দমন কৰিবলৈ ১৯১০ চনৰ মুদ্ৰাযন্ত্ৰ আইন আকৌ জাৰি কৰিলে। বৰলাটে এই আইন জাৰিৰ কাৰণ দেখুৱাইছে যে, কিছুদিনৰ পৰা ভাৰতীয় বাতৰি কাকত বিলাক বৰ অসংযত হৈ পৰিছে আৰু বাতৰি কাকত বোৰে ৰাজদ্ৰোহ প্ৰচাৰ কৰিছে। বহুতো বাতৰি কাকতে "ভায়লেঞ্চ" বা হিংসামূলক বিপ্লৱবাদ প্ৰচাৰ কৰিছে, এতেকে এইবিলাকক দমন কৰিবলৈ "প্ৰেছ এক্ট" একান্ত প্ৰয়োজন। সচাঁকৈয়ে যদি বাতৰি কাকত বিলাকে ওপৰত কোৱাৰ দৰে কাম কৰিছে, তেন্তে তাৰ বিধান কৰিবলৈ মামৰে ধৰা অতি পুৰণি এই অস্ত্ৰপাত অস্ত্ৰ ভঁৰালৰ পৰা উলিয়াই তেল-টেঙা ঘঁহি চকৃচকীয়াকৈ নতুন শানত শান দি খুৱ যেন কৰি ভাৰতৰ জনমতৰ টেটুত ৰেপ দিবৰ প্ৰয়োজন নাছিল। ভাৰতৰ দণ্ডবিধি আইন জালৰ পাহি ইমান ঘন যে, বৌ বৰালিৰ কথাই নাই, পুঠী খলিহাও সৰকিব নোৱাৰে। ওপৰত কোৱা অপৰাধ কৰিলে বাতৰি কাকতবিলাক এই জালৰ ১২০২১, ১২৪(ক), ১৫৩(ক), ১৩১, ১৩২, ১৩৩ ধাৰাত খেওখাই পৰিলহেঁতেন। কিন্তু কথা বা ক'ত? ভেকুৰীৰ তলত। ডেৰশ বছৰ বৃটিছ গৱৰ্ণমেণ্টে ভাৰত শাসন কৰাৰ ফলত আজি ভাৰতত শতকৰা ৫.২ জন মতা শিক্ষিত আৰু মাইকী শতকৰা ১.৫ জনী শিক্ষিতা। এই শিক্ষা মানে ক,খ পঢ়িব পৰাকহে বুজায়। ভাৰতৰ নিমাত নিৰক্ষৰ গাঁৱলীয়াক মাতৃ ভাষাত প্ৰকাশ হোৱা বাতৰি কাকতে অভাৱ অভিযোগৰ কথা ফুটাই কবলৈ বাট দেখুৱাই এটা ৰাজনৈতিক শিক্ষা দিবলৈ চেষ্টা কৰি আহিছে। ভাৰতৰ ৰাজনৈতিক মতামত কংগ্ৰেছে প্ৰকাশ কৰি আহিছে আৰু বাতৰি কাকতত এই মতামত কোনো বাট পথ নোহোৱা, কোনো নোযোৱা গাঁৱলৈকো কঢ়িয়াই ভাৰতত এটা ৰাজনৈতিক চেতনা দিবলৈ যত্ন কৰি আহিছে। বাতৰি কাকতবিলাক এই কাৰ্য্যত যিমান দূৰ কৃতকাৰ্য্য হৈছে তাৰ প্ৰমাণ বৰ্ত্তমান

ৰাইজৰ মাজত ৰাজহুৱা আন্দোলন। মহাত্মা গান্ধীয়ে আজি ৰাইজৰ হকে সত্যাগ্ৰহ সংগ্ৰাম আৰম্ভ কৰিছে আৰু বাতৰি কাকতৰ জৰিয়তে ৰাইজে উমঘাম পাই এই আন্দোলনক সহায় কৰিছে।

ভাৰতীয় বাতৰি কাকতৰ এই কৃতকাৰ্য্যতা দেখি ভাৰতৰ ফিৰিঙ্গী বাতৰি কাকতবিলাকৰ চকুত টোপনি নোহোৱা হৈছে, ভাৰতৰ বাতৰি কাকত বিলাতৰ সাম্ৰাজ্যবাদীসকলৰ পক্ষে চকুৰ কুটা দাঁতৰ শূল আৰু বাতৰি কাকতবিলাক আইনৰ গৰাহলৈ নহাত খণ্ডত টিকচি বিকচি এদলে গৱৰ্ণমেণ্টক খুচিয়াব লাগিছে। এনেই বুঢ়ী নাচনী আকৌ তাতে নাতিনীয়েকৰ বিয়া। মহাত্মাৰ আন্দোলনত গৱৰ্ণমেণ্টে চকখাইছে তাতে এই উদগনিয়ে জুইত ঘিঁউহে ঢালিলে। বৰলাটে অৰ্ডিনেন্সৰ বলেৰে ১৯১০ চনৰ প্ৰেছ আইন পুনৰ প্ৰণয়ন কৰিলে। অকল ১৯১০ চনৰ আইন প্ৰণয়ন কৰিয়েই এৰা নাই। তাৰ লগতে নতুনকৈ আৰু কেইটামান ধাৰা যোগ দিছে। বৰ্ত্তমান ১৯১০ চনৰ আইনতকৈও মাৰাত্মক। আইনৰ ধাৰা কেইটা চালেই বিশষকৈ নতুনকৈ যোগ দিয়া ধাৰা কিটা চালেই বুজিব পাৰি যে, মহাত্মাৰ বৰ্ত্তমান সত্যাগ্ৰহ আন্দোলনটো গুলিপিহি মাৰিবলৈ এইপাট শৰ চৰকাৰে তোণৰ পৰা বাছি লৈ নতুনকৈ সলাই লৈছে। এই আইনৰ পাছত বাতৰি কাকতৰ কবলৈ বা লেখিবলৈ একো নাথাকিল। আকাৰ, ইঙ্গিত, উপমা, উল্লেখ, অৰ্থ প্ৰভৃতিৰ দ্বাৰাইও যদি সন্দেহ হয় যে, কোনো বাতৰি কাকতে আইনত দিয়া অপৰাধ কৰিছে, তেতিয়াই জামিন স্বৰূপে টকা জমা লোৱা হব আৰু টকা বাজেয়াপ্ত হলে আকৌ বেছিকৈ জামিন খোজা হব। আন কি ছপা যন্ত্ৰও বাজেয়াপ্ত হব। মুঠৰ ওপৰত এই আইনে ভাৰতীয় বাতৰি কাকতৰ কণ্ঠৰোধ কৰিলে। জামিন দিব নোৱাৰিলে বা নিদিলে বাতৰি কাকতৰ প্ৰকাশ বন্ধ হব। এই আইনৰ কৃপাত ৰাইজে জাতীয় বাতৰি কাকত একেবাৰেই নোপোৱাটো একো আচৰিত কথা নহয়।" এইদৰে তিনদিনীয়া অসমীয়াই সমালোচনা কৰিলে।



এই আইন জাৰি হোৱাৰ ফলত ভাৰতীয় বাতৰি কাকতৰ পৰা ২ লাখ ৪০ হেজাৰ টকা জামিন দাবী কৰা হৈছিল। ১৩১খন কাকতে জামিন দিছিল। ৯ খন কাকতে জামিন নিদি কাকতৰ প্ৰকাশ বন্ধ ৰাখিবলগীয়া হৈছিল। ইয়াৰ ভিতৰত তিনদিনীয়া অসমীয়াও আছিল। আঢ়ৈ মাহ কাল বন্ধ ৰাখি পুনৰ ১৯ জুলাই তাৰিখৰ পৰা কাকত চলাবলৈ আৰম্ভ কৰা হয়।

(শনিবাৰ ৩ শাওন ১৮৫২ শক ইং ১৯ জুলাই ১৯৩০চন)

আগেয়ে জাননী দিয়া মতেই প্ৰায় আঢ়ৈ মাহ বন্ধ ৰাখি আজি আমি 'অসমীয়া'ক আকৌ ৰাইজৰ আগলৈ উলিয়ালো। আশা কৰো ৰাইজে আমাৰ সকলো ক্ৰুটী মাৰ্জ্জনা কৰিব আৰু "প্ৰেছ অৰ্ডিনান্স" ৰূপী মহাকাল অস্ত্ৰ মূৰৰ ওপৰত ওলমি থকাতো ৰাইজৰ সেৱা কৰিবলৈ ওলোৱাত ৰাইজে "অসমীয়া"ক আগতকৈও বেছিকৈ মৰমৰ চকুৰে চাব।"

নিয়মানুবৰ্ত্তিতা আৰু শৃঙ্খলাৰে তেওঁৰ মন শ্ৰদ্ধাশীল হোৱাত বাহিৰৰ পৰা মানুহে তেওঁক কঠিন হৃদয়ৰ মানুহ বুলি ভাবে কিন্তু যি সকল তেওঁৰ সান্নিধ্যলৈ আহিবলৈ পাইছে তেওঁলোকে জানে যে, এই শিলৰ দৰে টান হিয়াৰ আঁৰত এখন অতি কোমল দেশপ্ৰেমী হিয়া লুকাই আছিল।

অসমৰ ৰাজনৈতিক জীৱনত প্ৰকাশ্য অংশ নললেও অসমৰ ৰাজনৈতিক জীৱন গঠনত তেওঁ যি অংশ লৈছিল, তালৈ বৰ্ত্তমানৰ আৰু ভবিষ্যতৰ অসমে শ্ৰদ্ধা জ্ঞাপন নকৰাকৈ থাকিব নোৱাৰে।

# অসমীয়া সাংবাদিকতাৰ খনিকৰ চন্দ্ৰকুমাৰ আগৰৱালা

—বেণুধৰ শৰ্ম্মা

চন্দ্ৰকুমাৰ আগৰৱালা যে "ৰমণীয় কমনীয় মাধুৰী মধুৰ" 'প্ৰতিমাৰ' 'খনিকৰেই' আছিল, এনে নহয়, আধুনিক সভ্যতাৰ নহলে-নোহোৱা-আনুষঙ্গিক উপকৰণ বাতৰি-কাকত বা সাংবাদিকতাৰো খনিকৰ। নিমাতী কৰিতাৰ প্ৰতীক প্ৰতিমা এখন গঢ়িবলৈ সুন্দৰৰ কল্পনা, কল্পনানুসৰি ঠগ বা গঢ়, তাকে চাই ধাতু বা খেৰৰ জুমুঠি নতুবা কুমাৰ-মাটি, তাৰ ওপৰত হেঙ্গুল-হাইতালৰ বোল— এইবোৰ সঁজুলি তিল-তৰ্জ্জ্বৰূপে ব্যৱহাৰ কৰাত সৌন্দৰ্য্যজ্ঞান, কলাজ্ঞান, ভাস্কৰ্য্যজ্ঞান আৰু বিচাৰ-বুদ্ধিৰ প্ৰয়োজন। সেইদৰে, বাতৰি-কাকত এখন উলিয়াই আদৰ্শমূলক যশোৰাশিৰে প্ৰতিষ্ঠিত হবলৈও প্ৰয়োজন— জনসাধাৰণৰ হিতৈষণা, সমাজৰ নাড়ী-নক্ষত্ৰ জ্ঞান আৰু ভাষাৰ ওপৰত আধিপত্য। তাৰ উপৰিও লাগিব সম্পাদকীয় দায়িত্ববোধ, কাকতীয়া সৌন্দৰ্য্যবোধ— অৰ্থাৎ কাকতখনৰ কোন ঠাইত কেনেকুৱা ঠগ, আয়তন আৰু আকৃতিৰ আখৰ বহুৱালে কাকতখন দেখিবলৈ ধুনীয়া হয়, কোন বাতৰিটো কেনেকৈ লিখি, কেনেকৈ তাৰ শিৰোনামা দিব লাগে, জাননী এখন চকুত পৰাকৈ দিবলৈ কেনেকৈ লিখিব লাগে ইত্যাদি কাকত পৰিচালনাৰ ব্যৱসায়ী বুদ্ধি।

ৰাজকীয় বা প্ৰশাসনীয় ক্ষমতা নথকা ৰাষ্ট্ৰীয় নায়ক বুলিব লাগে বাতৰি-কাকতকে। স্বাধীনতাৰ মোল বুজা-দেশত বাতৰি-কাকতেই ৰাষ্ট্ৰীয় শান্তি-সংহতি স্থাপন কৰাৰ



আদি মূল। উচ্চখাপৰ বাতৰি বা একে পৰ্য্যায়ৰে আলোচনী কাকত এখন প্ৰতিষ্ঠা কৰি সকলোৰে সমাদৰ লাভ কৰিব পৰাকৈ চলোৱা নিচেই উজু আৰু যাৰে-তাৰে কাম নহয়। চন্দ্ৰকুমাৰ আগৰৱালাই কিন্তু, সেই দুয়োটা বৰ-টোকোলা চৰাই একেপাত কাঁড়েৰেই মাৰিব পাৰিছিল। এই ফেৰা সামৰ্থ্যৰ অধিকাৰী হব পাৰিছিল এই বাবেই যে তেওঁৰ অন্তৰখন আছিল স্বদেশ-প্ৰেমেৰে উপচি যোৱা আৰু ব্যৱসায়ী বুদ্ধি আছিল আগ পাঁচ গুনি আহিলাপাতি যুগুতাই লোৱা সততা-তৎপৰতাৰ। সেই গুণে হে, সুন্দৰৰ 'প্ৰতিমা' গঢ়াত তেওঁ যেনেকৈ "খনিকৰ," দেশোন্নতিৰ বাহন সাংবাদিকতাৰ প্ৰকৃত আৰ্হি প্ৰতিষ্ঠা কৰাতও তেওঁ তেনেকৈ নিপুণ বাট-কটীয়া খনিকৰ।

১৮১০ শকৰ ভাদ মাহৰ ২৫ তাৰিখে শ্ৰীকৃষ্ণৰ জন্মাষ্টমীৰ দিনা, কলিকতা-প্ৰৱসুৱা অসমীয়া ছাত্ৰৰ উদ্যোগত কলিকতা-অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ জন্ম হয়। সভাই সঙ্কল্প লৈছিল—অসমীয়া ভাষাৰ সৰ্ব্বাঙ্গীন উন্নতি সাধন কৰিবলৈ। সঙ্কল্প মুখেৰেহে হল হাতে-কামে লাগিবলৈ কোনো হাঁফি ওলাব পৰা নহল। কলিকতাত মতা "টোঁৱা-টোঁৱা" মাতষাৰৰ প্ৰতিধ্বনি তুলি গোটেই অসম ঝন্-ঝনাই যোৱা কৰিবলৈ লগা হল এখন কাকত, অন্ততঃ এখন আলোচনী কাকত। তাকে সকলোৰে মনে-মুখে আছে, মৰসাহ আৰু ধনৰ, মহৰ গাখীৰ আৰু হাতীখুজীয়া বাটিহে নাই। সকলোৰেই ছাত্ৰ-অভিভাৱকৰ পৰা নিয়া বন্ধা টকা কেইটাৰেই কোনোমতে শিঙীগুৰিজোৱা দি পেট প্ৰৱৰ্ত্তাই আছে। এনে স্থলত, খৰচহে আছে—লাভ নাই—এনে এটা দেৱলীয়া হবলগীয়া আলোচনী কাকত হেন এখন কাকত উলিয়াবলৈ সাহ কৰি আগ বাঢ়ি ওলায় কোন? অকল সাহ হলেই হব নে নাইবা ধন হলেই হব? এই দুয়োটাৰে সমৰ্থবান হলেও লাগিব সময়ৰ শৰ বাছকবনীয়া প্ৰবন্ধ আৰু সেই প্ৰবন্ধাদি নিৰ্ব্বাচনৰ ক্ষমতা।

অ, ভা, উ, সা সভাৰ সভ্যসকল এনে দুই-নাও-দুই ভৰি অৱস্থাত থাকোতেই ওলাল এজন দ্বিতীয় বাৰ্ষিক এফ, এ, শ্ৰেণীৰ ছাত্ৰ – যাৰ ককাদেউতাক নাওবং আছিল সুৰদি অসমীয়া ভাষাৰে উজনিত কলং গমিৰিৰ মৌজাদাৰ আৰু দেউতাক আছিল মহীশুৰ পৰ্য্যন্ত বৰৰ এঠাৰ ব্যৱসায় প্ৰসাৰ কৰোঁতা হৰিণৰায়ণ মাতৃভাষানুৰাগী হৰিবিলাস গুপ্ত বা আগৰৱালা। এইজন দুঃসাহসিক ছাত্ৰই হল চন্দ্ৰকুমাৰ আগৰৱালা। উপৰিপুৰুষৰ ঐতিহ্যেৰে উদ্বুদ্ধ হৈ এৱেঁই ১৮১০ শকৰ মাঘত, এন্ধাৰত জাঁপ মাৰি নিজৰ পেৰাৰ ধনেৰে দিলে উলিয়াই "জোনাকী" কাকত। অকল উলিয়াই দিয়েই ক্ষান্ত নেথাকিল; তেৱেঁই একাধাৰে "সম্পাদক, কাৰ্য্যাধ্যক্ষ আৰু স্বত্বাধিকাৰীও হল।" এই "জোনাকী'তেই চন্দ্ৰকুমাৰৰ সাংবাদিক জীৱনৰ প্ৰথম চন্দ্ৰোদয়। ইয়াতেই, "অাঁঠুৰাচাই ঠেংমেলা" নীতি অনুসৰণ কৰি তেওঁ 'আত্মকথাত' এইবুলি আত্মপ্ৰকাশ কৰি পোনেই লেখিছিল,—

"অসমত কাকতৰ গতি কচুপাতত পানীটুপিৰ দৰে। মানুহৰ চেষ্টা অজৰ-অমৰ বুলি জানিহে আমাৰ সাহ; উদ্যোগীয়ে মৰণ কি কব নোৱাৰে। জীৱনেই হৈছে কাৰ্য্যশীল—কৰিব-লগীয়া আমি কৰিম ফল লাভ পাছৰ কথা। কামৰ চকৰিৰ তলত বহু মৰেও জীয়েও মৰি জীহে সংসাৰৰ কাৰ্য্য সাধিব পাৰি। আমাৰ উদ্দেশ্য কি অনেকে সুধিব। সম্প্ৰতি ইয়াকে কলেই হব যে আমাৰ কাৰ্য্য দেখি আমাক সকলোৱে বুজিব পাৰিব—আমাৰ কামটো বুজিব-নোৱাৰা সাঁথৰ নহয়। ৰাজনীতি আমাৰ "ৰাজ্যৰ" বাহিৰ, এই পৰাধীন দেশত "প্ৰজানীতি" হে ধৰিবলগীয়া। সাহিত্য, বিজ্ঞান, সমাজ ইত্যাদি আমাৰ আলোচনাৰ বিষয়--এইবিলাক সাধ্যমতে বুজিবলৈ আৰু প্ৰকাশ কৰিবলৈ যত্ন কৰিম। "বাদ" "প্ৰতিবাদ" আমি আদৰেৰে কোলাত ঠাই দিম। সেই বুলি ব্যক্তিগত নিন্দাক ওচৰ চাপিবলৈ নিদিওঁ। ভাষালৈ আমাৰ বিশেষ চকু থাকিব। অসমৰ আটাই শ্ৰেণীৰ মানুহে যেন আমাক মৰম কৰে তালৈ আমি যত্ন কৰিম। নকৈ উঠিঅহা অসমৰ নিমিত্তে আমাৰ আটাই শক্তি ব্যয় কৰিম। এই পাছ পৰি থকা আন্ধাৰ দেশলৈ "জোনাক" সুমুৱাব নোৱাৰিলেও, যদি নিজে নিজেও যত্নৰ ফিৰিঙ্গটিৰ পোহৰত বাট পাওঁ তেনে আমাৰ শক্তিৰ মিছা ব্যয় হোৱা নাই বুলি ভাবিম। আমি জানো আমাৰ দেশ শিক্ষাত পাছ, জ্ঞানত ভিখাৰী, ধনত দুখীয়া, সংখ্যাবলত শক্তিহীন, স্বাস্থ্যত ৰুগীয়া, কামত এলেহুৱা আৰু পৰাধীন - কিন্তু আমি নিজশক্তি অনুযায়ী হইহে কামত হাত দিব পাৰোঁ। আমি যুঁজিবলৈ ওলাইছোঁ "আন্ধাৰৰ" বিপক্ষে। উদ্দেশ্য— দেশৰ উন্নতি "জোনাক"। কিমানলৈ আগবাঢ়িব পাৰিমহঁক সেইটো নিজৰ শক্তিচালনা আৰু সুযোগৰ ওপৰত হে ৰই আছে। আটাইয়ে উঠি-পৰি লাগোঁহঁক, সুযোগও আপুনি ওলাবহি, পাটীত পৰি দিন গণিবৰ সময় নাই। চাৰিওফালে হুৰহুৰাই "কাম" চলিছে— অসমীয়া ৰহি থাকিব নে?

এই ভাপনাও, ভাপৰথ, বিজুলী ডাকৰ দিনতো যদি হাত-ভৰি কোঁচাই ৰহি থাকোঁহঁক, তেনে আৰু আগ বাঢ়ি যোৱা সকলৰ লগ ধৰিবলৈ আশা কৰিব নোৱাৰি। আমি নিজকে নিজে "যোগ্য" নকৰিলে অন্যে কৰি নিদিয়েহি। এই সংসাৰেই হইছে যোগ্যৰ ঘৰ, অযোগ্য অধঃপাতলৈ যাব —Survival of the fittest—পাঠকে দায় নধৰিব, এই খিনিতে সুন্দৰ ইংৰাজী কথা এফাঁকি তুলি দিলোঁ, তাৰ অৰ্থ ওপৰত দিয়া হৈছে। তুঁহৰ জুইৰ দৰে অসমীয়াৰ "তেজ" আৰু উৎসাহ এতিয়া ভাগ্যৰ জাপৰ তলত লুকাই আছে এবাৰ ভমকাই উঠিবই উঠিব।"

আজিকালি ৰাজনীতিবিনে কোনো বাতৰি কাকতৰ সত্তা নাই। সেই কালত ৰাজনীতি-চৰ্চ্চাতকৈও বেছি আৱশ্যক আছিল শিক্ষা, বেহাবেপাৰ আৰু বিদ্যাবুদ্ধিৰ চৰ্চ্চা। সাহিত্যই জাতীয় উন্নতিৰ সিংহদুৱাৰ। সেই গুণে, অসাঠন, এলেহুৱা,

আন্ধাৰত পৰি থকা অসমীয়া জাতিক অনুপ্ৰাণিত কৰিবলৈকে সাহিত্য চৰ্চ্চাৰ যোগেদি সম্পাদক আগৰৱালাই ডাঢ়াই-ডাঢ়াই কৈছিল—"যোগ্য ভোগ্য বসুন্ধৰা, আগেয়ে যোগ্য হোৱাঁ, তাৰ পিছত জীৱন যাত্ৰাৰ সুখ ভোগ কৰাঁ।"

বিদেশত সুখ্যাতি আৰ্জ্জন কৰা অসমীয়া সদাগৰ ভোলানাথ বৰুৱাই অসমীয়া মানুহৰ গতিগোত্ৰ বুজি উপদেশ দিছিল—জুতি লগাই অন্ন-ব্যঞ্জন ভোজন কৰিবলৈ হলে ৰান্ধনীৰে-সৈতে ভালে থাকিবা। ৰাজনীতি চৰ্চ্চা কৰিলে বিদেশী শাসকৰ পৰা পাবলগীয়া স্ব৷বধাখিনিৰ পৰাও আমি বঞ্চিত হব পাৰোঁ। এনেকুৱা বিবেচনাৰ বশৱৰ্ত্তী হৈয়েই সম্পাদকৰ কাপ হাতত লৈ কবলগীয়া হৈছিল, "পৰাধীন জাতিৰ ৰাজনীতি নাই।" আজি এই ফাঁকি বচনৰ একো মূল্য নাই। কিন্তু, যি সময়ত ইয়াক উচ্চৰা হৈছিল, সেই সময়ত আন হে নেলাগে, কেউপিনে উন্নত বঙ্গদেশৰ ৰাজনীতিজ্ঞসকলেও এই ডাকৰ বচনহেন বাণীষাৰৰ তাৎপৰ্য্য মৰ্ম্মে-মৰ্ম্মে উপলব্ধি কৰিছিল— অৱশ্যে, বৰ আনন্দৰ কথা যে আগৰৱালাই লেখাৰ বহু-বছৰৰ পাছত হে।

আত্মবিশ্বাসৰ ওপৰত ভৰ দি চন্দ্ৰকুমাৰে কলিকতা এৰি অসমলৈ গুচি আহিবলগীয়া হয়। এশ-এটা আশা-আকাঙ্ক্ষা বুকুত বান্ধি পাৰিদিয়া 'জোনাকী' নাওখনি, তেওঁৰ অবিহনে হঠাতে গুৰিয়াল নোহোৱা হৈ বুৰি থাকিবলগীয়া হৈছিল। লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামীয়ে গুৰি-'বঠাপাত' ধৰি জানিবা কোনোমতে ৰক্ষা কৰিলে। কৰিলে হে কৰিলে, 'জোনাকীৰ' অৱস্থা কিন্তু কাহিল হ'ল। দঁতাল হাতী মৰিলেহে যেনেকৈ দাঁতজোৰ কিমান দলৈকে সোমাই আছিল বুজিব পাৰি, চন্দ্ৰকুমাৰ আঁতৰি গলতহে তেনেকৈ বুজিব পৰা হল 'জোনাকী' চলোৱাত চন্দ্ৰকুমাৰে কি দুঃসাহসিক ভূমিকা গ্ৰহণ কৰিছিল আৰু সেই ভূমিকাৰ পোতনেই বা কিমান দ আছিল।



আগৰৱালাই "জোনাকী" প্ৰকাশৰ সকলো ব্যয়ভাৰ নিজেই বহন কৰিছিল। তেওঁ নো ক'ত কি খৰচ কৰি সাতোটা জোৰা মাৰি কাকত চলাইছিল, অ, ভা, উ, সা, সভাৰ সৰহভাগ সভ্যয়েই তাৰ বুজ পোৱা নাছিল বা লোৱা নাছিল। তেওঁ কলিকতা এৰাৰ পিছত জহৰ বন্ধ হল; সকলো ছাত্ৰ ঘৰাঘৰি গল। হেমচন্দ্ৰ গোস্বামীও ঘৰ পালেহি। ধন যোগাওঁতা মানুহো নোহোৱা হল। সেই সময়ত, অঠাইসাগৰত পৰি, বেজবৰুৱাই হেম গোসাঁইলৈ দুখ কৰি যি চিঠি দিছিল, তাতে চন্দ্ৰকুমাৰ নোহোৱাত "জোনাকীৰ" কি শোচনীয় অৱস্থা হৈছিল, তাৰ আভাস এটি পোৱা যাব। বেজবৰুৱাই লেখিছিল,

"তোমাৰ 'জোনাকী' দেখোন জঠৰ হল। কণকলাল বৰুৱা, দ্বাৰিকেশ্বৰ শৰ্ম্মা, ৰজনী বৰদলৈ গলগৈ। তোমালোকে টকা নপঠিয়ালে "অকণমান" বস্তুটি ( জোনাকী ) এই সংখ্যাৰ পাছতে মৰি থাকিব। আজীৱন সভ্যসকলেও গা-এৰা দিলে, বৰঙণি নিদিয়া হল। * * অধৰ বাবুক ৪৪৲ টকা দিব লাগে। অলপমান নেপালে তেওঁ আৰু ছপা নকৰোঁ বুলিছে। তুমি যোৱাৰ পিছত আমি আৰু তেওঁক এটা পইচাও দিয়া নাই। নকৈ কি, কাগজৰ দাম ৬৲ ছয় টকা তাকো দিব পৰা নাই। কাকতখন মৰিব বুলি ভাবিলে বৰ দুখ লাগে। খুজি মাগি হলেও জোনাকীখন জীয়াই ৰাখা, অসমীয়া ভাষাৰ মান ৰাখাঁ।"

ছাত্ৰ গুচি, তামোলবাৰী চাহবাগিচাৰ স্বত্বাধিকাৰীৰূপে বাগিচা চলাই থাকোতেও আগৰৱালাই সঘনে 'জোনাকীৰ' ভু-ভা লৈ আছিল। কাকতখন চলাবলৈ সময় বুজি ৩৫৲ টকা ৪০৲ টকাকৈ সাহায্যও দি আছিল। কিন্তু ১৯০১ চনৰ পৰা অৰ্থ আৰু দিহা বুধি দিওঁতা ব্যৱসায়ী বুদ্ধিৰ সাহিত্য সেৱী নোহোৱাত কলিকতাৰ পৰা 'জোনাকী' ওলোৱা বন্ধ হৈ গল।

ঘৰ সোমোৱাৰ পিছত, সাংবাদিকতাৰ চিন্তাভাবনা আৰু কৰিব নলগীয়া হল। ইতিমধ্যে, 'জোনাকীৰ' কাৰ্য্যালয়ো

গুৱাহাটী পালেহি। "আসাম", "এড্‌ভকেট অৱ আসাম" আৰু "আসাম বন্তি" আদি বাতৰি কাকতো ওলাল। কিন্তু সেইবিলাক কেৱল বাতৰিৰ কাকত হোৱা বাবে চন্দ্ৰকুমাৰৰ পৰিকল্পিত উদ্দেশ্য আৰু আশা আকাংক্ষা পৰিপূৰ্ণ কৰিব পৰা নাছিল। পূৰ্ব্বে 'জোনাকী' উলিয়াওঁতে, দেশৰ আৰু দেশবাসীৰ যি পৰিস্থিতি আৰু মনোভাব আছিল; সেই এটাইবোৰ ক্ৰমান্বয়ে লুটি খাই আহিল। আগেয়ে যে কৈছিল, "পৰাধীন জাতিৰ ৰাজনীতি" নাই বুলি, সেই কথা প্ৰথম মহাসমৰৰ পাছত মূল্যহীন হৈ পৰিল। বৃটিছ শাসনৰ তলতে থাকি স্বায়ত্ব শাসন লাভ কৰাৰ ধাউতি সকলোৰে অন্তৰত জাগিবলৈ ধৰিলে। গতিকে, দেশৰ চিন্তা আকাঙ্ক্ষাৰ সোঁতটো এতিয়া নতুন বাটেদি বোৱাবৰ প্ৰয়োজন হল। ডেকা কালৰ পৰা ফল্গু নদীৰ দৰে, সংবাদিকতাৰ দ্বাৰাই দেশ সেৱা কৰা মহান ব্ৰতৰ লক্ষ্যটি চন্দ্ৰকুমাৰৰ অন্তৰত অন্তঃসলিলা হৈ বৈ আছিল, এতিয়া সেই সলিলৰ সোঁত ওপৰলৈ উঠিল আৰু সময়োপযোগী কৰি তেওঁ বাতৰি কাকত এখন উলিয়াবলৈ মনস্থ কৰিলে। সাংবাদিকতাৰ পৰ্য্যায়ত পৰিছিল যদিও আগেয়ে, 'জোনাকী'য়ে আধুনিক বাতৰি-কাকতৰ কৃত্য সম্পাদন কৰা নাছিল—কৰিবলৈ তেতিয়া সিমান আৱশ্যকো নাছিল। এতিয়া সংবাদ বা বাতৰিৰ নামে গাৱেঁ মিলাই কাকত এখনৰ নিতান্ত প্ৰয়োজন হোৱাত চন্দ্ৰকুমাৰ আগৰৱালাই সদানন্দ দুৱৰা, গঙ্গাৰাম চৌধুৰী আৰু জনদিয়েক বিশিষ্ট অংশীদাৰ লৈ ৫০০০৲ টকা মূল ধনেৰে "আসাম প্ৰিণ্টাৰ্ছ এণ্ড পাব্লিছাৰ্ছ লিমিটেড্" কোম্পানী প্ৰতিষ্ঠা কৰি অসমীয়া প্ৰেছত "অসমীয়া" নামৰ নতুন সাপ্তাহিক কাকতখন উলিয়াই দিলে। এই 'অসমীয়া' কাকতেই চন্দ্ৰকুমাৰ আগৰৱালাৰ সাংবাদিকতাৰ কীৰ্ত্তিস্তম্ভ।

১৮৪০ শকৰ ভাদৰ ৯ দিন যাওঁতে, সোমবাৰে (১৯১৮ চনৰ ২৬ আগষ্টৰ দিনা) সাদিনীয়া অসমীয়া বাতৰি-কাকত "অসমীয়াই" "বিশ্বনিয়ন্তাক প্ৰনিপাত কৰি, অসম



দেশৰ সমূহ ৰাইজলৈ নিমন্ত্ৰণ জনাই, অসম-মাতৃৰ সেৱা মূৰত তুলি লৈ, সাধ্য অনুসৰি ৰজা আৰু ৰাইজৰ প্ৰতি কৰ্ত্তব্য সাধন কৰিবলৈ আজি সংকল্প কৰিছে"—এইবুলি—"স্বৰ্গতো অধিক জনমভূমি"ৰে শিৰোনামা লৈ "কাৰো সমিধান নোলোৱাকৈয়ে" চন্দ্ৰকুমাৰৰ 'অসমীয়া' কাকতে ৰাইজৰ আগত দেখ' দিলে। 'জোনাকীৰ' প্ৰথম লগৰীয়া "অভিন্ন হৃদয়"ৰ বান্ধৱ লক্ষ্মীনাথ বেজবৰুৱাৰপৰাও আশীৰ্ব্বাদ আহিল—

"অসমীয়াৰ' গুৰিত হাতত গুৰি-ব'ঠা লৈ, সেই আমাৰ 'জোনাকীৰ' গুৰিয়াল। অসমীয়া! ভয় নাই, পাৰি দিয়াঁ। তোমাৰ গুৰিত পৈণত মাজী।"

সেই "পৈণত মাজী" আগৰৱালাই প্ৰথম সংখ্যা কাকতত এই কেইটা টোপানীতিকে (মট্ট) অসমীয়া জাতিলৈ মূলমন্ত্ৰৰূপে আগবঢ়াইছিলঃ—

(১) কামৰ মৰ্য্যাদা নুবুজিলে এই সংসাৰত কোনোৱেই কৃতিত্ব লাভ কৰিব নোৱাৰে।

(২) ঠেংভগা অসমীয়া জাতিয়ে কাৰ লগত যুঁজ কৰিব? যুঁজ কৰিবৰ সামৰ্থ্য নাই। যুঁজিবলৈ হলে, ভৰি পোন হব লাগিব; হাত বজ্ৰময় হব লাগিব; হৃদয় সাহসেৰে ভৰি পৰিব লাগিব।

(৩) বিবাদ কৰিলে দুখ-দুৰ্দ্দশা নুগুচে। এন্ধাৰ নেভাগে। সুন্দৰ জীৱনৰ পোহৰ লাগে, তেহে অসমীয়াৰ চৰিত্ৰ পুনৰ গঠিত হব পাৰিব।

(৪) অকলে একো কৰিব নোৱাৰি। সমাজক উন্নত কৰি ললে হে, স্থায়ী হৈ তিষ্ঠিব পাৰি।

(৫) ৰাইজে নখ জোকাৰিলেই নদী বৈ যায়।

(৬) তেতিয়াও বাতৰি-কাকত অসমৰ নিমিত্তে ন বস্তু। সাহিত্যৰ বাহন স্বৰূপে জাতীয় জীৱনৰ লগত ইয়াৰ অটুট সম্বন্ধ।

(৭) বাতৰি-কাকত ৰাইজৰ দূত। যাৰ যি কবলগীয়া আছে, সকলোৱে ইয়াৰ স্তম্ভত থিয় হৈয়ে মাত দিব পাৰে।

উল্লিখিত নীতি কেইটিকে অনুসৰণ কৰি আগৰৱালাই ১৯১৮ চনৰপৰা "অসমীয়াৰ" মৃত্যুৰ আগমুহূৰ্ত্ত আৰু মৃত্যুৰ পিছতো ১৯৫৮ চনৰ ১২ এপ্ৰিললৈকে একেৰাহে খুটিপোতা সঙ্কল্পেৰে যি ভাৱে "অসমীয়া"খনৰ সম্পাদনা আৰু পৰিচালনা কৰি গল, তাক দেখি, তেওঁৰ তলত কাম কৰি যোৱা সম্পাদক নামধাৰী পাথি-সম্পাদক সকলোৱেই—আন কি, তলতীয়া সামান্য কৰ্ম্মচাৰী একোজনেও মুক্তকণ্ঠে স্বীকাৰ নকৰি নোৱাৰিলে যে কবিসুলভ খিংখিঙ্গীয়া স্বভাৱৰ আছিল যদিও, কাকত-খন চলোৱাত আগৰৱালা ডাঙৰীয়া জয়ে-জয়ে পাঙ্গিলোৱা নীতিৰপৰা এজুলৈমানো আঁতৰা নাছিল। তদুপৰি, তেওঁ আছিল কড়া-ক্ৰান্তি পৰ্য্যন্ত চকুৰখা মিতব্যয়ী। ছপাশলীয়া বুদ্ধি-বৃত্তি, সাংবাদিক ভাষাজ্ঞান, সমাজৰ মঙ্গল-চিন্তা আৰু হাতধৰিচলা মিতব্যয়িতাৰ ফলত সেই কল্পনাতীত সাংবাদিকতাই "অসমীয়া" কাকতত সম্পূৰ্ণ সাফল্য লাভ কৰিলে।

সৰ্ব্বসাধাৰণৰ মাজত এটা ধাৰণা আছে যে বাতৰি-কাকতত কি সম্পাদকীয়, কি ৰম্যৰচনা, কি বা-বাতৰি - সকলো লেখাই ক্ষণিকৰ নিমিত্তে লেখা বাবে সাহিত্যৰ পৰ্য্যায়ত নপৰে। সংবাদ-সাহিত্য স্থায়ী নহয় আৰু বাতৰি-কাকতৰ সকলো কথা সাহিত্যময় কৰিবলৈ গলে, বাতৰি-কাকতীয়া ভাষাৰ কাঁড়ডাল যি উদ্দেশ্যলৈ মৰা হয়, সেই উদ্দেশ্যত নালাগেগৈ আৰু লাগিলেও ভোটা হয়। কিন্তু, বহিৰ্জগতৰ অনুক্ষণ পৰিবৰ্ত্তনশীলতাই অন্তৰ্জগতত একো-একোটা নতুন-নতুন ৰূপৰ বা দৃশ্যৰ মোহৰ মাৰি থৈ যায়। সেই মোহৰবোৰ ভাষাৰে প্ৰকাশ কৰিবলৈ একোটা-একোটা নতুন-নতুন শব্দৰ প্ৰয়োজন হয়। সেই শব্দৰাজি নতুনকৈ সাজিয়েই হওক বা পুৰণিকে ন ৰূপ দিয়েই হওক, বাতৰি-কাকতে সততে ব্যৱহাৰ কৰি সাহিত্য-ভঁৰাল চহকী কৰে। সাহত্যি-সম্পদ বৃদ্ধি কৰাত



"অসমীয়াৰ" অৱদান নিচেই নগণ্য বুলি কব নোৱাৰি। বিদেশী শব্দ একোটা জীণ নিয়াই অসমীয়াৰ জাতত তুলি লবলৈ আগৰৱালা ডাঙৰীয়া সদায় সচেষ্ট আছিল। খিংখিঙ্গীয়া আচৰণত, কোনো-কোনো সময়ত কোনো কোনো কৰ্ম্মচাৰী বিতুষ্ট হৈছিল সঁচা; কিন্তু তেওঁৰ ব্যৱসায় বুধীয়া মিতব্যয়িতাৰ কাষত হাৰ মানি তেওঁবিলাক পাছত সন্তুষ্ট হবলৈ বাধ্য হৈছিল।

কাকতৰ সম্পাদকীয় প্ৰবন্ধ-নিৰ্ব্বন্ধ যে সদায় আগৰৱালা-য়েই নিজেই লেখিছিল, এনে নহয়। আগছোৱাত ভালেমান কৃতী বিশ্বস্ত আৰু তেওঁৰ বন্ধু-বান্ধৱেও সম্পাদকীয় লেখি কাকতৰ মৰ্য্যাদা বঢ়াইছিল, কিন্তু, আগৰৱালাই চকুফুৰাই চাই হে সেই প্ৰবন্ধ প্ৰকাশ কৰিবলৈ দিছিল। যদি ক'ৰবাত তেওঁৰ অজ্ঞাতে কোনো প্ৰবন্ধ প্ৰকাশিত হৈছিল আৰু তাত যদি কিবা আঁসোৱাহমূলক কথাই ঠাই পাইছিল, তেন্তে তেওঁ সেই লেখকজনক সংশোধন কৰি দিছিল। পাথি-সম্পাদক বা চাব-ইডিটৰৰ কামটো সোণেৰেহে জুখিব পাৰি বুলি এষাৰ কথা আছে। সেই স্বৰ্ণীয়া কাম সম্পাদন কৰোঁতা পাথি-সম্পাদক, গঢ়ি লৈছিল ঘাই-সম্পাদক চন্দ্ৰকুমাৰ আগৰৱালাই। চুকুৰি বছৰ আগৰৱালাই নিজৰ তত্ত্বাৱধানত ৰাখি "অসমীয়া" চলাই বাতৰি কাকতীয়া বুৰঞ্জীত এটি উজ্জ্বল আৰ্হিৰ অধ্যায় সৃষ্টি কৰি গল। "কচুপাতৰ পানী'ৰ নিচিনা বাতৰি-কাকতীয়া ক্ষণস্থায়ী জীৱন এটা যে ইমান দীঘলীয়াকৈ জীয়াই থাকিব, তাক আগেয়ে কোনেও ভাবিব পৰা নাছিল।

আগৰৱালাৰ এবাৰ এজন সহকাৰী সম্পাদকে 'উপবাসৰ' সলনি বঙলা শব্দ "অনশন" ব্যৱহাৰ কৰাত 'অসমীয়া' জন্মদাতাই "ৰূঢ়" ব্যৱহাৰ কৰিবলৈ বাধ্য হৈছিল। সেই বাবে জন্মদাতা গৰাকীয়ে সেইজন সম্পাদকৰ সহায় নোলোৱাকৈয়ে আন এজন সম্পাদক নিয়োগ কৰা পৰ্য্যন্ত নিজেই কাকতৰ সকলো

কাম চলাইছিল। আগৰৱালাই কৈছিল— সংবাদ-পত্ৰত ভুল শব্দ একোটা ব্যৱহাৰ কৰি থাকিলে, সেয়ে পাছত শুদ্ধ হৈ চলিযায়। সেই কাৰণে, কাকত চলাওঁতাসকলে সদায় সতৰ্কভাৱে শব্দ প্ৰয়োগ কৰিব লাগে।

পোনৰ কেই বছৰমান 'অসমীয়া'খন ডিবুৰুৰপৰা ওলাইছিল। তেতিয়া শ্ৰীযুত নীলমণি ফুকন, ৺সদানন্দ দুৱৰা, ৺মহেশচন্দ্ৰ বৰুৱা প্ৰভৃতি ভালেমান কৃতবিদ্য চিন্তাশীললোকে সময়ে-সময়ে 'অসমীয়াৰ' সম্পাদকীয় প্ৰবন্ধাদি লেখিছিল। আগৰৱালা গুৰিত আছিল। সেই সময়ত, সম্পাদকীয় প্ৰবন্ধবিলাকত অকল বাতৰি কাকতীয়া ভাষাকেই প্ৰয়োগ কৰা নহৈছিল, বৈজ্ঞানিক শিক্ষাদানৰ প্ৰয়োজনীয়তা দেখুৱাই লেখা নিবন্ধ একোটিতো সবল সাহিত্যৰ ছাট মৰা হৈছিল। দুকুৰি ছয়-সাত বছৰৰ আগেয়েই লেখা এই আজিও পুৰণি নোহোৱা প্ৰবন্ধটোৰে এছোৱা "অসমীয়া-সম্পাদকীয়ৰ" চানেকীস্বৰূপে তলত তুলি দিয়া হলঃ—

"শিক্ষাৰ অভাৱত পেপুৱা লাগি থকা আমাৰ মানুহে উন্নত বৈজ্ঞানিক প্ৰণালীৰ মোৰ ধৰিব নোৱাৰাত আচৰিত হবলগীয়া একো নাই। য়ুৰোপ আমেৰিকা আদি ঠাইত সাধাৰণৰ মাজত প্ৰথম ছোৱা শিক্ষা বাধ্যতামূলক। এই শিক্ষাৰ ঘাই উদ্দেশ্য হৈছে—জনসাধাৰণৰ বুদ্ধি-বৃত্তি অলপ চোকা কৰি দিয়া। তেনে সমাজত বৈজ্ঞানিক কৌশল তিষ্ঠিব পাৰিছে। তদুপৰি সেইবিলাক দেশত বিজ্ঞান চৰ্চ্চাৰ খেল আছে। সেইবিলাক ঠাইত লৰাই মাত ফুটা কালৰেপৰা একৰকম কল-কাৰখানাৰ কথা পাতে আৰু আমাৰ দেশত উপযুক্ত টেক্সট্ বুকৰ অভাৱত সেই বিষয়ে একো উত্থাপনেই হব নোৱাৰে। সেইবিলাক দেশত যিবিলাক জ্ঞানবিজ্ঞানৰ কথা—ওঁঠ চেপিলে পিয়াহ ওলোৱা লৰাই লাৰিচাৰি ঘটমটাই লৈ ফুৰাইছে, আমাৰ দেশৰ লৰাই ডাঢ়িয়ে-গোঁফে ভোবোকাৰ হৈ হে কলেজৰ দুৱাৰ মুখত



ভয়ে ভয়ে তাৰ ওচৰ চাপেগৈ। এই কাৰণেই আমাৰ দেশত বৈজ্ঞানিক প্ৰণালীয়েও কৃষি-শিল্পৰ বিশেষ উন্নতি কৰিব পৰা নাই। এই বিলাক বিষয় জনসাধাৰণৰ মাজত ভাত মাছৰ দৰে হৈ পৰিব লাগিব। নহলে সি গলগ্ৰহ হে হব। আমাৰ দেশত স্কুল পঢ়াশালিত বৈজ্ঞানিক বিষয়ৰ কোনো শিক্ষাকেই দিয়া নহয়। নামত যি দুটা এটা পাঠ দিয়া হৈছে তাক কণা কুকুৰাক পতান ধান দি ভঁৰাৰ দৰে, কামত অহা নাই।

আমি দেখি আহিছোঁ, শিক্ষা বিষয়টো জগতত সময় সাপেক্ষ। * * * বৰ্ত্তমান পৃথিৱী জুৰি বৈজ্ঞানিক শিক্ষা চলিছে। এই যুগত সেই শিক্ষা খায় নে-কাণত পিন্ধে এনে অৱস্থাত আমাৰ দেশত থকাটোও অতি হাঁহিয়াতৰ কথা হৈছে। বৈজ্ঞানিক শিক্ষাত সাহিত্যৰ সৌন্দৰ্য্য বিকাশ নেপালেও চলে। বৈজ্ঞানিক তথ্যবিলাক লো-হাতুৰি-বটালিত হে বেছিকৈ সোমাই আছে, কিতাপত নহয়। ইঞ্জিন্ ড্ৰাইভাৰ, টেলিগ্ৰাফ, কোম্পানী, ৰেল, স্কুল, কলেজ এইবিলাক শব্দৰ ঘৰুৱা অসমীয়া প্ৰতিশব্দলৈ বাট চাই থকা হলে আজিও অসমীয়া মানুহৰ ওচৰত ধুবুৰী কোনোবা ধুবুৰীয়েই হৈ থাকিলহেঁতেন। ভাষা সম্বন্ধে জাপান কুলীন হোৱা হলে আজি জগতত শ্ৰেষ্ঠ বৈজ্ঞানিকসকলৰ জাতত উঠিব নোৱাৰিলেহেঁতেন। জাপানে প্ৰথম জাহাজখন হাঁ কৈ চাই থকাৰ কিমান দিন হৈছে? সেই জাপানে আজি সাগৰ খলকনি লগাই থকা নাই নে? জাপানে জাপানী ভাষাত টেক্সট্ বুক নোহোৱাকৈয়ে বিদেশী ভাষাত লিখা বৈজ্ঞানিক কিতাপৰপৰা তথ্যবিলাক লৈ নিজ মাতৃভাষাৰে শুধে-অশুধে হৃদয়ঙ্গম কৰি কাৰ্য্যত সেই জ্ঞান খটোৱা নাছিল নে? বৈজ্ঞানিক ভাষাৰ লালিত্যৰপৰা সম্প্ৰতি বঞ্চিত হলেও কোনো আক্ষেপ নাই। এই বিষয়ে দেশবাসীৰ চৈতন্য হোৱা উচিত।"

'অসমীয়া' জন্ম হোৱাৰপৰা, জন্মদাতাৰ মৃত্যু হোৱালৈকে সহযোগী কাকত দুই-চাৰিখন ওলালও মৰিলও। সন্ধিৰ

বাঁহ বুধিৰে কাটি 'অসমীয়াই" বাট বুলাত ৰাজনীতিত উগ্ৰপন্থী হৈও ১৯৫৮ চনলৈকে জীয়াই থাকিল। তেওঁৰ জীৱিত কালত, আঁকোৰগজালি ভাৱে খুঁটি ধৰি থকাত, চৰকাৰী নিগ্ৰহো হেলাৰঙে অতিক্ৰম কৰি "অসমীয়াই" গান্ধী-যুগৰ আৰম্ভণিৰেপৰা একেৰাহে যুগবাণী প্ৰচাৰ কৰি জাতীয় চৈতন্য সঞ্চাৰ কৰিলে। এই চৈতন্যৰ ভাব-ভাষা সকলো অসমীয়া। সেই হে "অসমীয়া'খনে সকলোৰে অন্তৰ স্পৰ্শ কৰিব পাৰিছিল। এইটোৱেই আগৰৱালা-সম্পাদিত 'অসমীয়াৰ' গৌৰৱ।

এসময়ত, 'অসমীয়াত" সহকাৰী সম্পাদক হিচাপে কাম কৰা শ্ৰীযুত মোহনচন্দ্ৰ মহন্তই কোৱা কথা এষাৰি ইয়াতে উনুকিয়াই থোৱা হল। মহন্তই কৈছিল—"চন্দ্ৰকুমাৰ আগৰৱালাই "অসমীয়া" কাকতৰ প্ৰতিটো শব্দতেই চকু ৰাখিছিল। কাকতখন হাতত লৈয়ে তেখেতে তাত ৰঙা-নীলা পেন্সিলেৰে দাগি যায়। পিছত, আমাৰ আগত কাকতখন থৈ কয়, "মহন্ত, চাবাচোন, দাগ দিয়া শব্দ আৰু আখৰ জোটনি-বোৰ মোৰ মতে শুদ্ধ হোৱা নাই যেন লাগে।" তেখেতৰ এটি বিশেষ গুণ আছিল যে তেখেতে 'অসমীয়া' বা নিউ প্ৰেছত কাম কৰা লোকসকলক তলতীয়া মানুহৰ দৰে ব্যৱহাৰ নকৰি বন্ধু ভাৱেহে কৰিছিল। তেখেতৰ সাদৰি মাত কথাই সকলোকে মোহ লগাইছিল—(যদিও কেতিয়াবা খং কৰিছিল)।

চন্দ্ৰকুমাৰ "নিজে এজন ধনী চাহবাগানৱালা আছিল যদিও, সমাজতন্ত্ৰী, সাহিত্য তেওঁ পঢ়িছিল আৰু ইন্টেলিজেণ্ট মেনচ গাইড্ টু চছিয়েলিজোম" নামৰ এখন বিখ্যাত কিতাপ কিনি 'অসমীয়াৰ' কৰ্ম্মচাৰীসকলক পঢ়িবলৈ বুলি তাৰ পুথিভঁড়ালত দিছিল। 'অসমীয়াৰ' পৰা তেখেতৰ একো আৰ্থিক লাভ হোৱা নাছিল, গান্ধীজীয়ে কোৱামতে দেশ সেৱাই আছিল এই কাকতৰ উদ্দেশ্য। এই উদ্দেশ্য আগত ৰাখি



তেখেতে লাভলোকচানলৈ নেচাই কাকতখনিয়ে অসমৰ জাতীয় জাগৰণৰ গুৰিয়াল স্বৰূপে কাৰ্য্য কৰিব পৰাকৈ ইয়াকে সকলো প্ৰকাৰৰ চেষ্টা কৰি জীয়াই ৰাখিছিল।"

"আনৰ আন "ইজোম্" (মতবাদ), মোৰ হলে "জৰ্ণেলিজোম" (সাংবাদিকতা) হে সাৰ বস্তু,"—এই নীতি অনুসৰণ কৰি, কুৰি বছৰে একেৰাহে শক্তিশালী "অসমীয়া" কাকতখন চলাই চন্দ্ৰকুমাৰ আগৰৱালাই যি আদৰ্শ এৰি থৈ গ'ল সেয়ে তেওঁক আজিও অসমীয়া সাংবাদিক জগতত শীৰ্ষস্থানত বহুৱাই থৈছে।

"অসমীয়া"ৰ জন্ম হয় ১৯১৮ চনত। ১৯২১ চনৰ পৰা গুৱাহাটীৰ খাৰঘুলিত "নিউ প্ৰেছ" পাতি, তাৰ পৰা নিয়মিত ভাৱে কাকতখন প্ৰকাশ কৰা হয়। ১৯৩০ চনৰ ২ মাৰ্চ্চ তাৰিখে আগৰৱালা ডাঙৰীয়া পৰলোকপ্ৰাপ্ত হয়। তাৰ পিছতো সেই কাকত চলি থাকে। কিন্তু কাজুৱা গুৰিয়াল নথকাত, কাকতৰ অৱস্থা লাহে লাহে পৰি আহে আৰু শেষত ৪০ বছৰ বয়স পাই ১৯৫৮ চনৰ ১২ এপ্ৰিল তাৰিখে একেবাৰেই বন্ধ হৈ যায়।

এই চল্লিছ বছৰৰ ভিতৰতে হয় সম্পাদকতা কৰি, নহয় কৰ্ম্মচাৰী ৰূপে বঙ্গলুৱা উচ্চাৰণেৰে মাতকথা কোৱা উদ্যোগী ডেকা একোজনো 'অসমীয়া' কাকতৰ চাকত পৰি সৰসৰীয়া অসমীয়া কব পৰা হল আৰু সাহিত্য সেৱা কৰিবলৈ অনুপ্ৰেৰণা লাভ কৰি ভাল সাহিত্যিক পৰ্য্যায়লৈও উন্নীত হল। আগৰৱালাই পাতি থৈ যোৱা এই খন সাংবাদিক-কমাৰশালতে ভালেমান ডেকা সুসাহিত্যিক, সুব্যৱসায়ী আৰু সুদক্ষ মুদ্ৰাকৰ হৈ সুখ্যাতিৰে ভৱিষ্যত জীৱন সুগম কৰিব পৰা হল। আগৰৱালা নোহোৱা হলে, সাংবাদিকতাৰ ইমান বহল ৰাজ্য এখন আজি দেখিবলৈ পোৱা নহলহেঁতেন আৰু অসমীয়া ভাষানুৰাগীও নোলালহেঁতেন।

"সুকবি চন্দ্ৰকুমাৰ আগৰৱালা সিপুৰীলৈ যোৱাত" অসম সাহিত্য সভা পত্ৰিকাই তেওঁৰ আত্মাৰ সদগতি কামনা কৰি শোক কৰিছিল :—

"আধুনিক অসমীয়া সাহিত্য মন্দিৰৰ এগছি পবিত্ৰ সলিতা নুমাল। অসমীয়া সাহিত্যৰ এক আন্ধাৰ কালত পোনৰ পোহৰ বিলাওঁতা এটি "জোনাকী" আজি মাটিত পৰিল। * * *

অসমীয়া কাকত চলোৱা ব্যৱসায়বো চন্দ্ৰকুমাৰ এজন আগশাৰীৰ আগৰণুৱা আৰু কৃতী ব্যৱসায়ী।

"জোনাকী" আৰু "অসমীয়া" কাকত তাৰ দুটি জ্বলন্ত জীৱন্ত প্ৰমাণ। "বাঁহী"বো শেষৰ পোন্ধৰ যোল বছৰ কালৰ গৰাকী এৱেঁই। অসমীয়া সাহিত্য আৰু জাতীয় জীৱনত এইকেখন কাকতৰ প্ৰভাৱ নিৰ্ণয় কৰাটো ভৱিষ্যত বুৰঞ্জী লেখকৰ কাম। তথাপি এই একোখন কাকতেই অসমৰ জাতীয় জীৱনৰ একো অধ্যায়ৰ একোটি চমু ইতিহাস বুলি কলেও বৰ বঢ়াই কোৱা নহয়। অথচ, প্ৰায় আজিলৈকে এইবোৰৰ জনকৰ নাম বহুতৰ কাৰণেই এটি বাতৰি।"

---

# কৰ্ম্মযোগী চন্দ্ৰকুমাৰ

অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা

জোনাকী যুগৰ 'চন্দ্ৰ', 'প্ৰতিমা'ৰ খনিকৰ
হাতত 'বৰাগী-বীন', দাৰ্শনিক কৱিবৰ।
বংশগত ব্যৱসায়—চাহখেতি, চেপাকল,
সমূলি নেপায় ভাল বাহিৰৰ কোলাহল।
নিজানৰ কৰ্ম্মযোগী, মহাত্মাৰ উপাসক
প্ৰাচীন কীৰ্ত্তন-ঘোষা, ভাগৱত প্ৰকাশক।
'লক্ষ্মী', 'হেম' জীৱনৰ অভিন লগৰী
আনন্দ-তীৰ্থৰ যাত্ৰী মানৱপূজাৰী।

চমু কথাত এইজনেই আছিল কৰ্ম্মযোগী চন্দ্ৰকুমাৰ আগৰৱালা—যিজন আছিল আধুনিক অসম নিৰ্ম্মাতাসকলৰ অন্যতম, যিজন আছিল বৰ্ত্তমান অসমীয়া সাহিত্য চহকী কৰোঁতাসকলৰ অন্যতম। অসমহিতৈষী আগৰৱালা পৰিয়ালৰ কথা মনত পেলালে, অসমীয়া সাহিত্যৰ জোনাকী যুগৰ কথা মনত পেলালে, বেজবৰুৱাৰ 'বাঁহী' আৰু গুৱাহাটীৰ নিউ প্ৰেছৰ 'অসমীয়া'ৰ কথা মনত পেলালে চন্দ্ৰকুমাৰৰ ছবিখনি আপোনা-আপুনি চকুৰ আগলৈ ভাহি আহে।

অসমৰ সুবিখ্যাত আগৰৱালা পৰিয়ালৰ প্ৰতিষ্ঠাতাজনৰ নাম নৱৰঙ্গৰাম। এওঁ আছিল ৰাজস্থানৰ এটি আঢ্যৱন্ত পৰিয়ালৰ সন্তান। অসমৰ ভালৰ কাৰণেই নিশ্চয় এক আৰ্থিক বিপৰ্য্যয়ৰ সন্মুখীন হৈ ভাগ্যদেৱীৰ অন্বেষণত সেই নৱৰঙ্গৰাম এদিন মৰুভূমিৰ দেশৰ ৰাজস্থান এৰি সুজলা সুফলা অসমৰ গোৱালপাৰা জিলাত উপস্থিত হলহি। চকা পাটত বহিবৰ উপক্ৰম হৈছিল যদিও তেতিয়াও অসমৰ স্বাধীনতা-বেলি

মাৰ যোৱা নাছিল। তেতিয়া উত্তৰ পাৰৰ দৰং বিশ্বনাথ পৰ্য্যন্ত বৃটিছ কোম্পানীৰ শাসনে হেপা মেলি আহিছিল। নৱৰঙ্গৰাম গোৱালপাৰাৰ পৰা ব্যৱসায় সংক্ৰান্তত গৈ গৈ বিশ্বনাথ পালেগৈ আৰু অৱশেষত বৃটিছ অঞ্চলত অৱস্থাৰ বিশেষ উন্নতি কৰিব নোৱাৰি তেতিয়াও আহোম ৰজাৰ শাসনৰ তলত থকা গমিৰিত নিজৰ অৱস্থা টনকিয়াল কৰি লৈ আত্ম-প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হল। সেই গমিৰিতে তেওঁ পুৰণি ৰাজখোৱা পৰিয়ালৰ জীয়ৰী সাদৰীক বিয়া কৰাই অসমৰ বুকুত অসমীয়া হৈ জাহ গল।

এই নৱৰঙ্গৰামে প্ৰতিষ্ঠা কৰা আগৰৱালা পৰিয়ালে অসমৰ উন্নতিত কেনেদৰে আগভাগ লৈ আহিছে সেই কথা আজি জলজল পটপট। এই আগৰৱালা বংশতে একেটি থোপাতে ফুলাৰ নিচিনাকৈ এদিন বিকশিত হৈ উঠিছিল তিনিপাহ আমোলমোলীয়া পাৰিজাত —'প্ৰতিমা'ৰ খনিকৰ, 'বীণবৰাগীৰ বৰাগী চন্দ্ৰকুমাৰ, ভাঙনি-কোঁৱৰ আনন্দচন্দ্ৰ আৰু ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ। এইসকলৰ এজনৰ কথা বাদ দিলেও অসমীয়া ভাষা-সংস্কৃতিৰ কথা সম্পূৰ্ণ নহব। এই তিনিগৰাকীৰ উপৰিও কৃষ্ণপ্ৰসাদ আগৰৱালা, বিষ্ণুপ্ৰসাদ আগৰৱালা প্ৰভৃতিবো সাহিত্যিক অৱিহণা স্মৰণযোগ্য। চন্দ্ৰকুমাৰৰ ভাতৃ সঙ্গীতজ্ঞ পৰমানন্দই তেওঁৰ পুতেক ৰূপকোঁৱৰৰ সন্মুখত কেনেকৈ অসমীয়া সঙ্গীতৰ নতুন আৰ্হিপট এখনি তুলি ধৰিছিল তাৰ স্বীকৃতি জ্যোতিপ্ৰসাদৰ ৰচনাতে আছে।

নৱৰঙ্গৰামৰ পুত্ৰ হৰিবিলাস আগৰৱালা। এৱেঁই আমাৰ আজিৰ এই আলচৰ নায়ক চন্দ্ৰকুমাৰৰ পিতৃ। হৰিবিলাসে পিতৃৰ ব্যৱসায়তে মনপুতি লাগি অসমৰ ভিতৰতে তাক সীমাবদ্ধ নেৰাখি সুদূৰ ওৰেষা ৰাজ্যলৈকে বেপাৰৰ পৰিসৰ বঢ়াই তুলিছিল আৰু নিজৰ পৰিয়ালটোৰ অৱস্থা ধনে-মানে এটা জাকত জিলিকা অসমীয়া পৰিয়াল কৰি তুলিবলৈ সমৰ্থ হৈছিল। হৰিবিলাসৰ একেটী মাথোন কন্যা যজ্ঞেশ্বৰীয়েও



জোনাকী কাকতত সাহিত্য-সাধনাৰ পাতনি মেলি অকালতে স্বৰ্গী হল। ভনীয়েক যজ্ঞেশ্বৰীক উদ্দেশ্য কৰি চন্দ্ৰকুমাৰে 'আশীৰ্ব্বাদ' কৱিতাত লিখি গৈছে—

আকাশ তলত মোৰ ধেমালিৰ ঘৰ—
বিশ্বৰ ছোৱালী-লৰা সঙ্গী,
ভাই-ভনী লই মোৰ সংসাৰৰ খেল
কোনে চাব মোৰ ভাওভঙ্গী।

অসমৰ পুৰণি সাহিত্যৰ প্ৰতি বিশেষ অনুৰাগী হৰিবিলাসে ধোঁৱাচাঙৰ পৰা বুটলি ১৮৭৬ চনতে মহাপুৰুষৰ কীৰ্ত্তন-ঘোষা গ্ৰন্থ মণিকূটৰ টিমিকটামাক পোহৰৰ পৰা আনি ছপাৰ পোহৰত ৰাইজৰ বৰচ'ৰালৈ উলিয়ায়। তাৰ উপৰিও তেওঁ ভাগৱতৰ ১ম, ২য় আৰু ৩য় স্কন্ধ, গুণমালা, সীতা-সয়ম্বৰ আদি পুৰণি পুথিবোৰ ছপাই অসমীয়া পুথি-প্ৰকাশকৰ আগত সজ আদৰ্শ দাঙি ধৰে। চন্দ্ৰকুমাৰে তেওঁৰ জীৱনত পিতৃৰ এই আদৰ্শও নিষ্ঠাৰে ৰূপায়িত কৰিছিল।

আজিৰ পৰা প্ৰায় এশ বছৰ পূৰ্ব্বে অৰ্থাৎ ১৮৬৭ চনৰ নৱেম্বৰ মাহত কলংপুৰ মৌজাৰ ব্ৰহ্মাজানৰ পাৰত চন্দ্ৰকুমাৰে জন্মগ্ৰহণ কৰে। এই ঠাইখন হৰিবিলাসৰ ঘাই ঘৰ গমিৰিৰ পৰা ছমাইল নিলগত। এই ব্ৰহ্মাজানতে আৰু গমিৰিতে চন্দ্ৰকুমাৰৰ বাল্যজীৱন অতিবাহিত হয়। তাৰ পিছত হৰি-বিলাসে ব্যৱসায় সম্প্ৰসাৰণ আৰু লৰা-ছোৱালীৰ শিক্ষাৰ সুচলৰ বাবে তেজপুৰলৈ উঠি আহি নিগাজীকৈ থাকিবলৈ লয়। তাৰ পিছত তেওঁলোক সপৰিয়ালে কলিকতালৈ যায় আৰু তাত চন্দ্ৰকুমাৰক হেয়াৰ স্কুলত নাম লগাই দিয়া হয়। পিছে এন্ট্ৰেন্স মহলা দিয়াৰ আগে আগে চন্দ্ৰকুমাৰক আকৌ তেজপুৰ হাইস্কুলত পঢ়িবলৈ দিয়া হৈছিল। আনন্দচন্দ্ৰ আৰু লম্বোদৰ বৰায়ো তেতিয়া তেজপুৰ হাইস্কুলত পঢ়িছিল। তেতিয়াই তিনিওৰে হৃদয়ত অসমীয়া সাহিত্য, চৰ্চ্চাই গজালি মেলি-ছিল। এন্ট্ৰেন্স মহলাত উত্তীৰ্ণ হোৱাত চন্দ্ৰকুমাৰে কলিকতাৰ

প্ৰেছিডেন্সী কলেজত পঢ়িবলৈ সুবিধা পালে। তেওঁৰ কলেজীয়া সহপাঠীসকলৰ ভিতৰত দেশবন্ধু চিত্তৰঞ্জন দাসদেৱো আছিল। কলেজীয়া শিক্ষাৰ এই কালছোৱাই চন্দ্ৰকুমাৰৰ জীৱনৰ এক গুৰুত্বপূৰ্ণ অধ্যায়। এফ্.এ মহলাত উঠি তেওঁ বিলাতলৈ যাবলৈ মন মেলিছিল কিন্তু দেউতাকৰ বাধা পাই সেই ইচ্ছা পূৰ্ণ কৰিব নোৱাৰিলে। উচ্চ শিক্ষাৰ বাবে তেওঁৰ মন ভাগি পৰিল। সেই কাৰণেই কলেজীয়া বি-এ মহলাত উত্তীৰ্ণ হৈ চন্দ্ৰকুমাৰ হাকিম মুন্সুফ নহল যদিও প্ৰকৃত মানুহ হল, বিখ্যাত জোনাকী যুগৰ অন্যতম প্ৰৱৰ্ত্তক হল।

শঙ্কৰমাধৱৰ মিলনত যেনেকৈ মণি-কাঞ্চনৰ সংযোগ ঘটিছিল সেইদৰে চন্দ্ৰকুমাৰ আৰু লক্ষ্মীনাথৰ মিলনো অসমীয়া ভাষা-সাহিত্যৰ পক্ষে সোণ-সুৱগাৰ মিলন হৈছিল বুলি কব পাৰি। চন্দ্ৰকুমাৰে তেওঁৰ বন্ধু বেজক কোনো দিনেই এৰা দিয়া নাছিল আৰু যেতিয়াই আৱশ্যক তেতিয়াই সজ নিৰ্ভীক পৰামৰ্শ দিবলৈকো সঙ্কোচবোধ কৰা নাছিল। তেওঁলোকৰ মাজত চলাচল হোৱা পত্ৰবোৰ আজি সংৰক্ষিত হৈ থকা হলে সিও আমাৰ সাহিত্যৰ অমূল্য সম্পদ হলহেঁতেন। খুহুটীয়া প্ৰবৃত্তিৰ 'বেজে' কিন্তু সুবিধা পালেই 'মাজু'ক জোকাবলৈ কৃপাবৰক উচটাই দি আনন্দ উপভোগ কৰিছিল। বিয়া নকৰাওঁ বুলি বছৰবোৰ বগৰাই দি থকা চন্দ্ৰকুমাৰে যেতিয়া বিয়াৰ বান্ধত সোমাল তেতিয়া কৃপাবৰে লিখিলে —

কেৰ্কোচ কেৰ্কোচ ববাগী ভটীয়াই গল
ধনশিৰীমুখতে ৰল,
ববাগিনী লগ পাই আমাৰ ববাগী ভাই
ষোল কণীয়াটো হল।

এই ববাগীজন হৈছে উজনিৰ তামোলবাৰী বাগিচাত থকা চন্দ্ৰকুমাৰ আৰু ববাগিনী হৈছে নামনিৰ ধনশিৰিমুখ গোলাঘাটৰ স্বৰ্গীয় দণ্ডধৰ বৰুৱা ডাঙৰীয়াৰ এটী কন্যা চন্দ্ৰকুমাৰৰ সহধৰ্ম্মিণী।



লক্ষ্মীনাথ আৰু চন্দ্ৰকুমাৰৰ লগতে যোগ দিছিল পণ্ডিৎ হেমচন্দ্ৰ গোস্বামীদেৱে। এই ত্ৰিমূৰ্ত্তি অসমীয়া সাহিত্যৰ তিনিখন বিশিষ্ট আসনত অধিষ্ঠিত হৈ আছে। স্বয়ং বেজবৰুৱাই লিখি গৈছে এইদৰে —"ডাঙৰীয়া হৰিবিলাস আগৰৱালাৰ পৰিয়ালেৰে সৈতে আমাৰ ঘনিষ্ঠ বন্ধুত্ব আছিল। সুখৰ বিষয়, আজিও আছে। আগৰৱালা ডাঙৰীয়াৰে সৈতে এসময়ত মোৰ বৰ ককাইদেও গোবিন্দ বেজবৰুৱাই মহীশূৰ পৰ্য্যন্ত প্ৰায় গোটেই ভাৰতত ভ্ৰমণ কৰিছিল, আৰু সম্ভৱতঃ আগৰৱালা ডাঙৰীয়াৰ খৰচতে। মই কলিকতালৈ অহাৰ পিছতে, তেখেতৰ মাজু পুতেক, মোৰ সমান বয়সীয়া শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালাৰে সৈতে মোৰ এনে বন্ধুত্ব হয় যে তাত এটোপাও পানী সৰকিব নোৱাৰিছিল। আজি আমি দুয়ো বুঢ়াৰ নিচিনা বুঢ়া হলোঁ-হক, তাত ফাকটি নাই ; দুয়োৰো জীৱনত অলেখ পৰিবৰ্ত্তন ঘটিল ; কিন্তু ঈশ্বৰৰ কৃপাত সেই বন্ধুত্বৰ পৰিবৰ্ত্তন আজিলৈকে চুলি এডালৰ সমানো ঘটা নাই ; আৰু ঘটিবৰ ভয়ো মোৰ মনত নাই। কেতিয়াবা ঘটে যদিও, সি আৰু গোটহে মাৰিব বুলি মোৰ বিশ্বাস। ইংৰাজী সাহিত্য-চৰ্চ্চা, সংস্কৃত সাহিত্য-চৰ্চ্চা, আৰু ঘাইকৈ অসমীয়া ভাষা আৰু সাহিত্যক উন্নতিৰ হাবিলাসেই, জয়জয়তে আমাৰ ভিতৰত বন্ধুতাৰ সূত্ৰপাত কৰে। তাৰ ফলত জোনাকী নামৰ মাহেকীয়া কাকতৰ জন্ম আৰু বৃদ্ধি হল। কিছুকালৰ পিছত তাৰ যি ক্ষয়টো হৈছিল সি আমাৰ হাতৰ পৰা গৈ। মিষ্টভাষী হাঁহিমুখীয়া চন্দ্ৰকুমাৰে প্ৰথম দৰ্শনতে মোৰ মন অধিকাৰ কৰি পেলালে।

চন্দ্ৰকুমাৰ হৰিবিলাস আগৰৱালা ডাঙৰীয়াৰ মাজু পুতেক, সেইদেখি তেওঁলোকৰ ঘৰৰ সকলোৱে তেওঁক 'মাজিউ' বুলি মাতে। ময়ো সেই মাতকে ললোঁ। আজি পৰিমিত মোৰ মুখত সেই মাত, আৰু তেওঁৰ মুখত মোৰ প্ৰতি ওলোৱা 'বেজ' মাতে দেনা পাওনা সমান কৰি থৈছে। মই আহৰি পালেই ১০ নং আৰ্ম্মেনিয়ান ষ্ট্ৰীটলৈ তিক্ তিক্ কৰে লৰ

ধৰোঁ; আৰু তেওঁ আহৰি পালেই মই থকা ঠাইত ওলায়হি। মুঠতে আমি দুইৰো ভিতৰত বন্ধুতাৰ বাণিজ্যত 'বিলাত বাকী' পৰিবলৈ নিদিছিলো। মাজিউৰ ঘৰত আমাৰ মুখত সাহিত্য-চৰ্চ্চা, পেটত নানাবিধ আহাৰ-চৰ্চ্চা, আৰু মই থকা ঠাইত অকল শুকান সাহিত্য-চৰ্চ্চা চলিছিল, এই মাথোন প্ৰভেদ। কিছুদিনৰ পিছত বন্ধুবৰ (পণ্ডিত) হেমচন্দ্ৰ গোস্বামীও আমাৰ ভিতৰত সোমাল আৰু আমি নিৰহ-নিপানীকৈ "ত্ৰিনিটি" হলোঁহক;—অৰ্থাৎ একেই তিনি, তিনিয়েই এক।"

চন্দ্ৰকুমাৰে বি-এ পাছ নকৰিলে, চৰকাৰী চাকৰি নকৰিলে কিন্তু পিতৃ ব্যৱসায়তে মনপ্ৰতি লাগি কঠোৰ পৰিশ্ৰমৰ ফলত একেলগে লক্ষ্মী আৰু সৰস্বতীৰ বৰপুত্ৰ হৈ অসমী আইৰ মুখ উজ্জ্বল কৰি গৈছিল। অৱশ্যে চন্দ্ৰকুমাৰে কলেজীয়া শিক্ষা সমাপ্ত কৰি বিলাতলৈ গৈ তাৰপৰা বাৰিষ্টাৰ হৈ আহি কলিকতাতে থাকি অসমীয়া সাহিত্যৰ বিবিধ উন্নয়নত মনোনিবেশ কৰিবলৈ পাং পাতিছিল, তেওঁৰ সেই সপোন বাস্তৱত ৰূপায়িত নহল। যি ৰবৰৰ খেতিত হৰিবিলাসে লাখ লাখ টকা উপাৰ্জ্জন কৰিছিল সেই ৰবৰৰ বেপাৰ পৰি অহাত চন্দ্ৰকুমাৰে নানা বাধা-বিঘিনি আৰু হেঙাৰ পাৰ হৈ কৰ্ম্ম-দেৱতাক আৰাধনা কৰি অৱশেষত ডিব্ৰুগড়ৰ তামোলবাৰী চাহবাগিচাখনতে সোণ-ৰূপৰ গছ গজালে। ইয়াৰ বাবে তেওঁ কেনেদৰে দৃঢ় সঙ্কল্প লৈ কৰ্ত্তব্যত আগবাঢ়িছিল তাৰ আভাস পোৱা হয় 'কৰ্ম্মদেৱ' নামৰ কৱিতাটোত।

কি দেখিছা? শিলেৰে বন্ধালোঁ এই হিয়া,  
সাধনাৰ অসি হাতে ওলালোঁ এতিয়া।  
কৰ্ম্মফল উছৰ্গিলোঁ কৰ্ম্মদেৱলৈ—  
শৰীৰৰ ভস্মৰাশি দৃশ দিগলৈ।  
কি ভয় মৰণে-ৰণে, নাই, ভয় নাই;  
কৰ্ত্তব্য মুকুট শিৰে পিন্ধালে গোসাঁই।



পুণ্যময় তেজকণ উঠক উছাহি—  
তেজঃপুঞ্জে প্লাৱিত কৰোক শৰৰাশি।  
শক্তিৰ মন্ত্ৰেৰে আৰাধিলোঁ ইষ্টদেৱ,  
শক্তিৰ সন্তান মই নোহোঁ আৰু কেওঁ।

ই যেন একভীষ্ম-প্ৰতিজ্ঞা। এই কৰ্ম্মদেৱতাই চন্দ্ৰকুমাৰক কথাই-কামে এক হবলৈ শিকালে, এফালে ফুলৰ দৰে কোমল আৰু আনফালে বজ্ৰৰ দৰে কঠোৰ হবলৈ শিকালে। এয়েই তেওঁক লৌহমানৱ কৰি গঢ়ি তুলিলে। কৰ্ম্মদেৱকে জীৱনৰ আৰাধ্য দেৱতা কৰি লৈ চন্দ্ৰকুমাৰে ওৰে জীৱনে নানা দেশহিতকৰ কাম কৰি গ'ল— যিবোৰ কামলৈ চাই তেওঁক নিঃসন্দেহে কৰ্ম্মযোগী আখ্যা দিব পৰা যায়। ব্যক্তিৰ জীৱনত আৰু জাতিৰ জীৱনত কৰ্ম্মৰ প্ৰভাৱ চন্দ্ৰকুমাৰে কেনেদৰে উপলব্ধি কৰিছিল সেই বিষয়ে তেওঁ প্ৰতিষ্ঠা কৰা জোনাকী কাকতৰ আত্মকথাত এইদৰে লিখি থৈ গৈছে—"চাৰিওফালে হুৰহুৰাই 'কাম' চলিছে— অসমীয়া বহি থাকিব নে? এই ভাপনাও, ভাপৰথ, বিজুলীডাকৰ দিনতো যদি হাত-ভৰি কোঁচাই বহি থাকোঁহক, তেনে আৰু আগবাঢ়ি যোৱাসকলৰ লগ ধৰিবলৈ আশা কৰিব নোৱাৰি। আমি নিজকে নিজে 'যোগ্য' নকৰিলে অন্যে কৰি নিদিয়েহি। এই সংসাৰেই হৈছে যোগ্যৰ ঘৰ। অযোগ্য অধঃপাতলৈ যাব -Survival of the fittest— পাঠকে দায় নধৰিব, এইখিনিতে সুন্দৰ ইংৰাজী কথা এফাকি তুলি দিলোঁ, তাৰ অৰ্থ ওপৰত দিয়া হৈছে। তুঁহৰ জুইৰ দৰে অসমীয়াৰ 'তেজ' আৰু উৎসাহ এতিয়া ভাগ্যৰ জাপৰ তলত লুকাই আছে এবাৰ ভমকাই উঠিবই উঠিব।"

কৰ্ম্মবিমুখ আৰু লাপিলুপা চৰকাৰী চাকৰিলৈ হামৰাও কাঢ়ি ফুৰা অসমীয়া ডেকাসকলক তেওঁ ভাল নেপাইছিল। তাৰ প্ৰমাণ চাকৰি স্তোত্ৰ নামৰ কৱিতা—

মূৰ্খ কুলি মাৰিকে, বাবু কুল পালিকে,
গৃহস্থালি নাশিকে, প্ৰৱসুৱা তাৰিকে,
নমামি চাকৰিকে !

সম-বঙ্গ ভেদিকে, লোটা ঘটি ধাৰিকে,
কলম চালিকে, পৰীক্ষা দায়িকে
সুসভ্য কাৰিকে, অসভ্য হানিকে,
নমামি চাকৰিকে !

পুৰাতন ঘাতিকে, ডাঙৰীয়া লোপিকে,
বিষয়ীয়া পাতিকে, ভেটীভুটা গ্ৰাহিকে,
নমামি চাকৰিকে।

য়ুনিভাৰ্চিটি চাৰিকে, ফেউ ফেউ নাদিকে,
বি-এ পাছ কাৰিকে, গড্ডলিকা বাহিকে,
"গুৰু-ট্ৰেন ইঙ্গিকে," স্থূল পুচ্ছ শীবিকে,
নমামি চাকৰিকে।

ফিফ্‌থ ক্লাছ্ শিক্ষিকে, মহৰীৰ লোভিকে
এপ্ৰেন্টিচ মোহিকে,
নমামি চাকৰিকে।

'চৰ্ব্বেইং ক্লাচিকে,' 'মণ্ডল পাতিকে,
শৰণ্যং ত্ৰায়িকে
নমামি চাকৰিকে।

স্বাধীনতা হাৰিকে, প্ৰভুপদ লেহিকে
দহ পাঁচ ঘটিকে মাসান্তৰ মুদ্ৰিকে
তৎপৰ উৰিকে
নমামি চাকৰিকে।

হলিদে বৰ্ত্তিকে খোচামুদি বাদিকে,
খেতি-বাতি নিন্দিকে
নমামি চাকৰিকে।



এই কৱিতাটো পঢ়ি ঠাৱৰ কৰিব পাৰি যে ইচ্ছা কৰা হলে চন্দ্ৰকুমাৰে এলানি উৎকৃষ্ট খুহুটীয়া কৱিতাও লিখিব পাৰিলেহেঁতেন। আগৰৱালা মানুহজনক বাহিৰত দেখাত বৰ গহীন যেন লাগিলেও তেওঁৰ ভিতৰখন বৰ ৰসাল আৰু খুহুটীয়া প্ৰকৃতিৰ আছিল। তেওঁ একোটা গহীন বিষয়ৰ মাজতে, একোষাৰ খুহুটীয়া অথচ তাৎপৰ্য্যমূলক মন্তব্য দি লগৰীয়া বন্ধুসকলক সততে আমোদ দিছিল। এটা সৰু উদাহৰণ দিছোঁ। আগৰৱালাদেৱৰ ৰাতিপুৱাৰ চাহপানীৰ মেজত সততে এজন নিয়মীয়া সদস্য আছিল 'হাতী বাবু'। হাতী-মহল লৈ সৰ্ব্বস্বান্ত হোৱা মহৰ্ষি কমলাকান্ত ভট্টাচাৰ্য্য ডাঙৰীয়াই 'বেজ', 'মাজু' আদি নামৰ দৰে সেইসকলৰ ভিতৰুৱা মেলত 'হাতী বাবু' নাম পাইছিল। কোনোবাই অসমীয়াৰ স্বাৰ্থৰ প্ৰতিকূল কোনো কথা কলেই ভট্টাচাৰ্য্যই টিঙিৰী তুলা হৈ হাতৰ লাঠীডাল জোকাৰি মাৰিবলৈ খেদি গৈছিল আৰু সেই বাবে আমি অনেকে তেখেতক জোকাই খং তুলি ৰংৰহইচ কৰিছিলো। আমাৰ সেই ৰং-ধেমালিবোৰ ককা দেউতা আৰু নাতিলৰাৰ মাজৰ নিৰামহীয়া ৰং ধেমালিৰ নিচিনা আছিল। সেইবোৰ পুৰণি কথা মনত পৰিলে আজি আমাৰ ভালো লাগে, অনুতাপো হয়। আগৰৱালায়ো হাতী বাবুক লৈ মাজেসময়ে ঠাট্টা-মস্কৰা নকৰাকৈ থকা নাছিল। ভট্টাচাৰ্য্য ডাঙৰীয়াই নতুন কিবা লিখিলেই চাহপানীৰ মেজত চন্দ্ৰকুমাৰক পঢ়ি শুনাইছিল। এদিন তেওঁ গলগলীয়া মাতেৰে এটা বৰ দীঘল কৱিতা চন্দ্ৰকুমাৰক পঢ়ি শুনাই মন্তব্য দিবলৈ কলে। চন্দ্ৰকুমাৰেও বৰ গহীন হৈ সেই কৱিতাটো 'হিমালয় ছন্দ'ত লিখা হৈছে বুলি মতদিলে। সৰলচিতীয়া ভট্টাচাৰ্য্য ডাঙৰীয়াই কথাটো সঁচা বুলি ধৰি লৈ পিছত ডিম্বেশ্বৰ নেওগক কৱিতাটো গহীনভাৱে পঢ়ি সুধিলে— "হয় নে মোৰ এই কৱিতাটো হেনো হিমালয় ছন্দত লিখা ? মাজুৱে কৈছে।" নেওগে একো বুজি নেপাই আগৰৱালাৰ চকুলৈ

চোৰাত তেওঁক চকুৰ ঠাৰেৰে ভেদ ভোহাবি নিদিবলৈ চন্দ্ৰকুমাৰে ইঙ্গিত কৰিলে। ভট্টাচাৰ্য্যই নিজকে এই নতুন হিমালয়-ছন্দৰ জনক বুলি আত্মতৃপ্তি-লাভ কৰিয়েই থাকিল। সেই সকলৰ মাজত এনে নিৰ্দ্দোষ অথচ পাণ্ডিত্যপূৰ্ণ ৰংধেমালিৰ অন্ত নাছিল।

চন্দ্ৰকুমাৰে অসমীয়া সাহিত্য-সংস্কৃতিত আৰু জাতিগঠনত নানা তৰহৰ অবিহণা আগবঢ়াইছিল কিন্তু তাৰ বেছি ভাগকে তেওঁ পৰোক্ষভাৱে বা অন্তৰালত থাকিহে কৰিবলৈ ভাল পাইছিল। যশ-সন্মান নাইবা আত্মপ্ৰচাৰৰ তেওঁ সমূলি পক্ষপাতী নাছিল। অসম সাহিত্য-সভাৰ লোভনীয় সন্মানৰ সভাপতিৰ পদটোও লবলৈ তেওঁ একোপধ্যে সন্মত নহ'ল। সেয়েহে কৃপাবৰে ব্যঙ্গ কৰি কবলগীয়া হৈছিল—

বাৰ হাত জালৰ তেৰ হাত ফটা
ভাল মাৰিলি ঘেটা বাপৰ বেটা।
ৰৌ বৰালি সবকি গ'ল
পুঠী-খলিহা পাহে পাহে ৰল।

এই ৰবৰৌটোৰেই আছিল চন্দ্ৰকুমাৰ আগবৰালাদেৰ।

চন্দ্ৰকুমাৰৰ যাউতিযুগীয়া স্মৰণীয় ঘাই কামবোৰ হৈছে—জোনাকী, বাঁহী আৰু অসমীয়া এই তিনিখন বিখ্যাত কাকতৰ প্ৰতিষ্ঠা নাইবা প্ৰতিপালন; নিউ প্ৰেছ ছপাশাল স্থাপন; 'প্ৰতিমা' আৰু 'বীণবৰাগী' নামৰ দুখন ওখ ভাবৰ কৱিতাৰ পুথি ৰচনা আৰু প্ৰকাশ। চন্দ্ৰকুমাৰে প্ৰতিষ্ঠা কৰা আৰু আপডাল কৰি ডাঙৰ কৰা বিখ্যাত জোনাকী কাকতখনে অসমীয়া সাহিত্যত জোনাকী-যুগ নামেৰে এটা গৌৰবোজ্জ্বল যুগৰ সূচনা কৰিছিল। জোনাকী যুগৰ ধনুৰ্দ্ধৰসকলে অসমীয়া সাহিত্যলৈ যি মূল্যৱান অবিহণা আগবঢ়াই থৈ গ'ল সেই কথা সাহিত্যৰ বুৰঞ্জীয়ে বিজিয়াই বিজিয়াই কৈ থাকিব। সাহিত্যৰথী বেজবৰুৱাৰ সহযোগত চন্দ্ৰকুমাৰে জোনাকীৰ গুৰিয়াল হৈ সতীৰ্থ



সকলৰ সহায়ত অসমীয়া সাহিত্যলৈ ন ন সমৃদ্ধি দেশ-বিদেশৰ পৰা হোৰাহোৰে কঢ়িয়াই আনিছিল। জোনাকীৰ পোহৰ নুমাই যোৱাত বেজবৰুৱাৰ মোহন 'বাঁহী' বাজিবলৈ ধৰিলে। কেইবছৰমান কলিকতাৰ পৰা নিয়মিতভাৱে প্ৰকাশিত হোৱাৰ পিছত বাঁহীৰ প্ৰকাশ অনিয়মীয়া হল। তেতিয়া অভিন্নহৃদয় বেজক সকাহ দিবৰ উদ্দেশ্যে 'বাঁহী'খন গুৱাহাটীলৈ আনি চন্দ্ৰকুমাৰে তাৰ প্ৰতিপালনৰ ভাৰ লৈ তেওঁৰ নিজা ছপাশাল নিউ প্ৰেছৰ পৰা একেৰাহে কেবাবছৰো উলিয়াইছিল। তাত 'বাঁহী'ৰ দায়িত্ব দিছিল তেওঁৰ প্ৰিয়পাত্ৰ ৺ডিম্বেশ্বৰ নেওগদেৱক। নেওগে তেওঁ গুৱাহাটীত থকা সময়ছোৱাত সেই দায়িত্ব সুচাৰুৰূপে পালন কৰিছিল। সেই সময়ত নিউ প্ৰেছ আছিল খাৰঘুলিৰ লুইতৰ দাঁতিতে। 'বাঁহী' আৰু 'অসমীয়া' প্ৰকাশৰ থলী হোৱাৰ বাবে তেতিয়া নিউ প্ৰেছ সদৌ অসমৰে সাহিত্যিক আৰু সাংবাদিকসকলৰ এটা সকুসুৰা সাহিত্য-কেন্দ্ৰ স্বৰূপ হৈছিল।

অসমীয়া সাংবাদিক-জগততো চন্দ্ৰকুমাৰে এখন সন্মানৰ স্থান এৰি থৈ গৈছে। অসম আৰু অসমীয়াৰ সৰ্ব্বাঙ্গীন কল্যাণত একেৰাহে বহু বছৰ চন্দ্ৰকুমাৰৰ 'অসমীয়া' কাকতখনিয়ে নিৰ্ভীক আৰু স্বতন্ত্ৰবীয়াভাৱে দেশসেৱাত আত্মনিয়োগ কৰিছিল। প্ৰথমতে এই কাকত সাপ্তাহিক (?) সাদিনীয়া, পিছলৈ তিনদিনীয়া আৰু দিনেকীয়া হৈ দেশ আৰু দহৰ মৰ্ম্মবেদনা, ৰাইজৰ সুখ-দুখৰ কথা প্ৰকাশ কৰিছিল আৰু তাৰ বাবে কোনো কোনো সময়ত ৰাজৰোষত পৰিবলগীয়াও হৈছিল কিন্তু সত্যনিষ্ঠ চন্দ্ৰকুমাৰে কোনোদিনে কাকতখনিৰ ওখ মূৰ তললৈ নমাব নিদিছিল। এই কাকতে অসমীয়া জাতিৰ স্বাৰ্থৰ পৰিপন্থী কামৰ কোনো দিনে পৃষ্ঠপোষকতা কৰা নাছিল—'স্বৰ্গতো অধিক জনমভূমি'ৰ সেৱাই আছিল ইয়াৰ মূলমন্ত্ৰ।

জাতীয়তাবাদী চন্দ্ৰকুমাৰ কোনো দলীয় ৰাজনীতিৰ ভিতৰত নাছিল যদিও, ভাৰতৰ জাতীয় মহাসভা কংগ্ৰেছৰ তালিকাভুক্ত সভ্য নাছিল যদিও, মহাত্মা গান্ধী যিদিনা

পোনপ্ৰথম বাৰৰ বাবে অসমলৈ আহি চন্দ্ৰকুমাৰৰ ডিবুৰুৰ ঘৰত আলহী হলহি সেই দিনাই তেওঁ মহাত্মা গান্ধীৰ মোহন মন্ত্ৰত বশীভূত হৈ পৰিল, মহাত্মাৰ জীৱনাদৰ্শকে চন্দ্ৰকুমাৰে সাৱোগত কৰি ললে। সেয়েহে 'বীণ-বৰাগী'ৰ প্ৰথম কৱিতাতে তেওঁ মহাত্মাক সম্বোধন কৰি কৈছে—

"অকুণ্ঠং সৰ্ব্বকাৰ্য্যেষু ধৰ্ম্মকাৰ্য্যাৰ্থমুদ্যতম্।
বৈকুণ্ঠস্য হি তদ্ৰূপং তস্মৈ কাৰ্য্যাত্মনে নমঃ॥"

নিৰলে নিজানে মোৰ কুঞ্জকুটীৰত,
আছিলোঁ থিয়াই দীন দুৰ্ব্বল-হৃদয়,
লুকাই প্ৰাণৰ ভাৱ দূৰ আঁতৰত—
শক্তিৰ অভাৱ ভাবি নিজে পৰি জয়।
হওক নহক বুলি অগাপিছা কৰি
লাগিছিলো সেৱাতেই ভীৰুৰ সদৃশ,
আজি দেৱ! অনুপম তোমাৰ জ্যোতিৰে
উদ্ভাসিত, ভৰপূৰ পৃথিৱী আকাশ।
এন্ধাৰ কুঞ্জত নামে স্বৰ্গৰ বহণ,
উদ্দীপ্ত পৰাণ মোৰ নৱ পৰশত,
ছিগিল হৃদয়গ্ৰন্থি, গুচিল সংশয়—
নতুন বলেৰে বলী মুকলি বিশ্বত।
নিঃকিন সেৱক মই নত কৰো শিৰ
পুণ্যাত্মা মহাত্মা গান্ধী ভক্ত কৰ্ম্মবীৰ।

শ্ৰীৰামচন্দ্ৰৰ পাদস্পৰ্শত অহল্যা পাষাণী মুক্ত হোৱাৰ নিচিনাকৈ মহাত্মাৰ মোহন মন্ত্ৰত চন্দ্ৰকুমাৰ মানুহটোৱে নতুনকৈ সাৰ পাই উঠিল। অকুণ্ঠভাৱে তেওঁ মহাত্মা গান্ধীলৈ ভক্তি-অৰ্ঘ্য আগবঢ়ালে—নীৰৱে, অকপটভাৱে একলব্যৰ নিচিনাকৈ।

সত্যত অটল আস্থা নিছলা শৰীৰ
লুকাবলৈ একো নাই নঙঠা ফকিৰ।
দুখীয়াৰ দুখত বাকি হৃদয়-ৰুধিৰ



সৰ্ব্বস্বান্ত হ'লা তুমি নঙঠা ফকিৰ।
নিমিষকো নেপাহৰি দুৰ্দ্দশা দুখীৰ
সন্মান হেচুকি থলা নঙঠা ফকিৰ।
নিজৰ হাতেৰে দিলা হেৰোৱা ৰতন
দুখীৰ হাতত তুলি চক্ৰ সুদৰ্শন।
বহল বুকুত ঠাই তেত্ৰিছ কোটিৰ
ভাৰত-দেৱতা তুমি নঙঠা ফকিৰ।
মহান প্ৰতাপান্বিত শক্তিধৃত শিৰ
অভ্ৰভেদী গিৰিবৰ প্ৰণত পৃথ্বীৰ।
তোমাৰ মুখেদি হল শব্দ গম্ভীৰ
ভাৰতৰ বজ্ৰবাণী নঙঠা ফকিৰ।

সংসাৰত ঘাত-প্ৰতিঘাতত জৰ্জ্জৰিত হৈও চন্দ্ৰকুমাৰে কোনো দিনে নিয়তিৰ হাতৰ পুতলা হৈ নাচিব খোজা নাছিল। কৰ্ম্মই তেওঁৰ জীৱনৰ ধৰ্ম্ম। সেই কাৰণেই তেওঁ অৱস্থাৰ ওচৰত সেও নেমানি 'অজেয়' হৈ উচ্চকণ্ঠে কব পাৰিছিল -

হে নিয়তি! তই যদিও দুখৰ
পিহনি-শিলত থই
ভাঙিলি মোৰ জীৱন-শস্য
চূৰ্ণবিচূৰ্ণ কই;
বাৰু চাবি মোৰ চকুলোৰে তাকে
সানিপুটকি লই;
বান্ধিম আশাৰ পিঠাপনা লাৰু
ভুঞ্জি নিচুকিব অ'ই
সহস্ৰ হৃদয়— যালৈ নেমেলে
পথাৰৰ শস্যয়ো থোক
তিতিকি কেতুৰী বনখাৰধিও
মিলক বা নিমিলক।
হে নিয়তি!

তই যদিও দুখৰ জ্বলন্ত কুণ্ডত
ফুটন্ত জীৱন মোৰ,
ভস্ম কৰিলি ধূলি উকৰালি
গচকি পেলালি ওৰ।
চা, হেৰ চা—
চাওঁতে চাওঁতে উপচি পৰিল
ফুলে-পাতে (মোৰ) কুঞ্জলতা,
স্নিগ্ধ প্ৰেমৰ জীৱনদায়িনী
শাখা-প্ৰশাখাযুতা,
সহস্ৰ হৃদয় জিৰাব ইয়াতে
ফুলনি-মৰুৰ মাজে,
য'ত নাছিল একোৰেই কঠুৱা কালৰ
কাঁইট কলিত বাজে।

চন্দ্ৰকুমাৰৰ গদ্য-ৰচনা নাই বুলিলেই হয় কিন্তু অ'ত ত'ত তেওঁ যি দুই এটা চুটি প্ৰবন্ধ লিখিছিল তাতেই অসমীয়া গদ্যতো তেওঁৰ নিপুণ হাতৰ পৰশ পোৱা যায়। এই সম্পৰ্কত তেওঁ 'জোনাক'ত লিখা আত্মকথা, 'অসমীয়া'ৰ এটি সংখ্যাত সম্পাদকীয় হিচাপে 'মিষ্টাৰ তৰুণৰাম ফুকন' নামৰ সম্পাদকীয় আৰু ডিবুৰুত শঙ্কৰদেৱৰ সভাত পাঠ কৰা চমু ভাষণখনিকে উল্লেখ কৰিব পাৰি। তেওঁৰ বন্ধু বেজবৰুৱাই মহাপুৰুষ শঙ্কৰদেৱক তেওঁৰ বলিষ্ঠ লেখনীৰে মণিকূটৰ পৰা আনি সাহিত্যৰ ৰৰচ'ৰা,ত ৰৰণীৰা পাৰি দি নকৈ প্ৰতিষ্ঠা কৰিছিল। ইয়াৰ একমাত্ৰ কাৰণ হৈছে অসমীয়া জাতীয় জীৱনৰ কেন্দ্ৰস্থলত মহাপুৰুষজনা প্ৰতিষ্ঠিত নহলে অসম আৰু অসমীয়া বুলি কবলৈ একোটোকে বাকী নেথাকে। চন্দ্ৰকুমাৰো যে এই বিষয়ত কথাই-কামে সম্পূৰ্ণ একমত আছিল। সেই কথা গুৰুজনাৰ তিথিৰ দিনা তেওঁ ভাষণত কোৱা কথাখিনি পঢ়িলেই ভালদৰে বুজিব পৰা যায়। অসমীয়া জাতিৰ পিতা শঙ্কৰদেৱৰ জীৱনৰ পৰাও কৰ্ম্মযোগী চন্দ্ৰকুমাৰে



কৰ্ম্মৰ মূলমন্ত্ৰ আহৰণ কৰি তেওঁৰ জীৱনত তাক প্ৰতিফলিত কৰিবলৈ চেষ্টা কৰিছিল। সেই ভাষণৰ এঠাইত তেওঁ কৈছিল—"হে শঙ্কৰ! তুমি অসমক নিদিলা কি? ধৰ্ম্ম দিলা, ভক্তি দিলা, শিল্প দিলা, নাট দিলা, গীত দিলা, অসমক তুমি নতুনকৈ স্ৰজিলা। নযুগৰ প্ৰৱৰ্ত্তক তুমি, তোমাক নমস্কাৰ। ধন্য অসম! তুমি শঙ্কৰ-সূৰ্য্যক পাইছিলা। নহলে আজি ক'ত পৰিলাহেঁতেন? শঙ্কৰৰ কাৰ্য্য-কুশলতা অপৰিমেয়। ছেগ, ক্ষণ, সুবিধা, উপকৰণ সকলো সৃষ্টি কৰি লৈ কাৰ্য্য সম্পন্ন কৰিলে তেওঁৰ কাৰ্য্যৰ পৰিচয়। নিষ্কৰ্ম্মাই ছেগ, সুবিধা বিচাৰিয়েই জীৱন কটায়। কৰ্ম্ম কৰিব খুজিছা শঙ্কৰৰ আৰ্হি লোৱা। কাম কৰি গৈ থাকা। মন-প্ৰাণ দি একাগ্ৰভাৱে কাম কৰা। কামে আগবাঢ়ি আহি তোমাক কাম দেখুৱাই দিব, বুকুত সাৱটি লব। কামে-তুমিয়ে এক হৈ পৰা। দেখিবা কাম তোমাৰ পক্ষে সহজ হৈ পৰিব।"

এইখিনিতে উল্লেখ কৰিব পাৰি ১৯১৮ চনত মহাপুৰুষৰ তিথিৰ দিনা ডিব্ৰুগড়ৰ 'টাইম্‌ছ্‌ অব্‌ আসাম'ত যি বিৰূপ মন্তব্য প্ৰকাশ হৈছিল সম্পাদক ৰাধানাথ চাংকাকতীয়ে তাৰ প্ৰতিবাদ ছপাবলৈ অসন্মত হোৱাত বাগ্মীবৰ শ্ৰীনীলমণি ফুকন ডাঙৰীয়া বিশেষভাৱে ক্ষুব্ধ হৈছিল। তাৰ শুভফল স্বৰূপে বাগ্মীবৰ আৰু চন্দ্ৰকুমাৰৰ যুটীয়া প্ৰচেষ্টাত পিছৰ মাধৱদেৱৰ তিথিৰ দিনা বিখ্যাত 'অসমীয়া' কাকতৰ প্ৰথম সংখ্যা প্ৰকাশ হৈ ওলায়। সেই বছৰ শঙ্কৰদেৱৰ তিথিৰ পিছত মাধৱদেৱৰ তিথি পৰিছিল। মহাপুৰুষৰ পুণ্যস্মৃতিত চন্দ্ৰকুমাৰে যি দৃঢ়-তাৰে কাকতখনৰ গুৰি ধৰিছিল, সেই একে দৃঢ়তাৰে তেওঁ তাক দোপতদোপে উন্নতিৰ বাটত আগুৱাই নিছিল।

যোগ্যজনৰ হাতত সম্পাদনৰ দায়িত্ব দিয়া হৈছিল যদিও অসমীয়া ভাষা-জ্ঞানৰ ওজা চন্দ্ৰকুমাৰে কাকতখন ৰাতিপুৱা তেওঁৰ হাতত পৰাৰ লগে লগেই তন্নতন্নকৈ পঢ়ি

চাইছিল আৰু ভুলবোৰ ৰঙা পেঞ্চিলেৰে আঁক মাৰি সংশ্লিষ্টসকলক মাতি আনি সেইবোৰলৈ দৃষ্টি আকৰ্ষণ কৰিছিল। কেবাজনো সহকাৰী সম্পাদকক আৰু আখৰ-গাথোঁতাক তেওঁ ভুলবোৰৰ প্ৰতিকাৰৰ বিষয়ে ভাটৌ পঢ়োৱাদি পঢ়াইছিল। বহু সময়ত তেওঁৰ সেই জ্ঞানগৰ্ভ আলোচনাবোৰ ভাষা-সাহিত্য শ্ৰেণীৰ বক্তৃতা একোটাৰ নিচিনা হৈছিল। এইদৰে চন্দ্ৰকুমাৰৰ সান্নিধ্য লাভ কৰোঁতা দুই চাৰি জন সাহিত্যিক আজিও আমাৰ মাজত আছে। তেওঁলোকে চন্দ্ৰকুমাৰৰ পৰা পোৱা উপকাৰৰ কথা কৃতজ্ঞতাৰে সোঁৱৰে।

দুখৰ বিষয় অসমীয়া সাহিত্যৰ আখৰজোটনিত আজি আগতকৈও বেছি আউল লগা অৱস্থা হৈছে। কাকত আৰু আলোচনীৰ সংখ্যা বাঢ়িছে যদিও আখৰজোটনি, অসমীয়া শব্দগাঁথনি, বাক্যগাঁথনি আদিৰ লাগবান্ধ নোহোৱা হৈছে। ভাষাৰ জতুৱা ঠাচৰ প্ৰতি কোনেও মন-কাণ নিদিয়া হৈছে। চন্দ্ৰকুমাৰে কিন্তু তেওঁৰ 'অসমীয়া' আৰু 'বাঁহী' কাকতত এনে হবলৈ এৰি নিদিছিল। যিবোৰ ক্ষেত্ৰত ভাষাৰ আউলীয়া অৱস্থাৰ সৃষ্টি হয়, ব্যাকৰণ আৰু অভিধানৰ পৰাও বিশেষ সহায় পোৱা নেযায় তেনে ক্ষেত্ৰতো যাতে খেলিমেলি হব নোৱাৰে সেই বাবে চন্দ্ৰকুমাৰে নিজেই কেতবোৰ নিয়ম বান্ধি দিছিল। ইংৰাজী বা ইংৰাজীৰ পৰা অহা শব্দবোৰ অসমীয়াত যাৰে যেনেকৈ মন যায় তেনেকৈ নিলিখি যাতে একেভাৱে লিখা হয় সেই বিষয়তো চন্দ্ৰকুমাৰে নিজাকৈ সূত্ৰ ৰচনা কৰি দিছিল। এই বিষয়ত বহুতে চন্দ্ৰকুমাৰক অনুসৰণ কৰিছিল আৰু আজিও কৰে। ভাষাৰ গুৰিয়াল এজনৰ পক্ষেহে এনে কৰাটো সম্ভৱপৰ।

চন্দ্ৰকুমাৰৰ কৱিতা-পুথি দুখন 'প্ৰতিমা' আৰু 'বীণ-বৰাগী'। এই ওখ ভাবৰ পুথি দুখনিয়ে তেওঁক অসমীয়া শ্ৰেষ্ঠ ৰোমাণ্টিক কৱি আৰু দাৰ্শনিক কৱি হিচাপে সুপ্ৰতিষ্ঠিত কৰিছে। আমি ইয়াত এই পুথি দুখনিৰ গুণাগুণ সম্পৰ্কে



নকৈ একো কথা কব খোজা নাই কিয়নো এই গ্ৰন্থৰে আন প্ৰবন্ধত স্মৃকীয়াকৈ সেই বিষয়ে আলোচনা কৰা হৈছে।

এই গৰাকী মহান ব্যক্তি চন্দ্ৰকুমাৰ আগৰৱালাদেৱৰ সমগ্ৰ জীৱনটোই আছিল কৰ্ম্মময়। কৰ্ম্মকেই তেওঁ ধৰ্ম্ম বুলি বিবেচনা কৰিছিল আৰু তাৰ মাজেদিয়েই পৰিস্ফুট হৈ উঠিছিল তেওঁৰ ভাষা-সাহিত্য আৰু স্বদেশপ্ৰেম। তেওঁ ৰচনা কৰা গান্ধীজী বিষয়ক কৱিতা দুটা আৰু 'সেৱা-লহৰী' কৱিতাটো দেশপ্ৰেমৰ উজ্জ্বল নিদৰ্শন। আগতে উল্লেখ কৰি অহা 'জোনাকীৰ আগকথা' আৰু 'মহাপুৰুষৰ তিথিৰ ভাষণখনিও' তেওঁৰ দেশপ্ৰেমৰ উজ্জ্বল চানেকী স্বৰূপ। অসমীয়া কাব্য-সাহিত্যত চন্দ্ৰকুমাৰৰ 'অসমা-সুষমা' গীতটোও দেশপ্ৰেমৰ মহামন্ত্ৰ বুলি কলেও বঢ়াই কোৱা নহয়।

অসমা-সুষমা-কামৰূপা
জয়তু জননী ধৰিত্ৰী-দুহিতা।
হিমাচলোতুঙ্গ উদীচি দিশা
জীমূত-ভূত-সলিলা
লোহিত্য-মধ্য-প্ৰৱাহশীলা
জয়তু জননী ধৰিত্ৰী-দুহিতা।
প্ৰাগেষ জ্যোতিৰ্জ্বালনা
(অধুনা) দুৰ্ভাগ্য নিমীলিত-নয়না
অনন্ত-ৰত্ন-প্ৰসৱা
সৌভাগ্য স্থিৰ-সম্ভৱা
কোটি লোক-পালিকা।
জয়তু জননী ধৰিত্ৰী-দুহিতা।
কামৰূপ-কামদা
স্বভাৱ-কাম্য-কাননা
শ্যামলা স্বৰ্ণ-শস্য-মালিকা
জয়তু জননী ধৰিত্ৰী-দুহিতা।

এই একমাত্ৰ জাতীয় গীতটোৰেই চন্দ্ৰকুমাৰক খ্যাতনামা অসমীয়া গীতিকাৰসকলৰ লগতে এখন সন্মানৰ আসন দিছে। 'অ মোৰ আপোনাৰ দেশ' গীতৰ কবি বেজবৰুৱা আৰু 'অসমা-সুষমা-কামৰূপা'ৰ গীতিকাৰ চন্দ্ৰকুমাৰ একেলগে নবহি বহিব কোন? চন্দ্ৰকুমাৰৰ এই গীতটি আমাৰ সাহিত্য-সঁফুৰাত এডোখৰ লাখটকীয়া হীৰাৰ দৰে। ভাব-ভাষা-ছন্দ-সুৰ সকলো দিশৰ পৰাই ই বিতোপন। ইয়াৰ প্ৰতি শাৰীতে, প্ৰতিটো শব্দতে তীব্ৰ দেশপ্ৰেমৰ নিৰ্য্যাস আমোলমোলাই আছে দিগন্ত বিয়পি।

নঙঠা ফকিৰৰ উপাসক, কৰ্ম্মযোগী চন্দ্ৰকুমাৰে অনাড়ম্বৰভাৱে জীৱন-নিৰ্ব্বাহ কৰি, অসমীয়াৰ সৰ্ব্বাঙ্গীন উন্নতিত নীৰৱে আত্মনিয়োগ কৰি ১৯৩৮ চনৰ দুই মাৰ্চ্চত তেওঁৰ গুৱাহাটীৰ নিজা ঘৰত ইহলীলা সম্বৰণ কৰে। সেই দিনা ভাষা-জননীৰ আকাশত এটা ভোটা তৰা মাৰ গৈছিল। বেজবৰুৱাই কান্দিছিল। দেশক ভাল পোৱা সকলো লোকেই কান্দিছিল। 'বেজে' এইদৰে 'অসমীয়া'ত চকুপানী টুকিছিল—"অভিন্নহৃদয় মাজু! ভাবিছিলো মইহে আগ হম কিন্তু মোক ফাকি দি তুমি আগবাঢ়িলা। ৰোৱা, ময়ো গৈ আছোঁ। তোমাক লগ পাম।"

অতি আচৰিত কথা সেইমতে আগৰৱালাদেৱৰ মৃত্যুৰ কেইদিনমানৰ পিছতেই বেজবৰুৱাদেৱো একে বাটৰ বাটৰুৱা হল। চন্দ্ৰকুমাৰৰ নশ্বৰ দেহা তেওঁৰ নিজৰ মাটি খাৰঘুলিৰ নিউ প্ৰেছৰ কাষতে অগ্নিদেৱতাই গ্ৰাস কৰিলে।

ভাগি গল বীণখনি ছিগি গল তাঁৰ
ৰই গল অৱশেষ অমিয় জোকাৰ।

---

# চন্দ্ৰকুমাৰ আগৰৱালাৰ কৱিতাৰ ধাৰা

—যতীন্দ্ৰনাথ গোস্বামী

কৱি বা শিল্পীয়ে যে কেৱল নিজৰ আনন্দৰ কাৰণে কৱিতা ৰচনা বা শিল্প সৃষ্টি কৰে সেই কথা সমৰ্থন যোগ্য নহয়। কলা প্ৰকৃততে অভিব্যক্তি আৰু আত্ম-প্ৰকাশ। কৱি সৃষ্টিকৰ্ত্তাৰ দৰে স্ৰষ্টা হলেও তেওঁ (কৱি) অধিক শক্তিশালী। কৱি-কৰ্ম্মত আত্মাৰ প্ৰেৰণাই প্ৰাধান্য লাভ কৰে। এই প্ৰেৰণাত ব্যাকুল হৈ কৱিয়ে বৃহত্তৰ জীৱনক নিজৰ জীৱনৰ ভিতৰত অনুভৱ কৰিবলৈ চেষ্টা কৰে। তেওঁ যেন নিজৰ অন্তৰতে সত্যক উপলব্ধি কৰে। এই আত্মযোগৰ শক্তি কৱিৰ দৈৱলব্ধ শক্তি—মানুহে ইচ্ছা কৰি ইয়াক স্ৰজন কৰিব নোৱাৰে। এই আত্মযোগৰ অনুভূতি যিজন কৱিৰ অন্তৰত যিমান অধিক স্পষ্ট তেওঁ সিমানেই মহান কৱি। চাৰিওফালে তেতিয়া কেৱল আন্ধাৰ, পোহৰৰ লেশ মাত্ৰও নাথাকে তেতিয়া কৱিয়ে কয় মই আন্ধাৰৰ সিপাৰে জ্যোতিৰ্ম্ময় পুৰুষক প্ৰত্যক্ষ দেখিছো - 'বেদাহমেতং পুৰুষং মহান্তং আদিত্য বৰ্ণং তমসঃ পৰস্তাৎ।' কৱিৰ 'অপূৰ্ব্বনিৰ্ম্মাণ ক্ষমা প্ৰজ্ঞা।' তেওঁ আত্ম-প্ৰকাশ কৰিবলৈ গৈ নিজৰ যুগকে প্ৰকাশ কৰে। এইখিনিতে টি, এছ ইলিয়টে শ্বেক্সপিয়েৰৰ প্ৰসঙ্গত কৰা মন্তব্য প্ৰণিধানযোগ্য - 'মহৎ কৱিমাত্ৰে নিজ ৰচনাৰ মাজত আত্মপ্ৰকাশ কৰিবলৈ গৈ নিজৰ যুগকে প্ৰকাশ কৰে। এই ভাবে ডান্টে প্ৰায় নিজৰ অজ্ঞাতসাৰে ষোড়শ শতিকাৰ প্ৰতিভূ হৈ উঠিছিল।'

আধুনিক অসমীয়া কাব্য সাহিত্যত ৰোমান্টিক ভাৱধাৰাৰ সোঁত বোৱাওঁতা চন্দ্ৰকুমাৰ আগৰৱালাৰ (১৮৬৭-১৯৩৮চন)

এখন স্বকীয়া আসন আছে। ১৮১০ শকৰ 'জোনাকী'ৰ প্ৰথম বছৰ প্ৰথম সংখ্যাত ওলোৱা আগৰৱালাৰ 'বনকুঁৱৰী' নামৰ কৱিতাটিত ৰোমান্টিক ভাৱধাৰাৰ উন্মেষ হয়। নিজম দুপৰীয়া হাবিৰ মাজত 'মৰ্‌মৰ্‌' শব্দ হোৱা, 'পাতে পাতে কিবা ফুচফুচাইছে মাৰিছে মিচিকি হাঁহি', 'বনফুল সাজ পিন্ধি', যখিনী কুমাৰীয়ে নচা, টুক টুক চাপৰি বজোৱা, অথিৰ বায়ুৰ নোম শিয়ঁৰা, অহৈতুকী আনন্দৰ ঢৌৱে প্ৰাণ বুৰোৱা এই সকলোতে এটি বিস্ময় বিমিশ্ৰিত আনন্দ অনুভৱ কৰিব পাৰি। তথাপি 'প্ৰতিমা' আৰু 'বীণবৰাগী'ৰ কৱি আগৰৱালা বিশ্ব প্ৰকৃতিৰ সৌন্দৰ্য্য, শান্তি আৰু কল্যাণকৰ প্ৰভাৱ সম্পৰ্কে অধিক সচেতন আছিল।

অসমীয়া কাব্য সাহিত্যত ৰোমান্টিক কৱিতাৰ একাধাৰে যুগ প্ৰকাশ আৰু যুগ-স্ৰষ্টা হলেও ৰোমান্টিক কৱিসকলৰ ভিতৰত চন্দ্ৰকুমাৰ অনন্যসাধাৰণ। তেওঁ সমগ্ৰ মানৱৰ ফালে, বিশ্বপ্ৰকৃতিৰ ফালে আৰু ভগৱৎসত্তাৰ নতুন উপলব্ধিৰ ফালে আমাৰ জীৱনৰ সীমা প্ৰসাৰিত কৰি দিলে। তেওঁ মানৱ বন্দনা কৱিতাত মানৱৰ জয়গান গাইছে। চণ্ডীদাসে 'সবাৰ উপৰে মানুষ সত্য' বোলাৰ দৰে আৰু ইংৰাজ কৱি টেনিচনে মানুহক সকলো স্ৰজন কৰা বস্তুৰ মূল সম্পদ ( the roof and crown of all things ) বুলি উক্তি কৰাৰদৰে আমাৰ কৱিয়ে কৈছে,—

"মানুহেই দেৱ মানুহেই সেৱ
মানুহ বিনে নাই কেৱ;
কৰা কৰাপূজা পাদ্য অৰ্ঘ্যলৈ
জয় জয় মানৱ দেৱ।"

কৱি সুন্দৰৰ পূজাৰী। তেওঁ সৰ্ব্বত্ৰ সুন্দৰৰ সৈতে যোগাযোগ স্থাপন কৰিব খোজে। কৱি আগৰৱালাই কৈছে, "সুন্দৰৰ আৰাধনা জীৱনৰ খেল" (সৌন্দৰ্য্য)। শ্বেলীৰ এয়ে অনন্ত সত্য ( eternal truth ) আৰু কীটচৰ সত্যই সুন্দৰ, সুন্দৰেই সত্য ( Beauty is truth, truth is beauty )। আগৰৱালাই নিজকে অসুন্দৰ বুলি ভাবি সুন্দৰৰ আৰাধনা কৰি সুন্দৰ হবলৈ বাঞ্ছা কৰে। কিন্তু কৱিয়ে কেতিয়াবা সন্দেহ প্ৰকাশ কৰি কবলগীয়া হয়, 'লক্ষ্যভ্ৰষ্টনেকি জীৱনৰ দলি' ( জীৱনৰ দলি )? কিন্তু জীৱনৰ এনে এটা মুহূৰ্ত্ত আহে যেতিয়া কৱিয়ে মানৱ জীৱনৰ মূল তত্ত্ব গভীৰ-ভাৱে উপলব্ধি কৰে। মানৱে বাৰে বাৰে জন্মলে এই পৃথিৱীলৈ ঘূৰি আহে আৰু মানৱ জীৱনৰ মূল উদ্দেশ্য হৈছে জগতৰ কল্যাণ সাধন। কোঁটেৰ ( Comte ) দৰ্শনতো মানৱতা-বোধ পোৱা যায়। 'জীৱন-উচ্ছ্বাস'ত কৱিয়ে মানৱী জীৱন লাভ কৰাৰ তত্ত্ব উপলব্ধি কৰি কৈছে যে 'ঘূৰি আশা ইয়াতেই' আৰু জীৱনৰ উদ্দেশ্য 'বিশ্বৰ মঙ্গল নিদান'।

কৱিৰ প্ৰাণ পখীটিয়ে জগতৰ সৈতে আত্মীয়তা স্থাপন কৰিব নোৱাৰি নিঃসঙ্গ অনুভৱ কৰে। কৱি বাইৰনে ( Byron ) জগতত বৈৰাগ্যৰ ভাব দেখা পোৱাৰ দৰে আমাৰ কৱিয়েও অকলশৰীয়া অনুভৱ কৰে—

"জনপূৰ্ণ নিৰ্জ্জনত কতা লগৰীয়া?
বিশ্বসংসাৰত হায় অকলশৰীয়া।" ( অকলশৰীয়া )

"সংশয় ৰহস্য" শীৰ্ষক কৱিতাত বিশ্ব সৃষ্টিৰ বহুমুখী বৈশিষ্ট্য প্ৰকাশ পাইছে। এই বিশ্বত "ভঙা-গঢ়া, সজা পতা, হৰা-জিকা, যুঁজ হাঁহি কান্দোনৰ ৰোল" সকলো আছে। এইদৰে আধিভৌতিক ভাৱধাৰাই আগৰৱালাৰ কৱিতাক সমৃদ্ধ কৰিছে।

আগৰৱালাৰ দুই চাৰিটা কৱিতাত বেদ-উপনিষদৰ প্ৰভাৱ পৰিলক্ষিত হয়। 'বিশ্ব ভাৱৰীয়া' কৱিতাত জীৱাত্মা আৰু পৰমাত্মাৰ সম্বন্ধৰ কথা কোৱা হৈছে। আমি জানো যে জীৱ আৰু জগতৰ সনাতন সত্তা থাকিলেও এইবোৰ ব্ৰহ্মাশ্ৰিত আৰু ব্ৰহ্মাধীন— 'তস্মিঁল্লোকাশ্ৰিতাঃ সৰ্ব্বে তদু-নাত্যেতি কশ্চন'। বিশ্ব ভাৱৰীয়া কৱিতাত বিশ্বাত্মাৰ লগত ঐক্যানুভূতি সুন্দৰ ভাবে প্ৰকাশ পাইছে—

'সৃষ্টি পাতনিৰে পৰা নীল আকাশত
কিৰণৰ জাল মেলি ডাৱৰ ধৰিছা।
টিপচীটি হৈ টিপতে লুকাই
গৰুণ্ডৰ পখা মেলি বিচাৰি ফুৰিছা।'

'মই' নামৰ কৱিতাটিত ভূমাস্পৃহা নিহিত আছে—

'সংসাৰ মোৰেই পূৰ্ণ দেখোঁ
আছোঁ মাথোঁ নিৰঞ্জন মই
নাই তুমি কেও আৰু নাই
পাৱা যদি হোৱা মোতে লয়'।

ওপৰৰ বিশ্ব ভাৱৰীয়া আৰু মই কৱিতাৰ লগত ঋগ্বেদৰ দশম মণ্ডলৰ ১২৫ সূত্ৰৰ ভাব ৰিজাব পাৰি—

"অহং ৰুদ্ৰেভিৰ্বসুভিশ্চৰাম্যহমাদিত্যৈৰুত বিশ্বদেৱৈঃ।
অহং মিত্ৰাবৰুণোভা বিভৰ্ম্যহমিন্দ্ৰাগ্নী অহমশ্বিনোভা" ॥ ১

সংসাৰ 'অতৃপ্তিৰ ঘৰ'; সেয়েহে কৱিৰ জীৱনত অতৃপ্তিৰ ভাবে দেখা দিয়ে। এই অতৃপ্তি দৈৱিক। সকলো বাসনা জয় কৰি জীৱই নিষ্কামভাবে জীৱন যাপন কৰিলে নিৰ্ব্বাণ বা দুখৰ পৰা মুক্তি লাভ কৰিব আৰু তেতিয়া এই অতৃপ্তিও দূৰ হ'ব। এয়ে বৌদ্ধসকলৰ জন্মান্তৰবাদ। কিন্তু সংসাৰত সুখ উটি ফুৰিব লাগিছে আৰু আমি তাক মাথোন গ্ৰহণ কৰিব জানিব লাগে—

"স্বপ্ন গুচি এয়ে সঁচা চকুৰ আগত
যদি চাব জানা এই সুন্দৰ জগত॥" (সুখ গীত)

কৱিৰ মতে প্ৰকৃতিৰ কোনো বিকাৰ নাই। ফুলেৰে জাতিষ্কাৰ হৈ থকা প্ৰকৃতিৰ নৈসৰ্গিক শোভা নিয়তিৰ বিধানত নষ্ট হলেও অৰ্থাৎ ফুলৰ বিনাশ ঘটিলেও প্ৰকৃতিৰ কোনো পৰিবৰ্ত্তন নঘটে—

'ক'ৰ কোন কিবা হল,
চিন-স্মৃতি পমি গ'ল,
প্ৰকৃতিযে তেনেকৈয়ে ৰ'ল।' (প্ৰকৃতি)



চন্দ্ৰকুমাৰ আগৰৱালাৰ কৱিসত্তাই তেওঁক এনে এটা আলোকবৰ্ত্তিকা দিছিল যাৰ জ্যোতিত তেওঁ পুৰণি সত্যক মথিমূৰ কৰি বিশ্বত সকলো পৰস্পৰ বিপক্ষতাৰ সৈতে প্ৰতিযোগী হবৰ কৰ্ত্তৃত্ব লাভ কৰিছিল। তেওঁ অতীতলৈ ঘূৰি গৈছিল ভবিষ্যতৰ পথৰ সন্ধানত। তেওঁ এই কাৰ্য্যত অগ্ৰসৰ হৈ নিজৰ কৱিতাৰ আলোকত বৰ্ত্তমানক উজ্জ্বল কৰিছিল। কৱি শেলীয়েও 'প্লেটনিক' আস্থাই পোষণ কৰিছিল। বীণ-বৰাগীৰ বীণে অনন্ত যাত্ৰাৰ অনন্ত দুখ ভাগৰৰ বোজা বহন কৰিছে। এই বীণ শুনি 'লুইত উজায়, জোন তধা লাগে, মানুহৰ কিবা কথা'। সুখৰ সন্ধানত ফুৰি ফুৰি মানুহৰ 'একেৰি মৰমো' নেপাই বীণ-বৰাগীয়ে সমাজৰ বৈপ্লৱিক পৰিবৰ্ত্তন কামনা কৰি 'নতুন সৃষ্টিৰ অৰুণ' কিৰণ দেখা পাইছে। এই আধিভৌতিক কৱিতাটিত এফালে মানুহৰ সৈতে মানুহৰ আৰু আনফালে মানুহৰ সৈতে স্ৰষ্টাৰ সম্বন্ধ প্ৰকাশ পাইছে। কৱিতাটোত মানৱাত্মাৰ অনন্ত সুখৰ প্ৰয়াস। প্ৰাণৰ আকুতি আৰু গভীৰ আত্মোপলব্ধি মূৰ্ত্তিমান হৈ উঠিছে। এই কৱিতাটো যেন ব্যক্তিমনৰ সূক্ষ্মাতিসূক্ষ্ম অনুভূতিৰ অনুৰণন মাত্ৰ।

এইখিনিতে এটা প্ৰশ্ন উদয় হব পাৰে যে এহাতে ৰোমাণ্টিক কৱিসকৰ ভাৱাদৰ্শৰ দ্বাৰা প্ৰভাৱান্বিত আৰু বেদ, উপনিষদ আদিৰ দ্বাৰা অধ্যয়ন-পুষ্ট কৱি আগৰৱালাই জীৱনক কেনে ভাৱে গ্ৰহণ কৰিছে? অন্যান্য ৰোমাণ্টিক কৱিসকলৰ দৰে তেওঁৰ কৱিতাত ব্যক্তিগত হা-হুমুনিয়াহ প্ৰকাশ পোৱা নাই। 'সন্ধিয়া', 'বিমুখ' আৰু 'যুগমীয়া শোক' এই তিনিটা কৱিতাত শোক বা কৰুণ সুৰ থাকিলেও তেওঁৰ কৱিতাসমূহত সংসাৰ যুঁজত জয়ী হৈ আনন্দ লাভ কৰাৰ ভাবহে প্ৰকাশ পাইছে। তেওঁ 'শক্তিৰ সন্তান' আৰু কৰ্ত্তব্য মুকুট শিৰে' পিন্ধি আগবাঢ়ি যায়। অষ্টাদশ বছৰৰ বাঁহীৰ প্ৰথম সংখ্যাত প্ৰকাশিত চন্দ্ৰকুমাৰ

আগৰৱালাৰ 'অজেয়' নামৰ কৱিতাটি পঢ়িলে বুজিব পাৰি যে জুইত পুৰিলে সোণ উজ্জল হোৱাৰ দৰে নিয়তিৰ দুখৰ পিহনি শিলত' কষ্ট ভোগ কৰা কৰিয়ে জীৱনত নতুন উৎসাহ পাইছে।

'চা হেৰ চা
চাওঁতে চাওঁতে উপচি পৰিল
ফুলে পাতে (মোৰ) কুঞ্জলতা
স্নিগ্ধ প্ৰেমৰ জীৱন দায়িনী
শাখা-প্ৰশাখা-যুতা,
সহস্ৰ হৃদয় জিৱাব ইয়াতে
ফুলিব মৰুৰ মাজে
যত-নাছিল একোৱেই কঠুৰা কালৰ
কাঁইট-কলিত বাজে।

দৰাচলতে অসমীয়া সাহিত্যত 'অজেয়'ৰ সৈতে তুলনা কৰিব পৰা কৱিতা বিৰল। কৱি আগৰৱালা কেতিয়াও হতাশ নহৈছিল।

মুঠৰ ওপৰত চন্দ্ৰকুমাৰ আগৰৱালাই অসমীয়া কাব্য সাহিত্যত ৰোমাণ্টিক ভাবৰ সোঁত বোৱালেও তেওঁৰ কাব্যৰ মাজেদি ভাৰতীয় দৰ্শনৰ ভাবধাৰা প্ৰকট হৈছে। তেওঁ "আনন্দৰূপং অমৃতং যদ্‌বিভাতি'ৰ দৰে 'সত্য তুমি, শিৱ তুমি, অসীম সুন্দৰ' বিশ্ব-ভাৰবীয়াৰ ৰূপটো উপলব্ধি কৰি অতৃপ্তিৰ নৈ বোৱাই প্ৰকৃতিৰ সেউজীয়া সৌন্দৰ্য্যৰ মাজেদি সুন্দৰৰ আৰাধনাক জীৱনৰ ব্ৰত স্বৰূপে লৈ নিয়ৰৰ টোপালত অনিৰ্ব্বচনীয় সৌন্দৰ্য্যৰ জোৱাৰ তুলি মানৱৰ যি জয়গান গালে তাৰ দ্বাৰা তেওঁৰ কৱিতাসমূহে এক বিশিষ্ট স্থান লাভ কৰিব। ভাবৰ গভীৰতা, জীৱন-জিজ্ঞাসা, বিশ্বাত্মবোধ—এই সকলোবোৰে চন্দ্ৰকুমাৰ আগৰৱালাৰ কৱিতাক অলৌকিক সৌন্দৰ্য্য প্ৰদান কৰিছে।

---

# চন্দ্ৰকুমাৰ আগৰৱালাৰ কৱিতাত পাশ্চাত্যৰ প্ৰভাৱ

—তাৰিণীকান্ত ভট্টাচাৰ্য্য

"জোনাকী"যুগৰ অন্যতম প্ৰৱৰ্ত্তক ৺চন্দ্ৰকুমাৰ আগৰৱালা (১৮৬৭-১৯৩৮) ৰচিত দুখন কৱিতাৰ পুথি হ'ল—"প্ৰতিমা" আৰু "বীণবৰাগী"। একোটি প্ৰাৰম্ভিক কৱিতাৰ নামেৰে কিতাপ দুখনৰ নামাকৰণ কৰা হৈছে। কৱিতাৰ সংখ্যাৰ ফালৰ পৰা দুয়োখন কিতাপে নিশকতীয়া। কিন্তু এটা নতুন কাব্যিক যুগৰ পথ-প্ৰদৰ্শক হিচাবে দুয়োখন কিতাপৰে যথেষ্ট মূল্য আছে। অকল সেয়ে নহয়—সুসম্পাদনা আৰু সুখদায়ক প্ৰকাশ ভঙ্গীত কোনো কোনো কৱিতাই অমৰত্ব লাভো কৰিছে। এই নতুন অসমীয়া কৱিতাক নবোন্মেষৰ কৱিতা আখ্যা দিয়া হৈছে। এই কৱিতা যে উনৈশ শতিকাৰ আদি ভাগৰ ইংৰাজী ৰোমাণ্টিক কৱিতাৰ দ্বাৰা প্ৰচুৰ পৰিমাণে প্ৰভাবান্বিত তাত সন্দেহ নাই। চন্দ্ৰকুমাৰ আগৰৱালাৰ কৱিতাতো এই প্ৰভাৱ অতি স্পষ্ট।

উনৈশ শতিকাৰ প্ৰথম তিনি দহকৰ ভিতৰত ইংলণ্ডত ৰোমাণ্টিক কৱিতাৰ পূৰ্ণপ্ৰচলন হয়। ৱৰ্দছ্‌ৱৰ্থ, কলোৰিজ, বাইৰণ, শ্বেলী আৰু কীটছ্‌ আদি কৱিসকলৰ হাতত ইংৰাজী গীতি কৱিতাই নতুন তীব্ৰতা লাভ কৰে। বিষয় বস্তুৰ দিগন্ত বিস্তীৰ্ণ হয়, কাব্যিক সহানুভূতিয়ে নতুন ব্যাপ্তি লাভ কৰে আৰু ৰচনা শৈলী আৰু কাব্য-সংগঠনত বহুতো পৰিবৰ্ত্তন আৰু পৰিবৰ্দ্ধন হয়। অষ্টাদশ শতিকাৰ মিত্ৰাক্ষৰ ছন্দৰ সলনি অমিত্ৰাক্ষৰ ছন্দৰ প্ৰচলন হয়। কৱিতাৰ

সংগঠন, ছন্দ, উপমা, ইত্যাদি বেছি জটিল, উন্নত আৰু নতুন কাব্যিক অনুভূতি প্ৰকাশৰ কাৰণে সক্ষম হয়। প্ৰকৃতিৰ বৰ্ণনা, অতীতৰ উপকথা, স্বাধীনতাৰ গুণ-গান, মানৱৰ মৰ্য্যাদা, ভাল পোৱা, প্ৰাচীন গ্ৰীচৰ কলাৰ সমাদৰ, মধ্যযুগৰ পৰী-আখ্যানৰ ভেটিত কাব্য-সৌধ ৰচনা—বহুতো বিভিন্ন ক্ষেত্ৰক কেন্দ্ৰ কৰি কৱিতাই পৰিসৰ বঢ়াবলৈ ধৰে। চুটি গীতি কৱিতাৰ জৰীয়তে কৱিয়ে ব্যক্তিগত সুখ-দুখ, হৰ্ষ-বিষাদ, আশা আকাঙ্ক্ষা, ইত্যাদিৰ বিষয়ে পাঠকৰ মনোযোগ আকৃষ্ট কৰে। এই কৱিতাত আবেগৰ আতিশয্য থাকে আৰু ব্যক্তি-বাদক প্ৰাধান্য দিয়া হয়। উনৈশ শতিকাৰ এই ৰোমাণ্টিক কৱিতাই অচিৰে বিস্তাৰ লাভ কৰে আৰু সুপ্ৰতিষ্ঠিত হৈ পৰে।

আমাৰ "জোনাকী" যুগৰ কৱি-সাহিত্যিকসকলে ইংৰাজী শিক্ষাৰ মাধ্যমেৰে এই ইংৰাজী সাহিত্যৰ সংশ্ৰৱত আহে। এইটো অতি স্বাভাৱিক কথা যে সেই সাহিত্যৰ প্ৰভাৱ আমাৰ সাহিত্যৰ ওপৰত পৰিব। আমাৰ সাহিত্যৰ তেতিয়া নিশকতীয়া অৱস্থা। ভাষা বিপৰ্য্যয়ৰ পিচত ই কোনো-মতে থিয় হৈছে মাথোন। ইংৰাজী সাহিত্যৰ অকল প্ৰভাৱ পৰা বুলি নকৈ সেই সাহিত্যৰ অনুপ্ৰেৰণাৰে অনুপ্ৰাণিত হৈ জোনাকী যুগৰ অসমীয়া সাহিত্যই ঠন ধৰি উঠা বুলি কলেও অত্যুক্তি কৰা নহয়। পশ্চিমীয়া সাহিত্যৰ পৰশত ভাৰতৰ অন্যান্য প্ৰান্তীয় সাহিত্যয়ো উদ্‌গতি কৰিবলৈ ললে।

চন্দ্ৰকুমাৰৰ কৱিতাত সাধাৰণ ভাবে ইংৰাজী ৰোমাণ্টিক কৱিতাৰ লক্ষণ কিছুমান দেখা পোৱা যায়। এই লক্ষণবোৰ বিষয় বস্তু, উপমা, প্ৰকাশভঙ্গী, আৰু জীৱন-জগতৰ প্ৰতি কৱিৰ মনোভাৱ প্ৰভৃতি বহুতো বিষয়তে লক্ষ্য কৰা যায়। ইংৰাজ কৱিৰ দৰে অসমীয়া কৱিয়েও চুটি গীতি কৱিতা ৰচনা কৰি তাৰ মাধ্যমেৰে অনুভূতিৰ তীব্ৰতা বঢ়াই ব্যক্তিগত অভিজ্ঞতা বৰ্ণনা কৰিছে –



হৃদয়ৰ মন্দিৰত লুকুৱা প্ৰতিমা
ভাষা নাই কিৰূপে বুজাওঁ।
আগন্তুক সহস্ৰ চকুৰ অনুৰোধ,
শক্তি নাই কিৰূপে এৰাওঁ।
'প্ৰতিমা' 'প্ৰতিমা' ৰৱে ব্যাকুল কৰিলে,
চাব খোজে হিয়াৰ বিকাশ।
কুচি মুচি আগুৱায় দুৰ্ব্বল হৃদয়
দিবলৈ এফেৰি আভাষ।
নিমাতী হিয়াৰ কিন্তু মাত পোৱা টান,
হৃদয় যে ইমান লাজুক।
সখী চিত্ৰলেখা মোৰ কল্পনা সুন্দৰী—
সন্নিধান দিয়া আহি মোক। (প্ৰতিমা)

অসমীয়া কৱিতা-জগতত এই সুৰ তেনেই নতুন। ইয়াৰ আগৰ পৰম্পৰা বিচাৰিলে, বৈষ্ণৱ যুগৰ ধৰ্ম্ম-প্ৰধান কৱিতালৈ যাব লাগিব। এই সুৰ পশ্চিমৰ পৰা অহা। উক্ত উদ্ধৃতিত কৱিয়ে কল্পনাৰ তীক্ষ্ণতাৰ সহায়েৰে তেওঁৰ প্ৰতিমাৰ প্ৰতি নিজ অন্তৰত থকা গভীৰ অনুভূতিৰ কথা কৈছে। তেওঁৰ "প্ৰতিমা"ও এটা কাল্পনিক প্ৰতিমাহে। ই দেৱী নে মানৱী ঠাৱৰ কৰা টান। বৰ্ণনাত ইন্দ্ৰিয় গন্ধী ভাৱ থাকিলেও এই বৰ্ণনা উচ্চ স্তৰত সম্পাদন কৰা হৈছে। 'প্ৰতিমা'ৰ খনিকৰৰ অন্যান্য কৱিতাতো এই "ধৰো ধৰো কৰে, কিন্তু ধৰিব নোৱাৰি" (impalpable) ভাৱ বৰ্ত্তমান। তেওঁৰ প্ৰতিমা সময় বিশেষত বুদ্ধিৰ সৌন্দৰ্য্য (intellectual) হৈ নপৰাকৈয়ো থকা নাই। ইংৰাজ কৱি শ্বেলীৰ কৱিতাত এই ভাৱ প্ৰায়ে পোৱা যায়। আমাৰ কৱিয়েও কৈছে—

ফুটো ফুটো কৰি কেনে হুমলী কলিটি
সামৰি আধেক মেলি আধেক প্ৰাণটি,

খন্তেক লুকাই, পুনু ভুমুকণি মাৰি,
লাজ ধেমালিৰ আঁৰে ছোৱালী কিশোৰী।
মিচিকি হাঁহিৰে ছুটি নিৰুদ্দেশ ভাৱ,
প্ৰেমৰ আহ্বান মন্ত্ৰে ওলাওঁ ওলাওঁ—
ওলাই আহিব খোজে নাচি উলাহেৰে
হৃদয়ৰ বান্ধ খাই বাহুলতা মেৰে—
বিলাই সবল প্ৰাণ সমনীয়া মাজে
খলকনি মাৰি হাঁহি ছয়া ময়া সাজে। (কিশোৰী)

ওপৰৰ উদ্ধৃতিত অসমীয়া কৱিয়ে কৱিতাৰ সহায়েৰে সৰল কিশোৰীৰ পবিত্ৰ "লাজ-শান্ত উত্ৰাৱল নব।ন হৃদয়ত" উদিত হোৱা মধুৰ প্ৰভাৱ অঙ্কিত কৰিছে। 'শান্তি' নামৰ কৱিতাত আমাৰ কৱিয়ে প্ৰেমৰ অমৰত্ব ঘোষণা কৰিছে। দুয়োটা লক্ষণেই ৰোমাণ্টিক-কৱিতাৰ লক্ষণ :—

প্ৰেমৰ আগত কিবা দুখ
কিবা মৃত্যু?— প্ৰেম মৃত্যুঞ্জয়ী।
ৰোগ শোক তাপ অভিমান
মানুহৰ মনৰ জঞ্জাল
জঞ্জালতে আত্ম বলিদান
—নোহে ইটো পৰমাৰ্থ জ্ঞান।
যি প্ৰেমেই তোমাৰ সম্বল।
সেয়ে স্পৰ্শ মণি সংসাৰৰ॥ (শান্তি)

কিন্তু লক্ষ্য কৰিবলগীয়া কথা এই যে অসমীয়া কৱিৰ প্ৰকাশ ভঙ্গীত কোনো বিদেশী ভঙ্গিমা নাই। অতি অধুনাকালৰ কিছুমান অসমীয়া কৱিতাৰ বিষয়ে এনে দাবী কৰিব নোৱাৰি।

কিছুমান একক পংক্তিত ইংৰাজ কৱি কেইজনমান অতি প্ৰখ্যাত। কৱি কীট্‌ছৰ এনে পংক্তি কিছুমান আছে—



A thing of beauty is a joy for ever. Beauty is truth, truth beauty, That is all ye know on earth, And all ye need to know. আগৰৱালাৰ "সত্য তুমি শিৱ তুমি অসীম সুন্দৰ" আৰু সৌন্দৰ্য্য নামৰ কৱিতাত আমাৰ কৱিয়েও অনুৰূপ ভাৱ অনুৰূপ ভাষাত প্ৰকাশ কৰিছেঃ—

সুন্দৰৰো সুন্দৰ ই দুদিনীয়া দেশ
যতনৰ আনন্দৰ গুৰনি আৱেশ।
জ্ঞানময় প্ৰেমময় প্ৰাণৰ ঈশ্বৰ,
সত্য তুমি শিৱ তুমি অসীম সুন্দৰ।

আৰৌ,

সুন্দৰৰ আৰাধনা জীৱনৰ খেল!
অভিনয় অন্তে ঘোৰ কাল যবনিকা। (সৌন্দৰ্য্য)

সৌন্দৰ্য্যৰ পিচত উন্মত্তৰদৰে ঘূৰিফুৰোঁতে কৱিৰ প্ৰাণৰ আকাঙ্ক্ষা বহুমুখী হ'ল। সেয়ে তেওঁ আক্ষেপ কৰিছে—

"কৰ্ত্তব্যৰ ঋণ দেখো নপৰে মনত।"

কৰ্ত্তব্যৰ বিষয়ে আমাৰ কৱিয়ে "কৰ্ম্মদেৱ" নামৰ অন্য এটি চুটি কৱিতা লিখিছে। তাত তেওঁ কৰ্ত্তব্যৰ ওচৰত নিজৰ নতুন সংকল্পৰ কথা ঘোষণা কৰিছে :—

কি ভয় মৰণে-ৰণে নাই, ভয় নাই,
কৰ্ত্তব্য মুকুট শিৰে পিন্ধালে গোসাঁই।
পুণ্যময় তেজকণ উঠক উছাহি—
তেজঃ পুঞ্জে প্লাবিত কৰোক শৰৰাশি।
শক্তিৰ মন্ত্ৰেৰে আৰাধিলো ইষ্টদেৱ,
শক্তিৰ সন্তান মই নোহো আৰু কেওঁ। (কৰ্ম্মদেৱ)

ইংৰাজ কৱি ৱৰ্দছৱৰ্থেও Ode to Duty নামৰ কৱিতাত এদিন আক্ষেপ কৰি কৈছিল—

Steer Daughter or the Voice of God!
O. Duty,......................
Me, this unchartered freedom tires;
............Awful Power!
I call thee: I myself commend
Unto thy guidance from this hour;
O let my weakness have an end!
Give unto me, made lowly wise,
The Spirit of self Sacrifice;
The confidence of reason give;
And in the light of Truth, Thy bondman let me live.

(Ode to Duty)

অসমীয়া কৱিৰ "ফুলা সৰিয়হ ডৰা" নামৰ কৱিতাটিয়ে উক্ত ইংৰাজকৱিৰ Daffodils ডেফোডিল্‌ছ্‌ নামৰ কৱিতাৰ কথা মনত পেলাই দিয়ে—

দিয়া মোক এৰি চাওঁগৈ ঘূৰি
ফুলা সৰিয়হ ডৰা।
সেয়ে আজিলৈকে থৈছে মোক মুহি
পখিলা পাখিৰে ভৰা।
তাহানিৰ সেই সপোন দিনৰ
লৰালি কালৰে পৰা।

এই কেইফাঁকি কৱিতাই ৱৰ্দছৱৰ্থৰ অন্য এটি কৱিতাৰ কথা কেইশাৰীমান মনত পেলাই দিয়ে—

And I can listen to thee Yet
Can lie upon the plain
And listen till I do beget
That golden time again. (To the cukoo)



ফৰাচী বিপ্লৱৰ প্ৰভাৱত ইংৰাজ কৱিসকলে মানুহৰ মৰ্য্যাদাৰ বিষয়ে কৱিতা লিখিছিল। ৱৰ্দছৱৰ্থ, বাইৰণ, শ্বেলী, বাৰ্ণছ্‌—এওঁলোকৰ কৱিতাত মানুহৰ মানুহ হিচাবে মৰ্য্যাদা দাবী কৰি কথা লিখা হৈছে। আগৰৱালাৰ কৱিতাত পোৱা যায়—

হে প্ৰাণৰ বীণ, যি দেখিলোঁ আৰু
কবলৈ লাগিছে বেয়া
দুখীয়াৰ দুখ দুৰ্ব্বলীৰ শাস্তি
দেখি ফাটি যায় হিয়া।
দেখিলোঁ কেনেনো নৱ সমাজত
বিষম জঞ্জাল হায়
মানুহে মানুহে পৰতকৈ পৰ
এফেৰি মৰমো নাই। (বীণ বৰাগী (২))

কিন্তু কৱিয়ে ঘোষণা কৰিছে—

মানবী জনম দিয়া উটুৱাই
মানবী কৰম সোঁতে,
মানুহৰ মৰম বুজিবা মানুহে
—ধৰম যে মৰততে।
মানুহেই লগ মানুহেই সঙ্গ
মানুহেই পৰাৎপৰ
এই যে পৃথিবী স্বৰ্গতো অধিক
মানুহৰ নিজাপী ঘৰ।
মানুহেই দেৱ, মানুহেই সেৱ
মানুহ বিনে নাই কেৱ।
কৰোঁ কৰোঁ পূজা— পাদ্য অৰ্ঘ্য লই
জয় জয় মানৱ দেৱ।

এই মানৱ বন্দনা বৈষ্ণৱ কৱিৰ বন্দনা নহয়। ইংৰাজ কৱিসকল আৰু আমাৰ কৱিৰ কৱিতাত মাত্ৰাস্থাপনৰ পাৰ্থক্যও

লক্ষ্য কৰিবলগীয়া। শিল্প বিপ্লৱৰ কুফল অসমত তেতিয়াও ফলা নাই। গতিকে তাৰ প্ৰতিবিম্ব অসমীয়া কবিতাত নাই। কিন্তু কবিতাটোৰ সুৰ আধুনিক।

ইংৰাজ কবিসকলৰ দৰে সেই সময়ৰ অসমীয়া কবিসকলেও প্ৰকৃতিৰ উপকথা (Nature Myth) ৰচনা কৰি কবিতা লিখিছিল। আগৰৱালাৰ "বনকুঁৱৰী" আৰু "জোনাকী" নামৰ কবিতাত এনে প্ৰাকৃতিক উপকথা বা 'সাধু' ৰচনা কৰা হৈছে। এই উপকথা সম্পৰ্কত অসমীয়া কবিয়ে কিছুমান অমৰ সৌন্দৰ্য্য খোদিত কৰিছে—

নিজম দুপৰীয়া শুহুৰীটি মাৰি
মাতিলেনো কোনে কাক?
বিজন বনত কোন ক'ত আছে?
হালিছে গছৰ আগ।
গহীন গছত বতাহৰ ছাটি—
পাতকঁপে 'থৰ্ থৰ্'।
হাবিৰ মাজৰ পৰা কোনে নো বা
মাতি উঠে 'মৰ্ মৰ্'
নিচুক লতিকা গছক সাৱটি—
প্ৰতি অঙ্গে চুমা চুমি।
পাতৰ আঁৰত থাকি কপৌটিয়ে
কিবা কৰে জুমা জুমি। ("বনকুঁৱৰী")

* * * *

নীল আকাশত বগলি পাখিৰে
মেঘহে নামিছে ধীৰে
কুঁৱলী বিয়পা স্বৰগৰ দৃশ্য
ছয়া ময়া গিৰি শিৰে।

উদ্ধৃত শাৰী কেইটিৰ ছন্দও ইংৰাজ কবিৰ **Ballad metre**, বনগীতিৰ ছন্দৰ দৰে।



ইংৰাজ কবি কলেৰিজ আৰু কীট্‌ছে পুৰণি আখ্যান আৰু পৰী সাধুক কেন্দ্ৰ কৰি কল্পনাৰ ৰহণেৰে সেইবোৰক নতুনকৈ বোল দি আৰ্টৰ ৰাজ্য ৰচনা কৰিছিল। ক্ৰিষ্টাবেল, "লামিয়া", "ইভ অব চেণ্ট এগ্নিছ" আদি কবিতা এই জাতীয়। এই কবিতাবিলাকত এটা অতি-প্ৰাকৃত পটভূমি পোৱা যায়। চন্দ্ৰকুমাৰৰ "তেজীমলা" কবিতাতো এনে প্ৰচেষ্টা সফলভাৱে কৰা হৈছে। অৱশ্যে অসমীয়া কবিতাটো অপেক্ষাকৃতভাৱে চুটি। "প্ৰপঞ্চ"নামৰ কবিতাত বেলি, বৰুণ, দিন, ৰাতি, আৰু ৰামধেনুৰ সাতোটা ৰঙৰ কথোপকথনেৰে প্ৰাকৃতিক বৰ্ণনা আৰু ঋতুসাৰ দিয়া হৈছে। ইংৰাজী কবিতাত বিভিন্ন ঋতু, চৰাই চিৰিকতিৰ গীত-মাত, গছ-লতা-ফুল-পাত—ইত্যাদিৰ বৰ্ণনা বহুলভাৱে পোৱা যায়। স্পেঞ্চাৰ, টমছন, কীট্‌ছ্ আদিৰ ঋতু বৰ্ণনা বিশেষভাৱে প্ৰখ্যাত। প্ৰপঞ্চ, আৰু বনকুঁৱৰী আদি কবিতাত এনে চেষ্টা দেখা পোৱা যায়। বীণবৰাগী নামৰ দীঘলীয়া কবিতাত এজন বৰাগীয়ে (Minstrel) বীণ বাই বাই দেশ-বিদেশে সুখ বিচাৰি ঘূৰি ফুৰিছে। তেওঁ নৱ সমাজত থকা বিৰাট অসাম্য আৰু নিষ্ঠুৰতা দেখি ব্যথিত হ'ল। মানুহে মানুহৰ তেজ শুহি খায়। পৃথিৱীয়ে সৰগী বস্তুৰ মোল নুবুজে। এই অৱস্থাৰ পৰিবৰ্ত্তন লাগে। ইংৰাজ কবি শ্বেলীয়ে এদিন মানৱ জাতিৰ নৱ জাগৰণ আনিবলৈ বুলি প্ৰৱল প্ৰতাপী পচোৱা বতাহৰ ওচৰত শক্তিভিক্ষা কৰি Ode to west wind কবিতা লিখিছিল। পচোৱা বতাহৰ দৰে দুৰ্ব্বাৰ শক্তি থকাহেঁতেন তাৰ সহায়ত কবিয়ে মানৱ জাতিক দুৰ্গতি নৰকৰ পৰা উত্তোলন কৰিলেহেঁতেন। আমাৰ অসমীয়া কবিয়েও শক্তি থকাহেঁতেন নৱ সমাজত বিৰাজমান হৈ থকা বহুতো অন্যায় আপদৰ প্ৰতিকাৰ কৰিলেহেঁতেন—

আঙুলি বুলাব জনা হলে আজি
পেলালোহেঁতেন টানি—

হিমালয় চূড়া বুৰালেঁহেঁতেন
উছালি কলীয়া পানী
আকাশৰ তৰা নমালোহেঁতেন
থপিয়াই লাখে লাখে
জোন বেলি গ্ৰহ পেলালেঁহেঁতেন
দলিয়াই জাকে জাকে।
পাপৰ মজিয়া নিয়ালেঁহেঁতেন
অঠাই সাগৰ তল
ব্ৰহ্মাণ্ডৰ চিন থাকিলহেঁতেন
মাথো সমুদ্ৰৰ জল।
মান অপমান ঢৌৰাই যাওঁক
পৃথিৱীৰ পৰা গুচি
নতুন সৃষ্টিৰ অৰুণ কিৰণে
কৰোক সকলো শুচি (বীণ বৰাগী (২))

শ্বেলীৰ দৰে অসমীয়া কবিৰো অসন্তৰৰ লগত সমৰ আহ্বান দিয়াৰ চপল আস্পৰ্দ্ধা পৰিলক্ষিত হয়। শ্বেলীৰ চিন্তাৰ দৰে অসমীয়া কবিৰ কল্পনাতো গৰিমা আছে। অলপ উচ্চস্তৰৰ উপলব্ধিত বৰাগীয়ে বিশ্বব্ৰহ্মাণ্ড খন নিজৰ উপলব্ধিৰ প্ৰতিবিম্ব বুলিও ঠাৱৰ কৰিছে—

মোৰেই জগতখন মোকেই মাতিছে।
গৃহস্থলৈ আলহীৰ আসন পাতিছে॥
মোৰেই বচন হৰি মোকে আদৰিছে।
চিৰ চিনাকিৰে নকৈ চিনাকি পাতিছে॥
* * * *
মোৰ দাপোণতে মোৰ মুখ দেখুৱায়।
মোৰ মুখাকেই পিন্ধি সুন্দৰ বোলায়॥
মোৰেই সেন্দুৰ তেল মোৰ মূৰতে ঘঁহে।
মোৰ পৰা ধাৰে নিয়া ৰূপেই মোক মোহে॥
(বীণবৰাগী (৪))



ইংৰাজ কবি কলেৰিজে ডিজেক্‌ছন (Dejection) নামৰ কবিতা এটিত ঠিক একে মতকে পোষণ কৰা দেখা যায়। তেওঁৰ মতে আমি বাহিৰৰ বস্তুত যি সৌন্দৰ্য্য দেখো সি প্ৰকৃততে আমাৰ মনৰ ভিতৰত থকা সৌন্দৰ্য্যহে—সি যেনিবা-বাহ্য বস্তুত প্ৰক্ষিপ্ত হৈ তাক আমাৰ মনত ধুনীয়া কৰি তোলে :—

"O Lady! we receive but what we give,
And in our life alone does Nature live;
.........................
Ah from the soul itself must issue forth
A light, a glory, a fair luminous cloud
Enveloping the Earth—
And from the soul itself must there be sent
A sweet and potent Voice, of its own birth,
Of all sweet sounds the life and the element.
..................................
We in ourselves rejoice.

ইংৰাজ কবি কলেৰিজৰমতে,

Ours is the beauty making power.

অসমীয়া কবি চন্দ্ৰকুমাৰে কৈছে—

"প্ৰাণতে আছে প্ৰাণৰ সম্বল"। মানুহে ভ্ৰান্তি বশতঃ ইয়াক দূৰত বিচাৰি হাবাথুৰি খাই ফুৰে। সেয়ে বৰাগীয়ে ঈশ্বৰক প্ৰাৰ্থনা কৰি কৈছে "দিয়া মতি অন্তৰ্মুখী"। ইংৰাজী ৰোমাণ্টিক কবিতাটো অন্তৰ্দৃষ্টি (introspection) ৰ ওপৰত গুৰুত্ব আৰোপ কৰা আছে। অসমীয়া কবিয়ে গাইছে—

সুষুপ্ত আত্মাৰ সূক্ষ্ম শকতি
জগাই মাথোন তোলা।
আত্মাৰ বলেৰে বলীয়ান হই
বিজুলী সঞ্চাৰে দোলা॥
জড় জগতৰ চেতন নিয়ন্তা
ৰথৰ সাৰথি তুমি।
তোমাৰ আদেশ অপেক্ষাত আছে
শিৰেৰে নমিহে ভূমি। (বীণবৰাগী)

ৱৰ্দ্‌ছৱৰ্থৰ কৱিতাটো এইদৰে এটা সাৰ্ব্বজনীন চেতনাশক্তিৰ ইঙ্গিতত এই বিশ্বব্ৰহ্মাণ্ড পৰিচালিত হোৱাৰ কথা আছে—

And I have felt
A presence that disturbs me with the joy
Of elevated thoughts; a sense sublime
Of something far more deeply interpesed,
A motion and a spirit that impels
All thinking things, all objects of all thought,
And rolls through all things.
(——Tintern Abbey)

ইংৰাজী কৱিতাৰ দৰে অসমীয়া কৱিতাটো চৰম ব্যক্তিবাদৰ প্ৰৱৰ্ত্তন কৰা হৈছে। ক্ষুদ্ৰ ব্যক্তিৰ একক জীৱনত বিশাল বিশ্বৰ বহুল জীৱনৰ প্ৰতিবিম্ব ফুটাই তুলিবৰ প্ৰয়াস আছে—

বীণ বৰাগীৰ আশা, যেন,

"মোৰেই মুখেদি মানৱ প্ৰাণৰ
ফুটক আকুল মাত।"

অকল সৌন্দৰ্য্য বৰ্ণনাৰ নিমিত্তে "মাধুৰী" নামৰ কৱিতাটি তেনেই বিশিষ্ট :—



ফুটেঁ। নে নুফুটেঁ কৈ
কুমলীয়া কলিটি—
ওঁঠত লাজেৰে বৈ
মিচিকীয়া হাঁহিটি।
সামৰি পাহৰি গৈ—
মেলি আধা প্ৰাণটি।
উদঙাই ঢাকি থৈ
উঠি অহা বুকুটি।

* * *

চাওঁনে নেচাওঁকৈ
মৰমৰ দেহিটি,
দেৱী নে মানৱী ঐ
মাধুৰীৰ ছবিটি।

ইংৰাজ ৰোমান্টিক কৱিসকলৰ কৱিতাত মাজে সময়ে বিষাদৰ বিষয়ে কৱিতা পোৱা যায়। শ্বেলীৰ বেলিকাতো বিষাদটো এটা বিলাসৰ বিষয় স্বৰূপহে পৰে। আগৰৱালাৰ "অকলশৰীয়া" নামৰ চতুৰ্দ্দশপদী কৱিতাটো এই জাতীয়।

অকলই উৰি ফুৰে প্ৰাণৰ পখীটি
কল্পনা-বিহাৰী নিৰঞ্জন আকাশেদি।
বিশাল ব্ৰহ্মাণ্ড তাৰ চকুৰ আগত
অনন্ত শূন্যৰ ৰাজ্য জুৰি ওপৰত।
শান্ত পৰ্ব্বতৰ টিং, অৰণ্য, সাগৰ
প্ৰকৃতিৰ হিয়া যেন বৈৰাগ্য আধাৰ।
মানুহৰো ৰাজ্য পৰে চকুত অশেষ,
কোলা হল পূৰ্ণ কিন্তু নিমগ্ন সিদেশ।
প্ৰাণ পখী উটি যায় শূন্য ৰহস্যত
লগ হেৰুৱাই মেঘ আকাশ মাজত।
উদাস হৃদয় তাৰ অকলে আকুল,
প্ৰাণৰ প্ৰাণত বাজে বিষাদৰ সুৰ।

জনপূৰ্ণ নিৰ্জ্জনত কতা লগৰীয়া ?
বিশ্ব সংসাৰত হায় অকলশৰীয়া ।

উক্ত কৱিতাত "উদাস হৃদয়" আদি বৰ্ণনাই কলেৰিজৰ Dejection নামৰ কৱিতাত থকা অনুৰূপ বৰ্ণনা মনত পেলাই দিয়ে। কলেৰিজে তেওঁৰ কৱিতাত মনৰ তেনে অৱস্থাক heartless mood বুলি অভিহিত কৰিছে। অসমীয়া কৱিতাটি চতুৰ্দ্দশপদী কৱিতাৰ এটা নিদৰ্শন। আগৰৱালাৰ বেছিভাগ কৱিতাই চুটি। তাৰ ভিতৰত চতুৰ্দ্দশ পদী কৱিতাই সৰহ — "সন্ধিয়া" "চিৰলগৰীয়া" "অতৃপ্তি" আদিবোৰ এই জাতীয়। দুই এটা কৱিতাত স্মৰণ্যে চৈধ্য শাৰীতকৈ দুই এক শাৰী বেচি আছে। ইংৰাজীতো চনেটৰ এনে ব্যতিক্ৰম আছে। তেনে চনেটক tailed sonnet ( নেজযুক্ত চনেট ) বোলা হয়। অসমীয়া চতুৰ্দ্দশ-পদী কৱিতা ইংৰাজীৰ আৰ্হিৰে যে ৰচনা কৰা তাত সন্দেহ নাই।

---

# চন্দ্ৰকুমাৰ আগৰৱালাৰ কৱিতা আৰু তাৰ মানবীয় আবেদন

—ত্ৰৈলোক্যনাথ গোস্বামী

গীতি-কৱিতা ৰচক হিচাবে চন্দ্ৰকুমাৰ আগৰৱালাৰ প্ৰসিদ্ধি। "প্ৰতিমাখন সৰু কিন্তু নিভাঁজ সোণৰ" বুলি কৰা বেজবৰুৱাৰ উক্তি এজন সমকালীন লেখকৰ আন্তৰিক স্বীকৃতি। বেন জনছনে তেওঁৰ সমসাময়িক লেখক শ্বেকস্‌পীয়াৰ সম্বন্ধে মত প্ৰকাশ কৰিছিল যে তেওঁ এটা যুগৰ নহয় কিন্তু চিৰকালৰ। বেন জনছনৰ দৰে বেজবৰুৱাৰ উক্তিও তাৎপৰ্য্যপূৰ্ণ। গীতি-কৱিতাৰ প্ৰথম ৰচক কৱি আগৰৱালা নহয়। তেওঁৰ আগতে আধুনিক অসমীয়া সাহিত্যত ভোলানাথ দাসে এনে কৱিতা ৰচনা কৰিছে। বৈষ্ণৱ সাহিত্যৰ অভ্যুদয় যুগতো গীতি-কৱিতাৰ সদৃশ কৱিতা ৰচিত হৈছিল। বৰগীতবোৰৰ গীতি-ধৰ্ম্মিতা আৰু মন্ময়তা স্বীকাৰ্য্য। গীতি কৱিতাৰ ভালেমান লক্ষণ বৰগীতবোৰত আছে। কিন্তু এইবোৰৰ মাজেদি প্ৰকাশিত হৈছে এটা আধ্যাত্মিক আদৰ্শ আৰু ৰচকৰ বিনয়াবনত দাস্যভাৱ। শ্ৰীকৃষ্ণৰ খেল-ধেমালি, ছলনা-চাতুৰী প্ৰকাশৰ মাজত লেখকে লাভ কৰিছে ভক্তৰ আনন্দ আৰু তত্ত্ব-জ্ঞানৰ উৎস। লৌকিক দৃষ্টিভঙ্গী আগত ৰাখি লেখক-সকল অনেক ক্ষেত্ৰত আগবাঢ়ি গৈছে সঁচা কিন্তু শ্ৰীকৃষ্ণৰ ঐশ্বৰিক শক্তিৰ আগত তেওঁলোক সদায় অবনত, বিনম্ৰ। এই শ্ৰেণীৰ কৱিতাৰ মাজেদি মন্ময়তা, সাংগীতিক মাধুৰ্য্য আৰু লেখকৰ দৃষ্টিভঙ্গীৰ ঐক্য পৰিলক্ষিত হলেও বিংশ শতিকাৰ প্ৰাৰম্ভতে অসমীয়া সাহিত্যত যি গীতিকৱিতাৰ

জন্ম হল তাৰ বিশেষত্ব বিচাৰি পোৱা সহজ। বিংশ শতিকাৰ প্ৰথমাৰ্দ্ধত ৰচিত গীতি-কৱিতাসমূহ পশ্চিমীয়া প্ৰভাৱেৰে পুষ্ট। লৌকিক বিষয় বস্তুৰ অৱলম্বনত এইবোৰৰ জন্ম। ঠায়ে ঠায়ে পৰমাৰ্থিক তত্ত্বৰ প্ৰভাৱো এইবোৰৰ ওপৰত পৰিছে। তথাপি লৌকিকতা সম্পূৰ্ণৰূপে বিসৰ্জন দিয়াৰ অভিপ্ৰায় কৱিসকলৰ নাই। সহজ সৰল ঘৰুৱা বাক্য-ৰীতিৰ মাজত সাংগীতিক মাধুৰ্য্য আবিষ্কাৰ কৰাৰ চেষ্টা এইসকল কৱিয়ে কৰিছে। এক গতানুগতিক প্ৰকাশ-ৰীতি আৰু উপমাদি অলঙ্কাৰ প্ৰয়োগৰ পৰিবৰ্ত্তে নতুন দিক্‌দৰ্শন বিচৰা আৰু স্বতন্ত্ৰ কাব্য-ৰীতি গঢ়ি তোলাৰ প্ৰচেষ্টা এই যুগৰ কৱিসকলৰ বিশেষত্ব। চন্দ্ৰকুমাৰ আগৰৱালা এওঁলোকৰ ভিতৰত অন্যতম আৰু কোনো কোনো ক্ষেত্ৰত অগ্ৰণী।

চন্দ্ৰকুমাৰ আগৰৱালাৰদ্বাৰা ৰচিত কৱিতাৰ সংখ্যা সৰহ নহয়। কিন্তু এই তাকৰীয়া কৱিতাৰ মাজেদিয়ে কৱিৰ ভাব-গধুৰ মনৰ প্ৰকাশ চকুত পৰে। লোকগীতিৰ দৰে সৰল আৰু অনেক ক্ষেত্ৰত পোনপটীয়া বাক্য-ৰীতিয়ে আগৰৱালাৰ কৱিতাবোৰত নতুন ৰহণ সানিছে। তেওঁৰ আগতে কোনো কৱিয়ে সৰল বাক্‌ভঙ্গীৰ সহায়ত গভীৰ অৰ্থ পৰিস্ফুট কৰাৰ আদৰ্শ চকুৰ আগত ৰখাৰ চিন পোৱা নাযায়। তেওঁ যি কেইটা ৰোমাণ্টিক কৱিতা লিখিছে সেই কেইটাৰ মাজতো আছে সৰল প্ৰকাশভঙ্গী কিন্তু ৰহস্য ঘন পৰিবেশ আৰু বিস্ময়াকুল কৱি মনৰ সন্তৰ্পণ বিচৰণ। বনকুঁৱৰী কৱিতাৰ মাজত থকা প্ৰকৃতি বৰ্ণনা চিত্ৰ-প্ৰধান, অৰ্থ ব্যঞ্জক আৰু অলৌকিক অস্পষ্টতাৰ মাধুৰ্য্যেৰে পূৰ্ণ। সংসাৰৰ দুখ দুৰ্গতি, অভাৱ, অভিযোগ আদি নানান আহুকালৰ তাড়নাত জৰ্জ্জৰিত কৱিয়ে কেতিয়াবা কেতিয়াবা শান্তিৰ সুষমা বিচাৰে নিৰ্জ্জন অৰণ্যৰ সৌন্দৰ্য্যৰ মাজত, কুলি-কেতেকীৰ মৌ-মিঠা মাতত নাইবা শিলৰ ওপৰেদি কুলু কুলু ৰবে বাগৰি যোৱা জুৰিটিৰ গতিত। মানুহ-মানুহৰ



মাজত মৰম প্ৰীতিৰ অভাৱেই হল তেজীমলাৰ দুখৰ কাৰণ। তথাপি আজলী তেজীমলাই পাৰিজাত হৈ মৰম বেথাৰে মলয়া বায়ুৰে সৈতে মিতিৰালি পাতিলে, সোণ-ৰূপৰ ৰঙৰ মাছ তাইৰ ঘৰ পোহনীয়া হল—এক কথাত তাই আটাইকে আপোন কৰিলে। নৈৰ দাঁতিত ফুলি থকা তেজীমলাৰ মানবী হৃদয়ে দেখিবলৈ পালে উজাই অহা এখনি নাও। তাইৰ অন্তৰত এটা অভূত পূৰ্ব্ব শিহৰণ জাগিল। নাওৰ ওপৰত আছে তাইৰে কুমাৰী হৃদয়ৰ সপোন-দেৱতা। খন্তেকৰ বাবে হয়তো তাইৰ অন্তৰলৈ আহিল হৃদয়-দৌৰ্ব্বল্য। কিন্তু যেতিয়া নাৱৰীয়াই ফুল ছিঙিবলৈ হাত মেলিলে তেতিয়া তাই চিঞৰি উঠিল—

"হাতো নেমেলিবি ফুলো নিছিঙিবি  
কৰে নাৱৰীয়া তই?  
মানুহে ফুলৰ কি জানে আদৰ  
তেজীমলাহে মই।"

তেজীমলা সম্বন্ধে প্ৰচলিত কিম্বদন্তীৰ সহায়ত আগৰৱালাই এই কৱিতাটি ৰচনা কৰিলেও কৱিৰ দৃষ্টিভঙ্গীত কিম্বদন্তীৰ ৰূপ সলনি হৈ গল। নৈৰ পাৰত ফুলি থকা পাৰিজাতে মানৱ অন্তৰৰ দ্বন্দ্বকে প্ৰকাশিত কৰিলে। প্ৰেম-বিৰহৰ সান্ত্বনা-সন্তাপ মিলিত হৈ তেজীমলাৰ জীৱনলৈ আনিলে এটা নতুন জেউতি। মানুহৰ প্ৰেম-প্ৰীতিৰপৰা বঞ্চিতা তেজীমলাই সকলো হেৰুৱাই পেলোৱা নাই। নীৰৱ প্ৰকৃতিৰ লগত তাইৰ নিবিড় আত্মীয়তা গঢ়ি উঠিছে। কৱিৰ চকুত এই আত্মীয়তাৰ মাজত আছে নিস্বাৰ্থ প্ৰেম। এই প্ৰেম দিয়া-পোৱাৰ হিচাবৰ ওপৰত। কিন্তু এক অনাবিল আনন্দৰ অধিকাৰিণী হৈয়ো তেজীমলাৰ মানবী হৃদয় খন্তেকৰ বাবে চঞ্চলিত হৈ উঠিছে, আশা-মৰীচিকাই তাইক সোণৰ হৰিণ দেখুৱাইছে। প্ৰেমাস্পদৰ ওচৰত আত্ম-সমৰ্পণৰ আকাঙ্ক্ষা জাগি উঠাৰ লগে লগে তাই আত্ম-প্ৰকাশ কৰিছে আৰু

চিঞৰি কৈছে মানুহে প্ৰকৃতিৰ মোল নুবুজে, নাজানে মানুহৰ প্ৰতি মৰম, দয়া দেখুৱাবলৈ। মাহীমাকৰ দাৰুণ নিৰ্য্যাতনৰ অঙ্কুশে যেন তেতিয়াও তাইক থকাসৰকাকৈ বিন্ধি আছে। তাইৰ আত্ম-প্ৰকাশৰ মাজত আত্ম-নিবেদনৰ ইঙ্গিত স্পষ্ট নহয়। আত্ম-প্ৰকাশ কৰাৰ আগতে "কেলেই লাগিছে মানুহৰ লগ" বুলি ভাবি যেন তাই নিজকে সংযত কৰিছে। প্ৰকৃতিৰ বুকুত এজুপি পাৰিজাত হৈ তাই যি নিস্বাৰ্থ প্ৰেম-প্ৰীতিৰ ডোলত বান্ধ খাই আছে তাৰপৰা ওলাই আহি মানুহৰ স্বাৰ্থ-জড়িত বাহু-বন্ধনত সোমাই পৰাৰ আগ্ৰহৰ পাছে পাছে যেন বৈ আছে এটা সংশয়ৰ আতঙ্ক। সেই বাবে তাই সকিয়াই দিছে যে মানুহে ফুলৰ আদৰ নাজানে। হৃদয়হীন, স্বাৰ্থপৰ মানৱ সমাজলৈ ঘূৰি অহাৰ ভয়ত তাই যেন প্ৰাণৰ দেৱতাকো প্ৰত্যাখ্যান কৰি এটা নিৰাময় শান্তিপূৰ্ণ জীৱনৰ আদৰ্শৰ পাছত লৰিব খুজিছে। গতিকে মানবী ৰূপ গ্ৰহণ কৰি প্ৰাণৰ দেৱতাৰ লগত সংসাৰলৈ ঘূৰি অহা কথা প্ৰাচীন সাধুৰ মাজত থাকিলেও আগৰৱালাৰ কৱিতাত তাৰ ব্যঞ্জনা স্পষ্ট হোৱা নাই। কৱিতাটোৰ শেষাংশ কিছু পৰিমাণে অস্পষ্ট কিন্তু ইঙ্গিতপূৰ্ণ। এনে ইঙ্গিতপূৰ্ণ বাক্যেৰেই আগৰৱালাদেৱে কেইবাটাও কৱিতাৰ সামৰণি মাৰিছে। শব্দ-গাঠনি আৰু বৰ্ণনাৰ ক্ষেত্ৰত কৱি আগৰৱালাই দেখুৱা সংযমৰ মাজে মাজে অস্পষ্টতাই ভুমুকি মাৰিছে সঁচা কিন্তু সৰহ ক্ষেত্ৰতে দ্যোতিত অৰ্থ-সন্ধানৰ পথো সুগম হৈ আছে। তেওঁৰ কৱিতাৰ মাজত থকা ভাৱ-ঘন আৰু ৰস-ঘন চিত্ৰৰ সংযোগ সেই যুগৰ ভালেমান কৱিতাতে বিচাৰি পোৱা নাযায়।

তেজীমলাৰ মাজত থকা মানবীয় কাৰ্য্যৰ পৰ্য্যালোচনা প্ৰতিমাত সন্নিবিষ্ট কেইবাটাও কৱিতাৰ মাজত প্ৰকাশিত হৈছে। ৰোমাণ্টিক আদৰ্শেৰে অনুপ্ৰাণিত কৰি আগৰৱালাই এহাতে যেনেকৈ মানুহৰ মহত্ত্ব আৰু মানুহৰ প্ৰতি দেখুৱা



মৰম বেথাত অভিভূত হৈ পৰিছে আন হাতে তেনেকৈ মানুহৰ মাজত থকা ঈৰ্ষা, অসূয়াৰ ওপৰলৈ উঠি উচ্চ-নীচৰ মাজত থকা বিৰাট প্ৰাচীৰ ভাঙি ছিঙি গুৰি কৰাৰ আকাঙ্ক্ষাও পোষণ কৰিছে। সংসাৰত ধনী-দৰিদ্ৰ, উচ্চ-নীচৰ পাৰ্থক্য আছে তথাপি সাংসাৰিক জীৱন মিছা নহয় আৰু সংসাৰখনো উপেক্ষা কৰিবলগীয়া বস্তু নহয়। প্ৰাণ-সাগৰৰ এটা বিন্দু হল মানৱ-জীৱন আৰু কাৰ্য্যৰ তৰঙ্গময় সিন্ধু হল মহান সংসাৰ। দাৰ্শনিকৰ চকুত সংসাৰ দুদিনীয়া হব পাৰে। আগৰৱালাই তাক অস্বীকাৰ নকৰে কিন্তু তেওঁৰ চকুত এই সংসাৰখন কেতিয়াও কুৎসিত নহয়। ই সুন্দৰৰো সুন্দৰ। সংসাৰৰ লগত ব্যক্তি-জীৱনৰ যি সম্বন্ধ সি প্ৰাণৰ সম্বন্ধ। সংসাৰৰ বাহিৰত ব্যক্তিৰ কৰ্ম্ম-ক্ষমতা নাই, তাৰ অস্তিত্বও নাই। বিশ্ব-সংসাৰত মানৱৰ এটা নিজস্ব সত্তা আছে, মূল্য আছে। কিন্তু এই মূল্যবোধৰ চৈতন্যই কেতিয়াবা কেতিয়াবা মানুহক প্ৰতাৰিত কৰে। সি ভুল বাটে যায়। বিৰাট বিশ্ব ব্ৰহ্মাণ্ডৰ পৰা জ্ঞান আহৰণ কৰি নিজৰ গতিপথ নিৰ্ণয় কৰিব পাৰিলেই জীৱন হয় সাৰ্থক আৰু সমাজৰো হয় মঙ্গল। বিশ্ব ব্ৰহ্মাণ্ডৰ বিচিত্ৰ ৰূপ-গ্ৰহণৰ ক্ষমতা মানুহৰেই আছে। সংসাৰত হিংসা, দ্বেষ, শোষণ, নিৰ্য্যাতন, কপটতা, প্ৰবঞ্চনা, প্ৰেম-প্ৰীতি প্ৰভৃতি নানান বিচিত্ৰ ভাৱৰ প্ৰকাশ হৈ থাকে। কিন্তু ব্যক্তিয়ে যদি এই সংসাৰখন চাবলৈ শিকে তেন্তে তেওঁৰ ভ্ৰান্তি আঁতৰি পলায়।

"তুমি ভালে বিশ্ব ভাল সবাতো সুন্দৰ
বিকটালে মুখ কিন্তু বিকট বদন।"
—বিশ্ব ভাৰৱীয়া

মানুহ ক্ষুদ্ৰ জীৱ। কেই বছৰমান লৰি ঢাপৰি ফুৰি মানুহে পৃথিৱীৰ কোলাতে শেষ নিশ্বাস এৰে। তথাপি মানুহৰ অন্তৰত আছে প্ৰচুৰ সম্ভাৱনা। সম্ভাৱনাৰ বিকাশ-সাধনৰ চেষ্টাই হল সজ চেষ্টা, নিজৰ কাৰণেও, সমাজৰ

কাৰণেও। ইয়াৰ বাবে লাগে চকুৰ আগত আদৰ্শৰ বস্তি। জীৱনৰ উদ্দেশ্য কি এই প্ৰশ্নৰ সমিধান সহজে বিচাৰি পোৱা নাযায়। কি বিচাৰি মানুহ সংসাৰলৈ আহিছে তাকো মানুহে নাজানে। সংসাৰৰ জ্বালা-যন্ত্ৰণাৰ মাজতে বুৰ গৈ সি নিজকে হেৰুৱাই পেলায়। কালৰ কুটিল সোঁতে তাক বিস্মৃতিৰ ঘোৰ অন্ধকাৰৰ মাজলৈ টানি নিয়ে। কিন্তু ফলাফলৰ আশা পৰিত্যাগ কৰি মানৱ-কেন্দ্ৰিক কৰ্ম্ম আচৰণৰ সহায়ত "শক্তিৰ সন্তান" মানৱে নিজৰ অন্তৰত সুষুপ্ত হৈ থকা "পুণ্যময় তেজকণ" উজলাই তুলিব পাৰে।

"মানবী জনম দিয়া উটুৱাই
মানবী কৰম সোঁতে,
মানুহৰ মৰম বুজিবা মানুহে
ধৰম যে মৰমতে।"
—মানব-বন্দনা

সংসাৰখন বিশাল কৰ্ম্মক্ষেত্ৰ। অথচ কৰ্ত্তব্যৰ ঋণৰ কথা মানুহৰ মনত নপৰে। এটা সংশয় আৰু অবিশ্বাসৰ বশবৰ্ত্তী হৈ বিক্ষিপ্তভাবে এই সংসাৰত মানুহ ঘূৰি ফুৰে।

"উন্মত্তৰ দৰে ঘূৰোঁ ঘৰত পৰত
প্ৰাণৰ আকাঙ্ক্ষা মোৰ হল বহুমুখী
কৰ্ত্তব্যৰ ঋণ দেখোঁ নপৰে মনত?"
—সৌন্দৰ্য্য

মানবাত্মাৰ শক্তি বিক্ষিপ্ত হৈ পৰিলে স্বাভাৱিকতে কৰ্ত্তব্যৰ প্ৰতি অৱহেলা আহে। আলস্য-পৰবশ জীৱনত গতি নাই, শান্তি নাই। মিছা ভাৱনাত মগ্ন হৈ থকা দিনৰ অন্তত নিৰাশাৰ অন্ধকাৰে এলেহুৱালোকৰ মনৰ আকাশ শাওণৰ ক'লা মেঘৰ দৰে আগুৰি ধৰে। জীৱনৰ জোনাক-জেউতি নাপাই তেনে লোক হতাশ হয়। জীৱনৰ মাধুৰ্য্যৰ সোৱাদ তেওঁলোকে লাভ কৰিবলৈ অক্ষম। "লক্ষভ্ৰষ্ট নেকি জীৱনৰ দলি"ৰ দৰে সংশয়াত্মক প্ৰশ্নই তেওঁলোকক জুমুৰি দি ধৰে আৰু তেওঁলোকৰ কৰ্ম্ম-শক্তি অপহৃত কৰে। মানুহৰ প্ৰতি থকা মৰম চেনেহৰ মূল্য তেওঁলোকে নুবুজে। অসীম সম্ভাৱনাৰ অধিকাৰী মানুহেই যে সংসাৰত পূজাৰ্হ এই সত্য আলস্য-পৰবশলোকৰ মনত উদয় নহয়। কৰ্ম্মৰ যোগেদি জীৱনৰ সত্য উপলব্ধিৰ চেষ্টা নহলে নৰসমাজত শান্তিৰ প্ৰতিষ্ঠা সম্ভৱ হব নোৱাৰে। অসুখ অতৃপ্তি সংসাৰত থাকিবই। এইবোৰৰ লগত সংগ্ৰাম-ৰত হোৱাই হল মানুহৰ জীৱন। এই জীৱন মধুৰ হয় প্ৰেমৰ পৰশত, নিস্বাৰ্থ ভালপোৱাৰ মাজত। প্ৰেমৰ পৰশত অন্তৰলৈ যি প্ৰসাৰতা আহে তাৰ আগত মৃত্যুও তুচ্ছ।

"মিছা অভিমান সুখ আশা
মিছা এই উপেক্ষাৰ ৰাশি
প্ৰেমৰ আগত কিবা দুখ—
কিবা মৃত্যু— প্ৰেম মৃত্যুঞ্জয়ী।"
—শান্তি

অথচ এনে মৃত্যুঞ্জয়ী প্ৰেমৰ অভাৱ সমাজৰ সকলো স্তৰতে আছে। মানুহৰ জীৱনত অলেখ সপোন, অলেখ কল্পনাই খেলা কৰে। এই সুন্দৰ জগতখনৰ মাজৰপৰা আজুৰি উলিয়াই আনিব জানিলে সপোনেই চকুৰ আগত সত্যৰূপে প্ৰতিভাত হয়। হৃদয়-ৰাজ্যত ৰুই থোৱা আদৰ্শৰ পাৰিজাত-পুলি প্ৰেম-নিজৰাৰ পানীৰে সঞ্জীৱিত কৰিব পাৰিলে স্বৰ্গৰ অমিয়া বিচাৰি ঘূৰি ফুৰাৰ প্ৰয়োজন নহয়। "মৰমেই ধৰম" এই বাণীৰ অন্তৰালত আছে মানৱ-জনমৰ সৌভাগ্য, অলৌকিক তৃপ্তি।

কৱিয়ে জগত সত্য, মানুহ সত্য বুলি গ্ৰহণ কৰি মানবাত্মাৰ মৰমৰ মাজত বিচাৰিছিল সৌন্দৰ্য্য আৰু জীৱনৰ মাধুৰী। এটা আদৰ্শবাদে তেওঁৰ মনৰ ওপৰত গোপনে ক্ৰিয়া কৰি আছিল। বাস্তববাদী দৃষ্টিভঙ্গীৰ মাজতো তেওঁৰ কল্পনাৰ চকুৰ আগত প্ৰতিভাত হৈছিল এক অনিৰ্ব্বচনীয় শক্তিৰ

অস্তিত্ব আৰু ইয়েই তেওঁৰ অন্তৰত জগাই তুলিছিল বিনম্ৰ আত্ম-সমৰ্পণৰ হেঁপাহ। অজ্ঞেয় এই শক্তিৰ কৃপাতে মানুহো অসীম শক্তিৰ অধিকাৰী। কিন্তু মানুহে এই শক্তিৰ বিকাশ সাধন নকৰে। ইয়াৰ ফলত মানুহে নাজানে সুখদুখৰ পাৰ্থক্য। দুখৰ গধুৰ বোজাই মানুহক হেচামাৰি ধৰে। মানুহ বিবুদ্ধিত পৰে। মানুহৰ অন্তৰত মৰম-স্নেহৰ ফল্গু শুকাই যায়। হিংসা, দ্বেষ, শোষণ, নিৰ্য্যাতনৰ তাড়নাই মানুহৰ ৰাজহাড় ভাঙি পেলায়।

চন্দ্ৰকুমাৰ আগৰৱালাৰ প্ৰতিমাৰ মাজেদি যিটো আশাবাদৰ বিশ্বাস পৰিস্ফুট হয় সি যেন দহ বছৰ পাছত "বীণবৰাগী" ছপোৱাৰ সময়ত হঠাতে কঁপি উঠিছে। সংসাৰ পৰ্য্যটন কৰি বীণবৰাগীয়ে যিবোৰ দৃশ্য দেখিবলৈ পাইছে সেইবোৰে বৰাগীৰ মনলৈ আনিছে এটা অতৃপ্তিৰ হুমুনিয়াহ আৰু বিদ্ৰোহৰ উদ্দীপনা। নৱ-সমাজত মানুহ-মানুহৰ মাজত প্ৰেম-প্ৰীতিৰ অভাৱ, নিছলা দুখীয়া ঘৃণাৰ পাত্ৰ, দুৰ্ব্বলীৰ ওপৰত বলীৰ অত্যাচাৰ, ধন ধনকৈ ধনৰ কাৰণে হোৱা মানুহৰ মত্ততা প্ৰভৃতি এশ এটা ৰূপত মানুহৰ সমাজ-বিৰোধী কাৰ্য্য পৰিস্ফুট হৈছে।

"মানুহৰ তেজ শুহি শুহি খায়
মানুহ ৰাক্ষসে চোৰা।"

আগৰৱালাদেৱে কৱিতা লিখা সময়ত ভাৰতীয় জীৱনৰ ওপৰত যান্ত্ৰিক সভ্যতাৰ প্ৰভাৱ কমেই পৰিছিল। তথাপি কৱিৰ ভাৱ-প্ৰৱণ মনে সামাজিক অবিচাৰ আৰু ধৰ্ম্মীয় কুসংস্কাৰৰ বিপক্ষে অস্ত্ৰ ধৰিবলৈ সাজু আছিল। "মানুহেই দেৱ মানুহেই সেৱ" বুলি চিঞঁৰি উঠা কৱিয়ে সমাজৰ মাজত দেখিবলৈ পাইছিল অসাম্য, ভিন ভিন শ্ৰেণী আৰু ভিন ভিন সম্প্ৰদায়।

"বীণবৰাগী"ত প্ৰকাশিত কৱিৰ দৃষ্টিভঙ্গী বেছি বাস্তৱ। জীৱনৰ জীয়া অভিজ্ঞতাৰ ৰূপদান এই কৱিতাৰ বৈশিষ্ট্য।



মানৱ সমাজ সুখৰ আলয় নহয়। নিপীড়িত, নিষ্পেষিত জনৰ দৃষ্টিত সংসাৰখন দুখৰ পোহাৰ। নিঃকিন জনৰ দুৰ্দ্দশা, দুৰ্ব্বলীৰ পীড়ন সংসাৰৰ নিৰ্দ্দয় বিধান। বীণবৰাগীয়ে বিচাৰে ইয়াৰ অবসান। সেই বাবে বৰাগীক লাগে শক্তি যাৰ সহায়ত ব্যাধিগ্ৰস্ত সমাজ ভাঙি ছিঙি চূৰমাৰ কৰিবলৈ তেওঁ সক্ষম হয়।

"আঙুলি বুলাব জনাহলে আজি
পেলালেঁাহেঁতেন টানি
হিমালয় চূড়া বুৰালেঁাহেঁতেন
উছালি কলীয়া পানী।"
—বীণবৰাগী

কিন্তু অকল প্ৰাচীন ব্যৱস্থাৰ অবসান হলেই সমস্যাৰ সমাধান নহয়। সঁচা কথা কৌটিকলীয়া প্ৰথাৰ অধীনত সমাজ গতিশীল হৈ নাথাকে, জৰত্ব প্ৰাপ্ত হয়। স্থবিৰ সমাজত উন্নতি নাই, সমৃদ্ধি নাই। কিন্তু প্ৰাচীন সমাজ ব্যৱস্থা ভাঙি পৰিলেই মানৱ-জাতি আগুৱাই যাব এই কথাও সত্য নহয়। গতিকে ধ্বংসৰ পাছত যি সৃষ্টি হব সেই সৃষ্টিৰ স্পষ্ট আভাস দিয়া একৰকম অসম্ভৱ। বীণবৰাগীয়ে ভাবিছে যে মান অপমানৰ ক্লেদ আৰু দুখলাজৰ ভয় ধুই নিকা কৰিলে তাৰ পাছত যিখন নতুন জগতৰ সৃষ্টি হব তাত থাকিব শুচিতা, পবিত্ৰতা। এইখন জগতত বিষাদৰ সুৰৰ হেন্দোলনি শুনি পীড়িতৰ হৃদয় কঁপি নুঠে। এক অনাবিল আনন্দৰ ধ্বনি প্ৰতিধ্বনিয়ে জগত মুখৰিত কৰিব।

বীণ বৰাগী কৱিতাটোৰ তৃতীয় খণ্ডৰপৰা শেষলৈকে থকা কৱিৰ দৃষ্টি ভঙ্গী ৰহস্যবাদী লেখকৰ দৃষ্টিভঙ্গীৰ সদৃশ। বৰাগীৰ বৈপ্লৱিক চেতনা এক আধ্যাত্মিক উপলব্ধিৰ অন্তৰালত যেন লাহে লাহে সোমাই পৰিছে। ভাৰতীয় দাৰ্শনিক চিন্তাধাৰাৰ সোঁতেদি বৰাগীয়ে আগুৱাই গৈ দুখহাৰী, পতিত

পাৱন জগৎস্বামীৰ সান্নিধ্য বিচাৰিছে। মহা প্ৰয়াণৰ যাত্ৰী বীণ বৰাগীৰ চকুৰ আগত প্ৰতিভাত হৈছে মুকলি আকাশ আৰু মুকলি বতাহ। এনে সময়তে তেওঁ লাভ কৰিছে নতুন জ্ঞান। তেওঁৰ মুকলি মনৰ দাপোণত প্ৰতিবিম্বিত হৈছে মানুহৰ মহত্ব আৰু দেৱত্ব। সুখ দুখৰ দ্বন্দ্ব তেওঁৰ মনৰপৰা আঁতৰি গৈছে। যি সুখে প্ৰভুৰ কাষলৈ নিনিয়ে সেই সুখ হিয়াৰ যাতনাৰ কাৰণ মাথোন। অন্তৰ্দৃষ্টিৰ সহায়ত বীণ বৰাগীয়ে বিচাৰিছে আত্মোপলব্ধি। পৃথিৱীক স্বৰ্গলৈ তোলাৰ কাৰণে তেওঁ কাতৰ কণ্ঠেৰে মানুহক আহ্বান জনাইছে। সুষুপ্ত আত্মাৰ সুপ্ত শক্তি জগাই তুলিব পাৰিলে দূৰ দূৰণিৰ সৰগৰ অমিয়া বিচাৰি হাবাথুৰি খাব নালাগে, পৃথিৱীতে সেই অমিয়া লাভ কৰা যায়।

"বীণবৰাগী" কৱিতাটো "তেজীমলা"তকৈ পাছত ৰচিত হলেও কলা-কৌশলৰ ফালৰ পৰা তেজ।মলাৰ শ্ৰেষ্ঠত্ব অৱশ্যে স্বীকাৰ্য্য। "বীণবৰাগী"ৰ বিভিন্ন খণ্ডবোৰ যেন খাপ খাপ হৈ ৰল আৰু এটা কেন্দ্ৰীয় ভাবৰ যোগসূত্ৰই ভিন ভিন খণ্ড কেইটা সংযোগ কৰিব নোৱাৰিলে। ফলত সুসংগঠ সৃষ্টি হিচাবে কৱিতাটিয়ে পাঠকৰ মন আকৰ্ষণ নকৰিলে। লক্ষ্মীনাথ বেজবৰুৱাৰ "বীণবৰাগী" কৱিতাতো প্ৰায় একে ধৰণৰে কৌশল অৱলম্বন কৰা হৈছে কিন্তু বেজ-বৰুৱাৰ কৱিতাটো চুটি হোৱাৰ কাৰণে আৰু কৱিৰ মনত দেশাত্ম-বোধৰ আদৰ্শ উজলি থকাৰ হেতুকে আগৰৱালাৰ কৱিতাৰ দৰে এইটোবিক্ষিপ্ত হৈ পৰা নাই। অৱশ্যে শিথিল গাঠনিৰ হলেও আগৰৱালাৰ "বীণবৰাগী" কৱিতাৰ মানবীয় আবেদন গভীৰ। বেজবৰুৱাৰ কৱিতাত পৰিস্ফুট হৈছে দেশাত্ম-বোধৰ চৈতন্য আৰু আশাবাদৰ জেউতি। আগৰৱালাৰ বৰাগীয়ে বহল মানৱ-সমাজলৈ চকু দি দেখিবলৈ পাইছে মানুহ-মানুহৰ মাজত থকা বৈষম্য আৰু অবিচাৰ। এনে এখন সমাজৰ ধ্বংস সাধন কৰি তাৰ ঠাইত নতুন সমাজ



গঢ়াৰ কল্পনা বৰাগীৰ তত্ত্ব-জ্ঞান লাভৰ আদৰ্শেৰে অনুৰঞ্জিত। শ্বেলীৰ প্ৰমিথিউজৰ দৰে বৰাগীয়েও বিচাৰে এনে এখন সমাজ য'ত মানুহৰ স্বাধীনতা খৰ্ব্ব নহব, মানুহে মানুহৰ মূল্য বুজিব আৰু অন্তৰ্দৃষ্টিৰ সহায়ত বিশ্ব জগতৰ মাজত বিচাৰি পাব মানৱ প্ৰীতি। শ্বেলীয়ে "এডনিজ"ত পোৱাৰ দৰে বীণ-বৰাগীয়েও জগতৰ ৰহস্যৰ মাজত বিচাৰি পাইছে এক ঐশী শক্তি। মানুহ এই শক্তিৰেই ৰূপান্তৰ মাথোন। কিন্তু কৰি আগৰৱালাই এটা সৰু কৱিতাৰ যোগেদি সমাজ-সংস্কাৰৰ আদৰ্শ দাঙি ধৰাৰ উপৰিও জাগতিক ৰহস্যৰ সন্ধান ব্ৰতী হোৱাৰ ফলত সংস্কাৰকৰ ভাবাদৰ্শ ব্যঞ্জিত হল সঁচা কিন্তু তত্ত্বজ্ঞানৰ বন্তি অনুজ্জ্বল হৈয়েই ৰল। তথাপি ক্ষীণ জেউতিৰ পোহৰতে বৰাগীয়ে সংস্কাৰৰ সত্যতা উপলব্ধি কৰিলে।

"আনন্দ-তীৰ্থ" "ব।ণ বৰাগী"ৰ গাতে লাগি থকা এটা সৰু কৱিতা। বীণবৰাগীৰ মাজত থকা বিক্ষিপ্ততালৈ লক্ষ্য কৰিলে এই কৱিতাটি "বীণবৰাগী"ৰ শেষ অংশ হোৱাই উচিত আছিল। মহাপ্ৰয়াণৰ যাত্ৰীৰ অসীমৰ উদ্দেশ্যে আৰম্ভ কৰা যাত্ৰাৰ পৰিণতিৰ ইঙ্গিত এই কৱিতাটোৰ মাজত আছে। তীৰ্থৰ দেৱতা প্ৰভু জগন্নাথৰ ওচৰলৈ আগবাঢ়ি যোৱাৰ সময়ত মৃত্যুৰ ৰোমাঞ্চকৰ আতঙ্ক নাই কিন্তু আছে আনন্দৰ পৰিবেশ, উৎসাহ উদ্দীপনাৰ উথল-মাথল।

চন্দ্ৰকুমাৰ আগৰৱালাক আশাবাদী বুলি অভিহিত কৰা হয়। তেওঁ অৱশ্যে নিৰাশবাদী নহয়। আত্ম-শক্তিয়ে স্বীকৃতি লাভ কৰা কৱিসকলৰ মনত থকা নিৰাশাৰ ঘন কুঁৱলি বিশ্বাসৰ ধুমুহাৰ আগত উৰি যায়। এই ফালৰপৰা চালে তেওঁ আশাবাদী। মানুহ-মানুহৰ মাজত সম্প্ৰীতিৰ অভাৱৰ কাৰণে তেওঁ দুখ কৰিছে অথচ এই অভাৱৰ মাজতেই মানৱ-জীৱনৰ সমাপ্তি বুলি তেওঁ খেদ কৰা নাই। তথাপি

ইংৰাজ কৱি ৰবাৰ্ট ব্ৰাউনিঙৰ দৰে আৰু আনকি তেওঁৰে সমসাময়িক লেখক বেজবৰুৱাৰ দৰে তেওঁৰ আশাবাদ বলিষ্ঠ নহয়। জীৱনৰ পৰাজয়ৰ মাজতো জয়মাল্য বিচৰাৰ প্ৰচেষ্টা ব্ৰাউনিঙৰ বিশেষত্ব। ব্ৰাউনিঙৰ জন-নেতাই ( The Patriot ) যি বলিষ্ঠ আশাবাদ লৈ মৃত্যুৰ সন্মুখীন হৈছে আগৰৱালাৰ বীণবৰাগীৰ অন্তৰত তেনে বিশ্বাসৰ দৃঢ়তা নাই। আনকি বেজবৰুৱাৰ দৰে "ওখ কৰা আশা, নিৰাশা কৰ্ম্মনাশা" বুলিও তেওঁ দৃঢ়তাৰে কতো কোৱা নাই। আশাবাদৰ ক্ষেত্ৰত বেজবৰুৱাৰ দৃষ্টিভঙ্গী ইতিবাচক হলে আগৰৱালাৰ ভঙ্গী কিছু পৰিমাণে নেতিবাচক।

---

# অসমীয়া সাহিত্য আৰু চন্দ্ৰকুমাৰ আগৰৱালা

—যজ্ঞেশ্বৰ শৰ্ম্মা

প্ৰত্যেক সাহিত্যকৰ্ম্মৰে দুটা মূল্য আছে—এটা ঐতিহাসিক আৰু এটা ইতিহাস-নিৰপেক্ষ বা প্ৰকৃত (absolute)। সাহিত্যৰ বুৰঞ্জী অধ্যয়ন কৰিলে দেখি, সাহিত্যৰ এটা গতি আছে, আৰু গতিৰ লগে লগে যুগে যুগে তাৰ পৰিবৰ্ত্তন আছে। এই পৰিবৰ্ত্তন শিল্প আৰু মন, প্ৰকাশভঙ্গী আৰু বিষয়বস্তু দুয়োটাৰে। বিষয়-বস্তু আৰু দৃষ্টিভঙ্গীৰ সলনি হোৱাৰ লগে লগে প্ৰকাশৰ ভঙ্গীও বেলেগ হৈ যায়। সাহিত্যৰ এই গতি আৰু সলনিকে সাহিত্যৰ বুৰঞ্জীয়ে দাঙি ধৰে। দেশকালৰ বিস্তৃত ব্যৱধান থাকিলেও সাহিত্য কৰ্ম্মক নিৰীক্ষণ কৰিবৰ উপায় আছে,—জ্যোতিষীয়ে মান—মন্দিৰত থিয় হৈ মহাকাশৰ দূৰবৰ্ত্তী গ্ৰহ-নক্ষত্ৰৰ গতিবিধি নিৰ্ণয় কৰাৰ দৰে।

কোনো সাহিত্যৰ সকলো সাহিত্যকৰ্ম্মই অনবদ্যতাৰ দাবী কৰিব নোৱাৰে। সহস্ৰ কোটি শিলগুটিৰ মাজতহে কেতিয়াবা এটা শালগ্ৰাম শিল পোৱা হয়। সাহিত্য জগতৰ সকলো সৃষ্টিয়েই সমান গুণৰ অধিকাৰী নহয়। বুৰঞ্জীমূলক অধ্যয়নৰ কাৰণে সকলো ৰচনাৰে মূল্য আছে আৰু তুলনাৰ দ্বাৰাই হে উৎকৰ্ষ অপকৰ্ষৰ জ্ঞান হয়। এই বিচাৰ কাৰ্য্য অতি সহজো নহয়, কিয়নো এইখিনি কৰোঁতে জাতীয় জীৱনৰ সৰ্ব্বাঙ্গীন বুৰঞ্জী আৰু বেলেগ বেলেগ প্ৰভাৱৰ বিচাৰ কৰিব লগা হয়—যদিও একমাত্ৰ এনে অনুসন্ধানে সাহিত্যৰ

আত্মা-বস্তু ধৰা পেলাব নোৱাৰে। এজোপা গছে ওপৰৰ তাপ আৰু পোহৰ গ্ৰহণ কৰাৰ বাহিৰেও মাটিৰ তলত অদৃশ্য হৈ থকা অসংখ্য শিপাৰ সহায়ত বিভিন্ন দিশৰপৰা ৰস শুহি লৈ নিজৰ পুষ্টি সাধন কৰে।

অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ অধ্যয়নৰ কাৰণেও এনে নীতিকেই অৱলম্বন কৰিব লাগিব। অসমীয়া সাহিত্যৰো কেইবাশতাব্দী ব্যাপি থকা দীঘলীয়া ঐতিহ্য আছে। ইয়াৰ বেলেগ বেলেগ স্তৰত বিচিত্ৰচিন্তাৰ ধাৰা আৰু সেই চিন্তাসমূহৰ উপযোগী বাহন দেখা যায়। জাতিৰ চিন্তা আৰু সাধনা বাণীৰ যোগেদি মূৰ্ত্ত হৈ থাকে। বাঙময় প্ৰবাহৰ এই বিচিত্ৰ ঋজু-কুটিল গতিৰ ভঙ্গিমা উপলব্ধি কৰা সাহিত্যশিক্ষাৰ এটা উদ্দেশ্য। চৰ্য্যাগীতৰ যুগৰপৰা গান্ধীৰ যুগলৈকে কাব্যসাহিত্যৰ এটি স্তিমিত প্ৰবাহ দেখা যায়। কেতিয়াবা কোনো বিশেষ কাল খণ্ডত বাৰিষাৰ নৈৰ দৰে পাৰ ভাঙিছে—সৰহভাগসময়ত খৰালিৰ হাড়লী সোঁতৰদৰে 'ক্বচিৎ ছিন্না, ক্বচিৎ ভিন্না'। এই কাব্যসাহিত্যৰ মাজেদি কেতিয়াবা বৌদ্ধ সহজীয়া সাধনাৰ কথা, আৰু কেতিয়াবা একান্তভকতৰ নিগু ণ কৃষ্ণৰ গুণৰ মহিমা আৰু শৰণাগতৰ কাকুতি; কেতিয়াবা দেহজ প্ৰেমৰ ৰজোগুণীয়া নিবেদন, আৰু কেতিয়াবা অতীন্দ্ৰিয় জগতৰ সোঁৱৰণ। কোনো ঠাইত যুদ্ধক্ষেত্ৰৰ বীৰৰসাত্মক বৰ্ণনা, কোনোঠাইত পাৰিবাৰিক জীৱনৰ আলোচনা, কৰবাত আকৌ হাস্য-ব্যঙ্গ ৰসৰ অৱতাৰণা।

প্ৰায় আঢ়েকুৰি বছৰৰ আগতে * 'চেতনা'ৰ প্ৰথম বছৰতে ওলোৱা ডক্তৰ কাকতীৰ পুৰণি অসমীয়া সাহিত্য বিষয়ক এটা প্ৰবন্ধত অতি সাৰুৱা মন্তব্য কৰিছিল। তেওঁ কৈছিল যে পুৰণি অসমীয়া সাহিত্যৰ প্ৰায় গোটেইখিনিয়েই শিক্ষামূলক (didactic)। তেখেতৰ কথাৰ লগত আৰু এটা কথা যোগ দিব পাৰি যে এই সাহিত্যৰ সৰহভাগেই দেৱবাদ-নিৰ্ভৰ বা

* অম্বিকাগিৰি ৰায়চৌধাৰী সম্পাদিত।



দেৱাশ্ৰয়ী। ইয়াৰ উদ্দেশ্য সৌন্দৰ্য্যসৃষ্টি নহয়—সৌন্দৰ্য্য উপলক্ষ্যহে। এই সাহিত্যৰ প্ৰায় সকলোখিনিয়েই ধৰ্ম্মীয় মতবাদৰ ওপৰত প্ৰতিষ্ঠিত। ধৰ্ম্ম-সম্প্ৰদায়ৰ লগত সম্পৰ্ক নথকা সাহিত্য অন্ত্যজ আৰু অপাংক্তেয়। ধৰ্ম্মৰ লগত সম্পৰ্কবিহীন সাহিত্যক সেই যুগৰ ৰুচিপৰায়ণ ভক্ত সাহিত্যিকসকলে 'গলত চেপি ধৰি' নামঘৰৰপৰা বাজ কৰিছিল; তথাপি সি নমৰি গছতল, লুইতৰপাৰ, ধাননিপথাৰ আৰু ম'হৰ পিঠিত ভয়-সঙ্কোচেৰে জীৱনটো ৰক্ষা কৰি আছিল।

যোৱা শতাব্দীত আৰম্ভ হোৱা ইংৰাজশাসনলৈকে অসমত মধ্যযুগ বুলি কব পাৰি। মধ্যযুগত সাহিত্য ধৰ্ম্ম-নিৰ্ভৰ আৰু দেৱতাশ্ৰয়ী, এই কথা পূৰ্ব্বতে কোৱা হৈছে। ইয়াত পৃথিৱী আৰু মানুহৰ প্ৰাধান্য নাই, মানুহৰ আকাঙ্ক্ষা দেৱতাৰ সাযুজ্য বা সাৰূপ্য লাভ কৰা। মানুহ জীৱনটো এক অজ্ঞাত লোকৰ কাৰণে প্ৰস্তুতি, আৰু পৃথিৱী এই প্ৰস্তুতিৰ ক্ষেত্ৰ। ঐহিক জীৱনক অতি সামান্য গুৰুত্বহে দিয়া হৈছে এই সাহিত্যত।

পাশ্চাত্য জগতৰ সংস্পৰ্শত এই মধ্যযুগীয় দৃষ্টিভঙ্গীৰ সলনি হৈ আহিল। য়ুৰোপত যি জাগৃতি বা ৰেনেছাঁ প্ৰায় পঞ্চদশ শতাব্দীত আৰম্ভ হৈছিল, আমাৰ ইয়াত যোৱা শতাব্দীৰ প্ৰায় মাজ ভাগত হে আৰম্ভ হৈছে। পৃথিৱী-প্ৰধান আৰু মানৱমুখা এই ভাবধাৰা প্ৰাচ্য আৰু পাশ্চাত্য দুয়ো জগততেই নৱজাগৃতিৰ (ৰেনেছাঁ) ফল যদিও, এই নৱজাগৃতিয়ে জগতৰ দুয়ো প্ৰান্ততে বেলেগ বেলেগ ৰূপত প্ৰকাশ পাইছে। এইবোৰ বহলাই কবলৈ গলে বহুত কথা। নৱজাগৃতিৰ ফলত ধৰ্ম্ম আৰু ঈশ্বৰ যে একেবাৰে বাদ পৰি গৈছে এনে নহয়, ধৰ্ম্মৰ সংকাৰ্ণতা বহুত পৰিমাণে কমিছে। মানুহৰ মনে বহুত বাধা-নিষেধ আৰু সংস্কাৰৰ পৰা মুকলি হৈ সদায় গছকি থকা এই পৃথিৱী আৰু তাৰ অধিবাসী মানুহৰ প্ৰতি নতুন ধাৰণা পোষণ কৰিবলৈ লৈছে।

হিউমেনিজম্ বা মানবিকবাদ এই চিন্তাৰে এটা ফাল। এই মানবিকবাদৰ ধাৰা ক্ষীণ ভাবে হলেও অতি প্ৰাচীন কালৰপৰাই প্ৰবাহিত হৈ আহিছে। গ্ৰীক্‌সকলৰ Man is the measure of things, মহাভাৰতৰ "ন মানুষ্যাৎ শ্ৰেষ্ঠতৰং হি কিঞ্চিৎ" আদি বাণীয়ে মানবিকবাদ স্পষ্টকৈ ঘোষণা কৰিছে। কিছুকাল ধৰি এই উদাৰ ভাৱবোৰ ধৰ্ম্মীয় শাসনত চেপা খাই আছিল। য়ুৰোপৰ নৱজাগৃতিৰ সময়ৰ পৰা মানুহৰ প্ৰাধান্য ক্ৰমে শক্তিশালী হৈ উঠিল। ঊনবিংশ শতিকাৰ প্ৰথম ভাগৰ পৰাই বিজ্ঞানৰ অগ্ৰগতিৰ ফলত বাহ্যিক জীৱন আৰু মানসিক জীৱনৰ অভাৱনীয় পৰিবৰ্ত্তন আৰম্ভ হল। বেন্‌থাম, মিল্, কোঁটে আদি দাৰ্শনিকসকলৰ জীৱন দৰ্শনো এই পৰিবৰ্ত্তনৰ পৰাই উদ্ভৱ হয়। উপযোগবাদ (Utilitarianism), প্ৰত্যক্ষবাদ বা ইতিবাদ ( Pasitivism ) আদি দৰ্শনত যুক্তি আৰু বাস্তৱসত্যই বিশেষ আসন পোৱা দেখা যায়। ডাৰ্‌ৱিন্, হাৰ্ব্বাট স্পেন্‌ছাৰ, হাক্‌শ্লী আদিৰ বৈজ্ঞানিক চিন্তাধাৰাই সেই কালৰ সমাজমন প্ৰায় ছাটি ধৰে, তাৰ ধ্বনি-প্ৰতিধ্বনি সাহিত্যতো স্পষ্টকৈ ধৰিব পাৰি। ফৰাছী দাৰ্শনিক কঁটে আৰু তেওঁৰ পজিটিভিজম্ মতবাদে মানবিকবাদক এটা নতুন ৰূপ দিলে। কঁটেই সিংহাসনৰপৰা ঈশ্বৰক নমাই তাত মানুহক প্ৰতিষ্ঠা কৰিলে আৰু তাতেই সন্তুষ্ট নাথাকি আনুষ্ঠানিকভাৱে মানৱপূজাৰ বিধি-ব্যৱস্থাও ৰচনা কৰিলে। এই অভিনৱ মানৱধৰ্ম্ম প্ৰচলিত ধৰ্ম্মবিলাকৰদৰেই আচাৰ অনুষ্ঠানযুক্ত এটা ধৰ্ম্ম হৈ উঠিল। অলপ দিনৰকাৰণে পশ্চিম য়ুৰোপত তেওঁৰ বিশেষ প্ৰভাৱ হৈছিল, কিন্তু ক্ৰমে তাৰ জনপ্ৰিয়তা হ্ৰাস হবলৈ ধৰিলে।

এই প্ৰসঙ্গত লক্ষ্য কৰিবলগীয়া কথা এইটোহে, নতুনকৈ পাশ্চাত্য জগতৰ প্ৰভাৱত অভিভূত হোৱা বঙ্গদেশত এই মতবাদৰ ভক্তৰ সংখ্যা আচৰিত ৰকমে বাঢ়িছিল। বঙ্কিম চট্টোপাধ্যায়, ভূদেব মুখোপাধ্যায় প্ৰভৃতি লেখত



লবলগীয়া সাহিত্যিকসকলৰ ৰচনাত কোঁটেৰ প্ৰভাৱ স্পষ্ট। এই সম্বন্ধে এটা কথা শিক্ষিত সমাজত প্ৰচলিত হৈছিল যে There are more Comtists in Bengal than in France. ৰবীন্দ্ৰনাথৰ অনেক কৱিতাত এই মতবাদ সোমাই আছে আৰু তেওঁৰ মানৱধৰ্ম্মৰ আদৰ্শও কঁটেৰ প্ৰভাৱৰপৰা মুক্ত নহয়।

চিন্তাজগতৰ এই পটভূমিত ৰাখি আধুনিক ভাৰতীয় তথা অসমীয়া সাহিত্যক নিৰীক্ষণ কৰিলেহে ইয়াৰ প্ৰকৃত ৰূপটো ধৰা পৰিব। বৃটিছ শাসকসকলে প্ৰৱৰ্ত্তন কৰা নতুন পাশ্চাত্যশিক্ষাৰ ফলস্বৰূপে সমগ্ৰ ভাৰতত যি সামাজিক আৰু মানসিক পৰিৱৰ্ত্তন ঘটিছিল, সেইবোৰৰ ঢৌৱে অসমীয়া মানুহ আৰু অসমীয়া সাহিত্যকো ভালকৈয়ে স্পৰ্শ কৰিছে।

আগতে উল্লেখ কৰি অহা হৈছে যে মধ্যযুগৰ সাহিত্য কৃষ্ণ-বিষ্ণু-শিৱ বা আনকোনো দেৱতাক অৱলম্বন কৰি ৰচনা কৰা হৈছিল। পৃথিৱী আৰু মানুহৰ ঠাই এই সাহিত্যত গৌণ আছিল। পৃথিৱী আৰু মানুহৰ এই জনম বৈকুণ্ঠ বা স্বৰ্গৰ কাৰণে এটা প্ৰস্তুতিৰ ক্ষেত্ৰ। পাৰ্থিৱ সম্পদ, নাৰীৰ প্ৰেম, আৰু সৌন্দৰ্য্য এই বিলাকৰ প্ৰতি যি আকৰ্ষণ, সি ভয় সঙ্কোচ বৈৰাগ্যমিশ্ৰিত।

ক্ষণিক সংসাৰ বিলম্বত কাৰ্য্য নাই।
চিন্তামনি জন্ম হেৰা হাততে হৰাই॥
নাহিকে চেতন কাল-অজগৰে গিলে।
ধনজন জীৱন যাইবেক একতিলে॥
বিষয়ত সুখ একতিলে কৰি চূৰ।
যমৰ কিঙ্কৰে ধৰি নিবে যমপুৰ॥

আকৌ,—যি লক্ষ্মীত আশা কৰি সদায়ে আকুল মন
তেহো মহা চঞ্চল সৰ্ব্বথা।
বিষয়ত যত সুখ অন্তত সমস্তে দুখ
তাক যত্ন কৰি মৰা বৃথা॥

যতেক আছয়লোক সবাৰো আগত শোক
দুখময় সকলে সংসাৰ।
যতেক সুন্দৰী নাৰী পৰম অনৰ্থকাৰী
আতপৰে নাহিকে নিকাৰ॥

* * *

ইটো নৰতনু নেনা আগেকালে
বিষয় মিছা জঞ্জালে।
যেন বিষ-লতা চয় ফলে ফুলে
আছে জকমক কৰি।
প্ৰথমে সুন্দৰ দেখন্তে পাছত
পৰশিলে যায় মৰি॥

* * *

ওপৰৰ উদ্ধৃতিবিলাকৰ পৰাই মধ্যযুগৰ কৱিসকলৰ জীৱনদৰ্শনৰ আভাস পাব পাৰি।

অসমীয়া সাহিত্যৰ আধুনিক যুগ ঊনবিংশ শতাব্দীৰ শেষৰ ফালে অসমীয়া সাহিত্যত যি নতুন পৰিবৰ্ত্তনে দেখা দিলে বেজবৰুৱা, চন্দ্ৰকুমাৰ আৰু হেম গোসাঁই, ৰত্নেশ্বৰ মহন্ত এই সকল ইয়াৰ আগৰণুৱা আছিল। পৃথিৱীৰ বিচিত্ৰ শোভা, নৰনাৰীৰ শাৰীৰিক সৌন্দৰ্য্য, মানুহ হিচাবে মানুহৰ গৌৰৱ, সাম্প্ৰদায়িক ধৰ্ম্মৰ পৰা বিমুক্তি এইবোৰ—এই নতুন সাহিত্যৰ বিষয়।

চন্দ্ৰকুমাৰ আগৰৱালাৰ কৱিকৰ্ম্মৰ ফল জোখত সৰু হলেও ইয়াৰ মাজেদি নতুন যুগৰ এই ভাৱবোৰ প্ৰকাশ পাইছে। বেজবৰুৱা ডাঙৰীয়াই কৈছিল, 'প্ৰতিমাখনি সৰু, কিন্তু ই নিভাঁজ সোণৰ'। সোণৰ যে হবই লাগিব, তাৰ কোনো অৰ্থ নাই। থাপনাৰ আগত সজাই থোৱা পিতলৰ শৰাই আৰু ভিতৰত চাউল ভৰাই বন্তি জ্বলাই লৈ যোৱা ছুনৰী—এই ছয়োটাৰে সৌন্দৰ্য্য সকলোৱে বুজে। অকল কাঞ্চন—কৌলীন্যই কৌলীন্য নহয়। বেজবৰুৱা ডাঙৰীয়াই নিভাজ সোণ কথাষাৰ বহুকালস্থায়ী অৰ্থত যদি ব্যৱহাৰ কৰিছিল, তেন্তে সেই কথা ভাবিবলগীয়া। আগৰৱালাৰ কৱিতাৰ মাজৰ দুইচাৰি পংক্তি বা শ্লোক দীৰ্ঘকালৰ কাৰণে জীয়াই থাকিব পাৰে। সেইটো সময়েহে নিৰ্দ্ধাৰণ কৰিব। জগতৰ শ্ৰেষ্ঠ কৱিসকলৰ সকলো বাঙ্‌ময় প্ৰচেষ্টাও স্থায়ী হৈ মানুহৰ সোঁৱৰণত নাথাকে। কাব্যৰ এনে স্থায়িত্ব নিৰ্ভৰ কৰে ভাৱব্যঞ্জকতা, শ্ৰুতিমধুৰতা, বিশ্বজনিনতা আদি অনেক গুণৰ সমষ্টিৰ ওপৰত। এনে গুণৰ সমাবেশ সকলো কৱিৰ ভাগ্যত নঘটে, তেনে গুণসম্পন্ন ৰচনা মহাসমুদ্ৰৰ পানীৰ মাজত সিচৰতি হৈ থকা দুটি এটি উজ্জ্বল বিন্দুৰ দৰে।

চন্দ্ৰকুমাৰ আগৰৱালাৰ কাব্যৰ বিচাৰ কৰোতে তেওঁক আধুনিক অসমীয়া কৱিতাৰ অগ্ৰণী হিচাবে ধৰিব লাগিব। বৈষ্ণৱ সাহিত্যত নাৰীৰ ৰূপৰ বৰ্ণনা আছে; কিন্তু সেই বৰ্ণনাৰ লক্ষ্য স্তুতি বা বন্দনা নহয়, নিন্দাহে। আগৰৱালাৰ 'মাধুৰী'ৰ ৰূপ বৰ্ণনা বৈষ্ণৱ কৱিসকলৰ বৰ্ণনাৰ দৰে বিস্তৃত নহয়, সংযত। ইয়াত নাৰী সৌন্দৰ্য্যক আপোন মহিমাত প্ৰতিষ্ঠিত কৰিছে। এই কৱিতাত ব্যৱহাৰ কৰা কালিদাসৰ দুটি শব্দই গোটেই বৰ্ণনাৰ ওপৰতে এটি গাম্ভীৰ্য্যৰ পোহৰ পেলাইছে। ইয়াতে উল্লেখ কৰিব পাৰি যে সমসাময়িক ৺হেমচন্দ্ৰ গোস্বামীৰ প্ৰিয়তমাৰ চিঠিত প্ৰিয়তমাৰ কাউৰী-ঠেঙ্গীয়া আখৰ কেইটা গুৰুঘৰীয়া নিৰ্ম্মালিতকৈয়ো অধিক আদৰৰ বস্তু।

পাশ্চাত্যজগতৰ পৰা বিয়পি অহা সাম্যবাদ, পীড়িত আৰু দৰিদ্ৰৰ প্ৰতি সহানুভূতি, দাম্ভিক অত্যাচাৰীৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা এই খিনিও আগৰৱালাৰ কাব্যৰ আন কিছুমান বিশেষত্ব। প্ৰতিমাৰ দুই এটা কৱিতাত আৰু বীণ-বৰাগীৰ প্ৰায় সকলো ঠাইতে এইবোৰ স্পষ্ট। পাঠকসকলৰ অতি প্ৰিয় 'আঙুলি বুলাব জনাহলে আজি' আদি বিদ্ৰোহ

২১

সূচক উক্তিখিনি অতিশয়োক্তি অলঙ্কাৰ বুলিহে ধৰিব লাগে। আগৰৱালাৰ বিদ্ৰোহ সাত্বিক আৰু ভকতীয়া বিদ্ৰোহ। পৰবৰ্ত্তীকালৰ বঙালী কবি নজ্‌ৰুল ইছ্‌লামৰ দৰে কবিৰ দৃষ্টিভঙ্গীৰ পৰা ই সম্পূৰ্ণ পৃথক।

পৃথিৱীয়েই মানুহৰ নিজাপি ঘৰ আৰু মানুহেই দেৱতা, পৰাৎপৰ —মানুহে পাদ্য-অৰ্ঘ্য পাবৰ যোগ্য —এই কঁটে-দৰ্শনৰ ভাৱবোৰো তেওঁৰ কেইবাটাও কবিতাত ব্যক্ত হৈছে। মানুহৰ প্ৰতি মানুহৰ অমানুষিকতাও তেওঁৰ বেজাৰৰ এটা কাৰণ। বহুত দূৰত থকা স্বৰ্গলৈ আকাঙ্ক্ষা নকৰি পৃথিৱীকে স্বৰ্গ-ৰাজ্যত পৰিণত কৰিব লাগে, এইটোও তেওঁৰ বিশেষ বাণী। এইবোৰ কথা অলপ প্ৰচাৰগন্ধীহলেও বিষয় বস্তুৰ গৌৰৱতেই কাব্যৰ ছুৱাৰডলিত ভৰি দিছে।

চন্দ্ৰকুমাৰৰ কবিতাত আন মানসিক ভোজ্যও আছে। অকল পাশ্চাত্য চিন্তাৰেই নহয়, ভাৰতীয় চিন্তাৰো বাহন হৈছে। উদাহৰণস্বৰূপে বিশ্বভাৰৱীয়া বোলা কবিতাটোত ভাৰতীয় দৰ্শনৰ মৰ্ম্মকথা প্ৰকাশ কৰিছে। মানুহ নিজেই অণোৰনীয়ান্ মহতো মহীয়ান্, নিজেই গৱেষণা আৰু গৱেষক, কৰ্ম্ম আৰু কৰ্ত্তা, নাম-ৰূপৰ অতীত নিৰঞ্জন। * মায়া বোলা কবিতাত সাংখ্যৰ পঞ্চতন্মাত্ৰৰ কথা সুন্দৰীৰ ৰূপ-লাৱণ্যৰ সহায়েৰে বৰ্ণাইছে।

লোকগীতিৰ মাতকথা আৰু সুৰৰ লগত আধুনিক কবিতাৰ সম্বন্ধ ঘটোৱা বিষয়ত আগৰৱালাই বাটকটীয়া। তাৰ পাছতেই বেজবৰুৱাই এই ফালে হাত দিয়ে। পৰৱৰ্ত্তীকালৰ কাব্যত লোকগীতিৰ প্ৰভাৱৰ ইয়াতেই আৰম্ভ। অসমৰ গাঁৱলীয়া দৃশ্য—ফুলাসৰিয়হডৰা, তামোল-লেটেকু-বাঁহগছেৰে ভৰা এবাবাৰী, চাপৰি বজাই থকা যখিনীছোৱালী আগৰৱালাৰ কবিতাত প্ৰথমে দেখা পাওঁ। এই স্থানীয় ছবিবোৰ বেজবৰুৱা, ৰত্নেশ্বৰ মহন্ত, দুৰ্গেশ্বৰ শৰ্ম্মাৰ কবিতাতো দেখা যায়।

---

* 'জোনাকী' চাওক।



আগৰৱালাৰ কবিতাৰ ভাষা আৰু ছন্দ সৰল, আড়ম্বৰহীন আৰু সমাহিত। ইয়াৰ সঙ্গীতময় ভাষাৰ উন্মাদনা নাই। প্ৰকৃতি, মানৱবন্দনা, নীয়ঁৰ, তেজীমলা আৰু বীণবৰাগীৰ বিষাদৰ ছাটপৰা চিন্তাশীল লিৰিকৰ স্পন্দন আছে। অনেক ঠাইত ভাবৰ হেঁচাত ভাষা-ছন্দ গদ্যগন্ধী হৈ পৰিছে। শুকুলী হাঁতীত উঠি গোসাঁয়ে দেখিলো। এন্ধাৰত দিলেহি পোহৰ মেলি ..... এই কবিতাত সাধুকথা, পুৰাণ আদিৰ চিত্ৰকল্পৰ সমাবেশ হৈছে আৰু প্ৰতীকৰ সহায়ত আন্ধাৰ-পোহৰৰ চিৰকলীয়া ৰণৰ বুজিবনোৱাৰা ৰণৰ ইঙ্গিত দিছে।

কাব্যত যাইকৈ তিনিটা উপাদান মানুহে বিচাৰে, সঙ্গীত, চিত্ৰ আৰু চিন্তা। সৰহভাগ কাব্যতে এই তিনিওটা বস্তু একেলগে পাবলৈ আশা কৰিব নোৱাৰি। আগৰৱালাৰ কবিতাতো চিন্তাৰ খোৰাক সৰহ, সঙ্গীত আৰু চিত্ৰ তাকৰ।

কোনো কোনো সমালোচক পণ্ডিতে প্ৰথম আধুনিক অসমীয়া কবিসকলক ৰ'মাণ্টিক বা নৱন্যাসৰ কবি বুলি আখ্যা দিয়ে। তেনে এটা আচহুৱা লেবেল্ মাৰি দিয়াটো মই অল্পধতুৱা মনৰ প্ৰবৃত্তি বুলি ভাবো। ৰ'মাণ্টিক কথাটো বেলেগ দেশৰ বেলেগ কালৰ পৰিবেশত সৃষ্টি হৈছিল। অৱশ্যে ৰ'মাণ্টিক যদি কাব্যৰ এটা বিশেষ স্বভাৱ বুলি ধৰাযায় তেন্তে ইয়াক বেলেগ নাম দিবও পাৰি।

আগৰৱালাক'ক্লাচিকেল্' কবি বুলিবৰহে মন যায়। তেওঁৰ কবিতাত ক্ষোভ-নিৰাশা নাই। তেওঁ আশাবাদী, আদৰ্শবাদী। ৰাক্ষসীৰ মাজতো তেওঁ সৰমাৰ দৈবীগুণ আবিষ্কাৰ কৰিছে। তেওঁৰ প্ৰকাশভঙ্গীও সম্পূৰ্ণ সৰল, সাত্বিক, ঋজু। চন্দ্ৰকুমাৰ অসমীয়া বৈষ্ণৱ-সাহিত্য প্ৰচাৰক হৰিবিলাস গুপ্তৰ আত্মজ। কঁটেৰ প্ৰত্যক্ষ বা পৰোক্ষ অনুগামী হৈয়ো তেওঁ হঠাতে কৈ উঠিছে—

দুখদূৰ কৰি জগৎ উদ্ধাৰ
কৰাহে জগৎ স্বামী।

* * *

প্ৰভূৰ কাষলৈ নিনিয়ে যি সুখে
হিয়াৰ যাতনা মাথো।

জড়জগতৰ চেতনা নিয়ন্তা
ৰথৰ সাৰথি তুমি।

চন্দ্ৰকুমাৰৰ কৱিতাই পাশ্চাত্য দাৰ্শনিক ভাব প্ৰাচীন ভাৰতীয় চিন্তা, অসমীয়া লোকগীতিৰ ভাৱ-ভঙ্গী এই সকলোবোৰ সামৰি লৈ, আধুনিক অসমীয়া কাব্যৰ দীঘলীয়া শাৰীৰ আগতে ঠাই লৈছে। তেওঁ কোনো ধৰ্ম্ম-সম্প্ৰদায়ৰ মুখপাত্ৰ নহয়। পৃথিৱীখনৰ প্ৰতি শ্ৰদ্ধা আৰু পৃথিৱীৰ মানুহৰ আশা আদৰ্শ তেওঁৰ কাব্যৰ মাজেদি প্ৰকাশ পাইছে। তেওঁৰ কাব্যৰ সৰহখিনি কিছুকালৰ মূৰত মানুহে পাহৰি যাব, সাহিত্যৰ বুৰঞ্জীৰ গৱেষক আৰু শিক্ষকে আগৰৱালাৰ পুৰণি সংস্কৰণ বিচাৰি হাবাথুৰি খাব লাগিব। গৌৰৱৰ কথা এই—আধুনিক যুগৰ আৰম্ভতে বিশ্বমানৱৰ আশা আকাঙ্ক্ষাৰ সুৰ দিওঁতা সহস্ৰ কৱিকণ্ঠৰ লগতে আচহুৱা অসমীয়া কণ্ঠও মিহলাই আগৰৱালা কৱিয়ে অসমীয়া জাতিৰ প্ৰতিনিধিত্ব কৰিছে।

---

# চন্দ্ৰকুমাৰৰ কৱিতাৰ অন্তৰালত

—অতুলচন্দ্ৰ বৰুৱা

কৱিতা আৰু ব্যৱসায় দুয়োৰো সম্বন্ধ দেখাত ছাগ আৰু বাঘৰ সম্বন্ধৰ দৰে। ছাগ আৰু বাঘৰ সহাৱস্থান আৰু হলিগলি গতি চাৰ্কাছত মাত্ৰ দেখিবলৈ পোৱা যায়। অসম্ভৱক সম্ভৱ কৰি দেখুৱা বাবেই চাৰ্কাছৰ ছাগ-বাঘৰ খেলাই দৰ্শকক আকৰ্ষণ কৰে। কৱিতা আৰু ব্যৱসায় এই দুয়োটা বিপৰীত ধৰণৰ বিষ্যাৰো মিলন ঘটিছিল চন্দ্ৰকুমাৰ আগৰৱালাৰ হাতত। তেওঁৰ কৱিতা সেইবাবে পাঠকৰ কাৰণে আদৰ আৰু আকৰ্ষণৰ বস্তু। লক্ষ্মী আৰু সৰস্বতী এই দুয়ো গৰাকী দেৱীৰ কৃপা একেজনলোকৰ ওপৰত কাচিৎ কেতিয়াবাহে বৰ্ষন হোৱা দেখিবলৈ পোৱা যায়। চন্দ্ৰকুমাৰো তেনে লোকসকলৰ এজন। তেওঁৰ জীৱন-কাহিনী সেইবাবেই বৈচিত্ৰ্যপূৰ্ণ। তেনে জীৱনৰ আত্মকথা কৱিতাত কেনেবাকৈ গোঁঠা থাকিলে সেই কৱিতাৰ সম্যক উপলব্ধিৰ বাবে তৎ সংশ্লিষ্ট ঘটনাবোৰ জনাৰ নিতান্ত প্ৰয়োজন। কাৰণ তাৰ অজ্ঞতাই কৱিতাৰ আচল উৎসটোকে লুকাই ৰাখি পাঠকক মৰীচিকা ভ্ৰমৰ জীয়াতু ভুঞ্জায়। আন ফালেদি আকৌ কাব্য সৃষ্টিৰ অন্তৰালত থকা কাহিনী বা ঘটনা-বোৰ জনা থাকিলে কৱিতাত ব্যৱহৃত হোৱা শব্দবোৰৰ যথাযথ প্ৰয়োগ আৰু তাৰ মাজেদি নিগৰি ওলোৱা কাব্যৰসৰ আচ্ছাদন আৰু বিচাৰ সম্ভৱ হৈ পৰে। লক্ষ্মী-সৰস্বতী দুয়োৰো সুপুত্ৰ হোৱাৰ উপৰিও চন্দ্ৰকুমাৰ আছিল ৰোমাণ্টিক যুগৰ আপোন-সুৰীয়া কৱি। নিজৰ ব্যক্তিগত জীৱনৰ সুখ-দুখভৰা অনেক ঘটনাৰ প্ৰতিচ্ছবি তেওঁৰ অনেক কৱিতাৰ বিষয়বস্তু। জীৱনৰ অনেক ঘটনাৰ স্মৃতি তেওঁৰ কিছুমান

কৱিতাৰ শব্দযোজনা আৰু খণ্ড বাক্যত ভাহি আছে। সেই ঘটনাবোৰৰ ইঙ্গিত নাপালে কৱিতাৰ ৰসাল কথাবোৰো পাঠকৰ মনত সাথৰৰ দৰে হৈ পৰে। তাৰে কিছুমান ফহিয়াই চাই কাব্যৰ অন্তৰালত থকা ঘটনা কিছুমানৰ ইঙ্গিত দিবলৈ ইয়াত প্ৰয়াস কৰা হ'ল।

পোনতে তেওঁৰ প্ৰতিমা কৱিতাটোকেই আলচ কৰা যাওক। প্ৰতিমা তেওঁৰ প্ৰথম কাব্যখনৰ প্ৰথম কৱিতাৰ নাম। এই কাব্য প্ৰকাশৰ কাৰণে তেওঁক তেওঁৰ অন্তৰঙ্গ বন্ধু লক্ষ্মীনাথ বেজবৰুৱাই সঘনে উদগাই আছিল। বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামী আৰু চন্দ্ৰকুমাৰ কলিকতাত থাকি একে সময়তে প্ৰেচিডেন্সী কলেজত পঢ়িছিল। সেই সময়তে তিনিওৰো মাজত অভিন্ন হৃদয়ৰ বন্ধুত্ব স্থাপন হয়। এই তিনিজনা যুৱক বন্ধুৰ ত্ৰিবেণী সঙ্গমৰ ফলতে ১৮৮৯ চনৰ ফেব্ৰুৱাৰী মাহত 'জোনাকী' কাকতৰ জন্ম। কালক্ৰমত বিভিন্ন কৰ্ম্মক্ষেত্ৰত নামি তিনিও তিনিওৰপৰা দূৰত আছিল যদিও পৰস্পৰ প্ৰাণৰ আকৰ্ষণ হলে হ্ৰাস হোৱা নাছিল। চন্দ্ৰকুমাৰে গৈ ডিব্ৰুগড়ৰপৰা নমাইল দূৰত থকা তামোলবাৰী বাগিচাত সোমাই তেওঁৰ পিতৃ হৰিবিলাস আগৰৱালাক ব্যৱসায়ত সহায় কৰিছিল। সেই সময়তে তেওঁৰ পূৰ্ব্বৰ ৰচিত কৱিতাবোৰ পুস্তক আকাৰত প্ৰকাশ কৰিবলৈ বেজ-বৰুৱা আৰু গোস্বামীয়ে তেওঁক উদগাই আছিল। তাৰেই ফলত প্ৰতিমা কাব্যৰ সৃষ্টি। প্ৰতিমা অকল কৱিৰ মানস প্ৰতিমাই নহয় সেই নামৰ লগত কৱিৰ এটি করুণ স্মৃতিও বিজড়িত আছে। তেওঁৰ প্ৰথমা কন্যাৰ নামো আছিল প্ৰতিমা। বৈবাহিক জীৱনৰ সুদীৰ্ঘ ছয় বছৰৰ মূৰত পিতৃ-মাতৃৰ ভাগ্যত এই কন্যাৰত্ন লাভ হয়। প্ৰতিমা নামে কামে প্ৰতিমা আছিল। কিন্তু নিয়তিৰ নিঠুৰ বিধানত এবছৰ বয়স কথমপি পূৰ হওঁতেই প্ৰতিমাই ইহলীলা সম্বৰণ কৰিলে। প্ৰতিমা মৰিল সঁচা কিন্তু কৱি পিতৃৰ মনৰ পৰা প্ৰতিমাৰ



ছবি মাৰ নগ'ল। মনে তেওঁৰ 'প্ৰতিমা, প্ৰতিমাকৈ' মাজে মাজে কান্দি উঠে। প্ৰতিমা কৱিতাত আছে—'প্ৰতিমা, প্ৰতিমা' ৰৱে ব্যাকুল কৰিলে, চাব খোজে হিয়াৰ বিকাশ।' মানৱী প্ৰতিমাক তেওঁ লোকৰ আগত সৰহ দিন দেখুৱাবলৈ নাপাই কৱিতাৰ মানসী প্ৰতিমাকেই হৃদয়ৰ দুৱাৰ মেলি দেখুৱাই দিছে—

'আধা ফুটা আবেগৰ ইমান জুমুৰি
দিলোঁ মেলি হৃদয় দুৱাৰ
যত ইচ্ছা দৰ্শকৰ চক জুমি জুমি
ভুলে যদি সন্তাপ মনৰ।

প্ৰতিমাৰ মাক আছিল গোলাঘাটৰ দণ্ডধৰ বৰুৱা তহচীল-দাৰৰ জায়েক, নাম মুক্তাপ্ৰভা আইদেউ। কৱি চন্দ্ৰকুমাৰৰ লগত তেওঁৰ বিয়া হয় ১৮৯৮ চনত। চন্দ্ৰকুমাৰৰ বয়স আছিল তেতিয়া ত্ৰিশ বছৰ। 'জীৱনৰ লগৰীয়া' কৱিতাত কৱিয়ে তেওঁৰ অৰ্দ্ধাঙ্গিনীক সদায় কেনেভাৱে পাবলৈ বিচাৰে তাৰে এটি আশাপূৰ্ণ বৰ্ণনা দিছে। বিয়াৰ পিছত সংসাৰত প্ৰৱেশ কৰিবলৈ প্ৰথম পদক্ষেপ আগবঢ়ায়ে পত্নীক সকলো পতিয়ে কল্পনাৰ সকলোখিনি ৰূপ আৰু গুণেৰে বিভূষিত দেখিবলৈ ইচ্ছা কৰাটো নিতান্ত স্বাভাৱিক। জীৱনৰ লগৰীয়া--- কৱিতাতো কৱি চন্দ্ৰকুমাৰে তাকেই কৰিছে। তেতিয়া তেওঁ আছিল তামোলবাৰী বাগিচাত আমোদ-ঐশ্বৰ্য্য আৰু প্ৰাচুৰ্য্যৰ মাজত। তথাপি তেওঁ পাহৰা নাছিল যে মানুহৰ বাবে, বিশেষকৈ তিৰোতাৰ বাবে একমাত্ৰ ধৰ্ম্ম মৰম প্ৰচাৰ— "প্ৰচাৰিবা জগতত 'মৰমেই ধৰম'।" কৱিয়ে নিজৰ জীৱনৰ ব্ৰত স্বৰূপে লোৱা সুন্দৰৰ আৰাধনাকো জীৱনৰ লগৰীয়াতে অৰ্পণ কৰিবলৈ ওলাইছিল -'সুন্দৰৰ আৰাধনা তোমাতে অৰ্পিম।' কৱিৰ আকাঙ্ক্ষিতা পত্নী হব লাগিব - ঊষাৰ দৰে নিতৌ নতু ন, বেলিটোৰ দৰে সকলো কৰ্ম্মপ্ৰেৰণাৰ আকৰ

স্বৰূপ, সন্ধ্যাৰ দৰে সন্তাপহাৰিণী, নিদ্ৰাৰ দৰে শান্তিদায়িনী, সপোনৰ দৰে ৰহস্যময়ী, হৃদয়ৰ সকলো আকাঙ্ক্ষাৰ আধাৰ স্বৰূপ আৰু জোনবাইৰ দৰে 'মৰমেই ধৰম' নীতিৰ আদৰ্শ। সেয়ে হলে কৱিয়ে কব পাৰিব—

'মানৱী জনম হব সৌভাগ্যেৰে পূৰ,
আনন্দৰ নিজৰণি তুমি প্ৰাণ মোৰ।'

কৱিৰ পাৰিবাৰিক জীৱন বাস্তৱত কেনে হৈ উঠিছিল সেইটো আমাৰ আলোচ্যৰ বিষয় নহয়। কিন্তু এৰা-ধৰাৰ সাধাৰণ নিয়ম মানি তেওঁ যে জীৱন পথত আগুৱাব পাৰিছিল তাৰ সাক্ষী তেওঁৰ 'শান্তি' কৱিতা। পতি-পত্নীৰ মাজৰ মান-অভিমান সাধাৰণ কথা। জলকীয়াৰ জলাই ভোজনৰ তৃপ্তি বঢ়োৱাৰ দৰে প্ৰেমিক প্ৰেমিকাৰ মাজৰ ওফোণ্ড বা মান-অভিমানৰ খেলাই দুয়োকো দুয়োৰো প্ৰতি অধিকতৰভাৱে আকৃষ্ট কৰে। কৱিয়ে সেইবাবে কৈছে—

সংসাৰৰ উপেক্ষা ৰাশিয়ে
নাশিবনে শান্তি হৃদয়ৰ ?
বাটকুৱা লোকৰ কথাতে
ভাঙিবানে আপোনাৰ ঘৰ ?

ন-পত্নীয়ে ক্ষুদ্ৰ উপেক্ষাতে অভিমান কৰা স্বাভাৱিক। দম্পতি-কলহৰ তেনে ইঙ্গিত এটি দি কৱিয়ে অভিমানী পত্নীৰ মান ভঞ্জন কৰিবলৈ প্ৰেমৰ যুগ-বিজয়ী বাণী শুনাইছে—

প্ৰেমৰ আগত কিবা দুখ,
কিবা মৃত্যু ? প্ৰেম মৃত্যুঞ্জয়ী।
* * *
যি প্ৰেমেই তোমাৰ সম্বল
সেয়ে স্পৰ্শমণি সংসাৰৰ।

চন্দ্ৰকুমাৰে বি.এ পাছ নকৰাকৈ বিলাতলৈ গৈ তাতে পঢ়ি ব্যেৰিষ্টাৰি পাছ কৰিব খুজিছিল। তেতিয়া তেওঁৰ



পিতৃ হৰিবিলাস আগৰৱালাৰ কলিকতাৰ ১০ নং আৰ্মেনিয়ান ষ্ট্ৰীটত নিজা ঘৰ-মাটি আছিল। চন্দ্ৰকুমাৰে তাতে থাকি প্ৰেচিডেন্সী কলেজত পঢ়িছিল আৰু হেম গোঁসাই, বেজবৰুৱা আদিসকলৰ লগত সাহিত্য চৰ্চ্চা কৰি কাল কটাইছিল। সেই সময়ত হঠাৎ কোনো এটা কাৰণ বশতঃ হৰিবিলাস আগৰৱালাৰ ব্যৱসায়ত বহুত ক্ষতি হ'ল আৰু অৱনতি ঘটিল। তেওঁ পুতেক চন্দ্ৰকুমাৰৰ পৰামৰ্শ ললে আৰু তেওঁক বিলাতলৈ যাবলৈ মানা কৰি তামোলবাৰী চাহবাগিচাখনৰ দায়িত্ব গ্ৰহণ কৰিবলৈ আহ্বান জনালে। চন্দ্ৰকুমাৰ সেই কাল পৰ্য্যন্ত পিতৃ-মাতৃৰ আলাসৰ লাড়ু হৈ আছিল। গতিকে পিতাকে তেওঁৰ ওপৰত এটা গধুৰ দায়িত্ব ন্যস্ত কৰি কিছু-পৰিমাণে চিন্তিত হৈছিল। পিতাকৰ তেনে চিন্তাকুলতালৈ লক্ষ্য কৰিয়ে তেওঁৰ উদেশ্যে চন্দ্ৰকুমাৰে 'কৰ্ম্মদেৱ' কৱিতা ৰচনা কৰিছিল। এই পৰিস্থিতিটো নাজানিলে 'কৰ্ম্মদেৱ' কৱিতা কিছু পৰিমানে দুৰ্ব্বোধ্য হৈ থাকে। তাত কৰি চন্দ্ৰকুমাৰে চিন্তাকুল পিতৃৰ আগত থিয় হৈ যেন বজ্ৰকণ্ঠে ঘোষণা কৰিছে—

কি দেখিছা ? শিলেৰে বন্ধালোঁ এই হিয়া,
সাধনাৰ অসি হাতে ওলালো এতিয়া।
* * *
শক্তিৰ মন্ত্ৰেৰে আৰাধিলো ইষ্টদেৱ,
শক্তিৰ সন্তান মই নোহো আৰু কেওঁ।

এইদৰে চাহবাগিচাত সোমাই চাহপাতৰ মন্ত্ৰকে যপ কৰি চন্দ্ৰকুমাৰে জীৱনৰ সুদীৰ্ঘ তেইশটি বছৰ কটায় দিছিল।

তেওঁৰ অন্য এটি কৱিতাৰ নাম আশীৰ্ব্বাদ। এই কৱিতাৰ প্ৰথম শাৰীটি আৰম্ভ হৈছে—'শ্ৰীমতী আইটী প্ৰাণাধিকাসু' বুলি। ইয়াত যাৰে উপলক্ষ্য কৰি কৱিতাটি আৰম্ভ কৰা হৈছে তেওঁৰেই নামটো খালী ৰখা হৈছে। কোনোবাই কৈ নিদিলে সেই খালী ঠাই পূৰ কৰা টান আৰু কৱিৰ জীৱনৰ

কথা নাজানিলে সেইজনী আইটীনো কোন তাক স্থিৰ কৰা দুঃসাধ্য হৈ পৰে। কৱিয়ে সৰু আৰু তেওঁৰ একমাত্ৰ ভনীয়েক যজ্ঞেশ্বৰীক সদায় 'আইটী' সম্বোধন কৰিছিল। বিষ্ণুপ্ৰসাদ, চন্দ্ৰকুমাৰ, পৰমানন্দ, কৃষ্ণপ্ৰসাদ, যজ্ঞেশ্বৰী আৰু গোপালচন্দ্ৰ— এই ছয়টি আছিল হৰিবিলাস আগৰৱালাৰ সন্তান। তেওঁৰ সন্তানবোৰৰ ভিতৰত চন্দ্ৰকুমাৰ মাত্ৰ শেষলৈকে জীয়াই আছিল। চন্দ্ৰকুমাৰে আশীৰ্ব্বাদ কৱিতা ভনীয়েক যজ্ঞেশ্বৰীৰ শুভ পৰিণয় উপলক্ষে ৰচনা কৰিছিল। ভনীয়েক আইটীয়ে তেওঁৰ শিশুকালৰ 'ধূলি-ধেমালিৰ ভাইটি' গোপাল চন্দ্ৰকো পৰিহাৰ কৰি বিয়াৰ পিছত স্বামীগৃহলৈ যাবলৈ ওলোৱাত 'সুন্দৰ মুখৰ দৰে সুন্দৰ জীৱন হোক তোৰ'—বুলি শুভেচ্ছা জনাইছে আৰু শেষত হিয়া উবুৰিয়াই আশীৰ্ব্বাদ দি কৈছে—

'তৃষিত মৰত মুখে ঢালিবা পীযুষ,
অন্ন দিবা অন্নপূৰ্ণা হই—
গৌৰীসতী আই মোৰ নোলায় যে কথা
কিনো দিম অকিঞ্চন মই।

যজ্ঞেশ্বৰীৰ বিয়া হৈছিল তেজপুৰৰ কালীকান্ত বৰকটকী নামৰ যুৱক এজনৰ সৈতে। দুৰ্ভাগ্যৰ কথা এই যে যজ্ঞেশ্বৰীয়ে সৰহ কাল ঘৰ-সংসাৰ নকৰিলে। তেওঁ আপোনঘাতিনী হ'ল। সংসাৰত প্ৰৱেশ কৰিয়ে সংসাৰ চক্ৰৰ নিকাৰ ভুঞ্জিবলৈ নৌপাওতেই তেওঁ সংসাৰ এৰিলে। বাপেকীৰ ঘৰৰ আগৰ সেই মুকলিমূৰীয়া ছোৱালীৰ জীৱনকে পুনঃ পাবলৈ অভিলাষ কৰিহে যেন তেওঁ নিজ খুচিমতে পৰলোকলৈ গতি কৰিলে। 'বিমুখ' কৱিতাৰ তলৰ পংক্তিবোৰে তাৰেই সাক্ষী দিয়ে। তাত আছে—

ভুমুকি মাৰিয়ে হলি সংসাৰ বিমুখ
সংসাৰৰ বিহে তোৰ দহিলে হৃদয়······ইত্যাদি

* * *



বাৰী-চুকে বিভিয়াই ভাই লগে লৈ—
ধেমালিত মগ্ন তোক দেখিলে শুৱায়
গহীন সংসাৰ, মাত মাৰি থকা হায়
কপট জীৱনে আই তোক নুশুৱায়।
নিজে দিহা কৰি ললি নিজৰ জীৱন!
মুকলিমূৰীয়া হৈ আকৌ ফুৰিবলৈ......ইত্যাদি।

সেইবাবে কৱিয়ে তেওঁৰ মৃত্যুৰ সিপাৰত থকা ভনীয়েকলৈ নিজৰ মুক্তা-সদৃশ চকুলো মাত্ৰ যাচিছে। তেওঁ তেওঁৰ কোনোটো কৱিতাতে ৰচনাৰ চন-তাৰিখ নতুবা বৰ্ণনাচিত্ৰৰ পটভূমি দিয়া নাই। সেইবাবে-ভুমুকি মাৰিয়ে সংসাৰ বিমুখ হোৱা—চিৰ-কুমাৰীৰ খেল খেলি থাকিবলৈ অভিলাষ কৰা—আদি ভাববোৰ-লৈ লক্ষ্য কৰি কোনোৱে আকৌ কৱিৰ বিমুখ কৱিতাতো যুগমীয়া শোকৰ ( কন্যা শোকৰ ) প্ৰতিবিম্বকে দেখিব খোজে। প্ৰকৃততে 'বিমুখ' কৱিতাত কৱিৰ ভগ্নমনোৰথা মৃতা ভগ্না যজ্ঞেশ্বৰীৰ উদ্দেশ্যে উথলি উথা শোকৰ উচ্ছ্বাসহে লক্ষ্য কৰা যায়। তেওঁৰ বিয়া উপলক্ষে লিখা আশীৰ্ব্বাদ কৱিতাতো কৱি চন্দ্ৰকুমাৰে কৈছিল—

'কিনো দিম অকিঞ্চন মই।
কিবা আছে মোৰ? ভুখায়া হৃদয় মোৰ
চকু-পানী টুপিহে সম্বল।'

'বাৰী চুকে বিভিয়াই ভাই লগে লৈ' 'নিজে দিহা কৰি ললি নিজৰ জীৱন'—এনেবোৰ পংক্তিয়ে স্পষ্টকৈ নিৰ্দ্দেশ কৰে যে কৱিয়ে তেওঁৰ ভনীয়েকক উদ্দেশ্য কৰিয়ে এনেবোৰ বচন প্ৰয়োগ কৰিছিল। তেওঁৰ জীয়েক প্ৰতিমা এবছৰ বয়সতে ঢুকায় আৰু ঢুকুৱাৰ সময়ত তেওঁৰ (প্ৰতিমাৰ) ভায়েক উপজাই নাছিল—গতিকে ভায়েকক লগত লৈ বাৰীৰ চুকত বিভিয়াই ফুৰাৰ প্ৰশ্নই নুঠে। এবছৰীয়া ছোৱালীয়ে বাৰীৰ চুকত গৈ বিভিয়াই ফুৰিবও নোৱাৰে। দ্বিতীয়তে

'নিজে দিহা কৰি ললি নিজৰ জীৱন' কথাই স্পষ্টকৈয়ে আপোন-ঘাতী হোৱাৰ্লৈ আঙুলিয়ায়। ভায়েক আছিল গোপালচন্দ্ৰ।

'যুগমীয়া শোক' তেওঁৰ অন্য এটি শোকৰ কৱিতা। তাত কৱিয়ে প্ৰতিমা-বিয়োগৰ শোক বৰ্ণাইছে। বিশেষ মন কৰিবলগীয়া কথা এই যে সেই দুঃসহ শোকৰ মাজতো কৱিয়ে মৰি যোৱা জীয়েকৰ স্মৃতি সোঁৱৰি—

মানুহক ভাল পাম ভাবি আই তোকে,
ক্ষেমিম সকলো চিন্তি তোৰেই মুখকে—

বুলি সান্ত্বনা লভিব পাৰিছে। সন্তান বিয়োগৰ যুগমীয়া শোকক তেওঁ সঁচাকৈয়ে যুগমীয়া ৰূপ দিলে।

চন্দ্ৰকুমাৰৰ 'অজেয়' নামৰ আৰু এটি শোকৰ কৱিতা আছে। সেইটো তেওঁৰ ভাটী বয়সৰ কৱিতা। তাত তেওঁৰ পুত্ৰ-বিয়োগ শোকৰ প্ৰতিধ্বনি আৰু প্ৰতিক্ৰিয়া স্পষ্ট হৈ উঠিছে। চন্দ্ৰকুমাৰৰ প্ৰথম পুত্ৰ নবীন কুমাৰ, দ্বিতীয় অৰুণ কুমাৰ আৰু তৃতীয়টি তৰুণ কুমাৰ। দ্বিতীয় পুত্ৰ অৰুণ কুমাৰৰ করুণ মৃত্যুকেই উদ্দেশ্য কৰি এই কৱিতা ৰচিত হৈছে। অৰুণ আছিল গোৱাৰ-গোবিন্দ প্ৰকৃতিৰ লোক। বিলাতলৈ যাওঁ বুলিয়ে যাবলৈ নাপাই তেওঁ ৰাতি শোৱা-কোঠাত আত্মহত্যা কৰে। চন্দ্ৰকুমাৰে অৰুণক শাসনলৈ আনিবলৈ অশেষ যত্ন কৰিছিল কিন্তু কৃতকাৰ্য্য নহ'ল। নিজৰ বিফলতা আৰু পুত্ৰৰ জীৱনৰ নিকৰুণ শেষ পৰিণতিলৈ লক্ষ্য কৰিয়ে চন্দ্ৰকুমাৰে 'অজেয়' কৱিতা ৰচনা কৰে। তাত তেওঁৰ জ্ঞানী মনৰ প্ৰতিক্ৰিয়া লক্ষ্য কৰা যায়। 'অজেয়' কৱিতা 'প্ৰতিমা' আৰু 'বীণ বৰাগীত' নাই। বাঁহীত প্ৰকাশ হৈছিল। কৱিতাটি তলত তুলি দিয়া হ'ল—

হে নিয়তি, তই যদিও দুখৰ পিহনি শিলত থই
ভাঙিলি মোৰ জীৱনৰ শস্য চূৰ্ণ বিচূৰ্ণ কৈ



বাৰু চাবি মোৰ চকুলোৰে তাকে
সানি-পুটকি ল'ই
বান্ধিম আশাৰ পিঠাপনা লাড়ু
ভুঞ্জি নিচুকি অ'ই।
সহস্ৰ হৃদয় যালৈ নেমেলে
পথাৰৰ শস্যয়ো থোক,
তিতিকি কেতুৰী বন-খাৰখিও
মিলক বা নিমিলক
হে নিয়তি তুই যদিও পুনৰ জ্বলন্ত কুণ্ডত
ফুটন্ত জাৱন মোৰ,
ভগন কৰিলি ধূলি উৰুৱালি
গচকি পেলালি ওৰ।
চা হেৰ চা—
চাওতে চাওতে উপচি পৰিল
ফুলে-পাতে (মোৰ) কুঞ্জলতা
স্নিগ্ধ প্ৰেমৰ জীৱন দায়িনী
শাখা-প্ৰশাখা যুতা।
সহস্ৰ হিয়া জুৰাব ইয়াতে
ফুলনি মৰুৰ মাজে
য'ত নাছিল একোৱেই কঠুৱা কালৰ
কাঁইট-বালিত বাজে।

হেম গোস্বামী আৰু বেজবৰুৱাৰ লগত চন্দ্ৰকুমাৰৰ কেনে হলিগলি আছিল সেই বিষয়ে আগতে উল্লেখ কৰা হৈছে। বহুত দিনৰ ব্যৱধানৰ অন্তত হেম গোস্বামীৰ পৰা 'ফুলৰ চাকি' নামৰ তেওঁৰ নকৈ প্ৰকাশ হোৱা কৱিতাৰ পুথিখন উপহাৰ পাই কৰি চন্দ্ৰকুমাৰৰ মনত কেনেকৈ অতীত স্মৃতি জাগি উঠিছিল 'ফুলৰ চাকি ৰচোঁতাৰ প্ৰতি' নামৰ কৱিতাই তাৰ সাক্ষী। তাত তেওঁ ফুলৰ চাকি ৰচোঁতাক ভাই বুলি সম্বোধন কৰি উপহাৰৰ শলাগ লৈ কৈছে—

আজিৰ কথায়ো দিলে তাহানিক লগ
পুৰণি নতুন হ'ল, সপোন দিঠক।

তেনেকৈ 'কূট' নামৰ কৱিতাটিতো বেজবৰুৱালৈ ঠাৰেচিয়াৰে দিয়া উত্তৰ মন কৰিবলগীয়া। বেজবৰুৱাই পোনতে কলিকতাৰ পৰা আৰু পিছত সম্বলপুৰৰ পৰাও চন্দ্ৰকুমাৰলৈ তামোলবাৰী বাগিচাৰ ঠিকনাত মাজে সময়ে চিঠি লিখি আছিল। চিঠিৰ যোগাযোগৰ মাজেদি সাহিত্য-চৰ্চ্চাৰ বাবে জনোৱা আহ্বানৰ উত্তৰত চন্দ্ৰকুমাৰে 'কূট' নামৰ কৱিতা লিখিছিল। চাহবাগিচাৰ কামত লাগি থাকি সাহিত্য চৰ্চ্চা পাহৰি যাব খোজা বুলি দোষাৰোপ কৰি বেজবৰুৱাই লিখা চিঠিৰ উত্তৰত তেওঁৰ স্পন্দনশীল মনটোৱে কৈছিল— 'মাৰা, টানা, কিলোৱা বা যিহকে কৰিবা—মইযে তোমাৰ, তুমি মোৰ।'

বাগিচাৰ সেউজী চাহপাতে চন্দ্ৰকুমাৰৰ চিৰ সেউজী মনৰ ৰূপতৃষ্ণা সততে সজীৱ ৰাখিব পাৰিছিল। সেয়েহে বাগিচাৰ কঠোৰ কৰ্ত্তব্যৰ মাজত থাকিও তেওঁ 'ফুলা সৰিয়হ ডৰাৰ' অনুপম সৌন্দৰ্য্য মানস চকুৰে চাই আবেগত কৈ উঠিছিল—

কি হব নো হেৰি, ঘানিয়ে ঘানিয়ে
গুটী সৰিয়হ পেৰি ?
তেলিয়ে পেৰিব, জগত যোগাব—
কিয় মোক ধৰা বেৰি ?
দিয়াঁ মোক এৰি, চাওঁ গৈ ঘূৰি
ফুলা সৰিয়হ ডৰা। ইত্যাদি।

অৰ্থাৎ এনেবোৰ কৰ্ত্তব্যৰ ঘানি ঘূৰাবলৈ অনেক লোক আছে, মোক মিছাতে ইয়াত আবদ্ধ কৰি ৰাখিব নালাগে, মোক ফুলা সৰিয়হ ডৰাৰ ধুনীয়া দৃশ্য উপভোগ কৰিবলৈ এৰি দিয়া।



ওপৰত উল্লেখ কৰা কৱিতাবোৰত চন্দ্ৰকুমাৰৰ কৰ্ম্মময় জীৱনৰ বাস্তৱ সংঘাতবোৰৰ উল্লেখ বাৰুকৈয়ে পোৱা যায়। তেওঁৰ মনৰ জগৎখনৰ সংঘাতবোৰো কৱিতাত কম স্পষ্ট হৈ উঠা নাই। সাহিত্য-জীৱনৰ প্ৰথম কালছোৱাত চন্দ্ৰকুমাৰ আছিল প্ৰেম আৰু সৌন্দৰ্য্যৰ উপাসক ৰোমাণ্টিক কৱি। বনকুঁৱৰী, জলকুঁৱৰী, নীয়ৰ, মাধুৰী তেজীমলা আদি এই সময়ৰ কৱিতা। ক্ৰমে বাস্তৱৰ লগত সন্মুখীন হৈ অহাৰ লগে লগে তেওঁৰ কৱিতাতো আদৰ্শৰ লগত বাস্তৱৰ সংঘৰ্ষ প্ৰতিফলিত হবলৈ ধৰে। ইচ্ছা, সংশয় ৰহস্য, কৰ্ম্মদেৱ, জোনাকী আদি এই সময়ৰ কৱিতা। কৱিৰ তৃতীয় পৰ্য্যায়ৰ কৱিতাবোৰ বিদ্ৰোহৰ কৱিতা। সেই বিদ্ৰোহৰ মাজেদি তেওঁ সৃষ্টিৰ সপোন দেখিছে। আশাবাদ আৰু মানৱৰ নিৰন্তৰ হিতচিন্তা এই কৱিতাবোৰৰ মূল ভাব। বিশ্ব ভাৰৱীয়া, সত্য তুমি শিৱ তুমি, অসীম সুন্দৰ, মানৱ বন্দনা, অতৃপ্তি, আৰু বিশেষকৈ বীণ-বৰাগী কাব্যৰ আনন্দ তীৰ্থ, বীণ-বৰাগী, আত্মদান আদি এই শ্ৰেণীৰ কৱিতা।

ন্যায় আৰু অন্যায়, আৰু আদৰ্শ আৰু বাস্তৱৰ মাজত অহৰহ চলি থকা সংঘৰ্ষ তেওঁৰ অনেক কৱিতাৰ বিষয় বস্তু। সংশয় ? ৰহস্য কৱিতাত তাৰে এটা বিশিষ্ট ৰূপ অঙ্কণ কৰা হৈছে। বিধাতাই শুকুলা হাতীত উঠি সংসাৰৰ আদৰ্শৰ পোহৰ মেলি দিছেহি। এনেতে প্ৰতিক্ৰিয়াশীলতাৰ কুৰূচ-কদাকাৰ দৈত্য এটাই সেই আদৰ্শ গ্ৰাস কৰিবলৈ কৰাল মূৰ্ত্তি ধৰি খেদি আহিল। দুয়োৰো তুমুল সংগ্ৰাম চলিল। খেলি-মেলি উপস্থিত হ'ল। যুদ্ধ ক্ষেত্ৰত অহা-যোৱাৰ অবিৰাম সোঁত চলিবলৈ ধৰিলে। ন্যায়-অন্যায়, এন্ধাৰ-পোহৰৰ এই চিৰন্তন যুঁজ দেখি কৱিৰো চিত্তত বিভ্ৰম ঘটিল, 'সঁচা-মিছা কিনো, ধৰিম এৰিম কাক ?'—এই প্ৰশ্নই কৱিৰো অন্তৰত সংশয় ৰহস্যৰ সৃষ্টি কৰিলে। কিন্তু কৱিৰ মনৰ এই সংশয় স্থায়ী নহ'ল। তেওঁ পথ বিচাৰি পালে। তাৰ

প্ৰমাণ তেওঁৰ বীণ-বৰাগী কৱিতা। তাত তেওঁ সত্য, শিৱ সুন্দৰৰ সনাতন তথ্য অন্তৰত উপলব্ধি কৰিব পাৰি নিজেতো আনন্দ তীৰ্থলৈ যাত্ৰা আৰম্ভ কৰিছেই, লগৰীয়া সকলকো তেওঁৰ সঙ্গ লবলৈ মাতিছে। এই সত্য পথৰ তেওঁ পোনতে সন্ধান দিছে জীৱন উচ্ছ্বাস কৱিতাত। তাতো তেওঁক পোনতে বিকট-বদন সংসাৰ ৰাক্ষসে আদৰ্শৰ পথত আগ বাঢ়িব দিয়া নাই, 'হেচা মাৰি ধৰি আছে উঠিব নিদিয়ে— য'ৰে মইতো ত'তে আছোঁ। তথাপিও তেওঁ নিৰুৎসাহ, নিৰুপায় বা হতভম্ব হোৱা নাই। তাৰ মাজৰ পৰাই দৃঢ় কণ্ঠে কব পাৰিছে— 'যেন নাপাহৰোঁ। জীৱৰ জীৱন, বিশ্বৰ মঙ্গল নিদান।' কৰ্ত্তব্যৰ মহামন্ত্ৰ উচ্চাৰণ কৰি সেইবাবে তেওঁ শেষত ঘোষণা কৰিছে যে কামৰ মাজেদিহে মানুহৰ প্ৰকৃত ব্যক্তিত্ব প্ৰকাশ পায়। মানুহজনৰ অৱস্থিতিৰ প্ৰকাশমান প্ৰমাণ তেওঁৰ কাম—

যি কাম আগতে দেখোঁ মই, শিৱময়,
সেয়ে মোৰ তো প্ৰমাণ।

মুঠতে কৱিৰ জীৱনত দ্বন্দ্ব, সংঘাত বিৰোধ সকলো আছে কিন্তু নৈৰাশ্য নাই। কৱি সদায় আশাবাদী। সেয়েহে জোনাকী (কৱিতা-জাল) নামৰ কৱিতাতো কৱিতা-জালৰ মাজেদি নিজৰ 'মানসী প্ৰতিমাটিহে' জিলিকাই তুলি 'গুন গুন কৰি ব৷ণৰ প্ৰাণত'— আশাৰ সুৰ বজাব খুজিছে।

ইচ্ছা আৰু সুখ গীত—এই দুটি সৰু কৱিতাত চন্দ্ৰকুমাৰে তেওঁৰ কৰ্ম্ম জীৱনৰ মূল মন্ত্ৰ থোৰতে প্ৰকাশ কৰিছে। জীৱন যুঁজৰ প্ৰধান সাৰথি ইচ্ছা। কেৱল অস্ত্ৰ-শস্ত্ৰৰ বলেৰে কোনেও ৰণ জয় কৰিব নোৱাৰে। ৰণ জয়ৰ বাবে প্ৰধান অস্ত্ৰ মনৰ বল বা ইচ্ছা। যোদ্ধাৰ মনত প্ৰবল ইচ্ছা নাথাকিলে হেজাৰ অস্ত্ৰবলেও তেওঁক জয়মাল্য দিব নোৱাৰে। 'সৰ্ব্বথা জিকিব সিটো, ইচ্ছা যাৰ বলী।' তেনেকৈ সুখ গীত কৱিতাটো কৱিয়ে পুৰুষাৰ্থৰ বিজয় গৌৰৱ ঘোষণা



কৰিছে। সংসাৰৰ সুখবোৰ যেন মানুহৰ চাৰিওফালে বায়ুমণ্ডলত উৰি উৰি ফুৰিব লাগিছে যত্নেৰে তাক ধৰি ৰাখিব জানিলেই হয়।

চোঁৱা যেন চোঁৱা হেৰা জিলিকনি-মৰা
সংসাৰৰ সুখবোৰ উৰি উৰি ফুৰা!
নখে মাটি লেখা খোজে তলমূৰ হই
নুফুৰিবা পৃথিৱীত পথিলা নেচাই।

আৰু এটা বিশেষ মন কৰিবলগীয়া কথা এই যে সৰুৰেপৰা বিলাসত উঠা আৰু যৌৱন কালতো চাহবাগিচাৰ চাহাবসকলৰ সমাজত মিলি পূৰা মাত্ৰাই চাহাব। আদব-কায়দাত চলি থকা চন্দ্ৰকুমাৰে ভাটী বয়সত সেই সকলোবোৰ এৰি ঢোহোৰা খাদ্দৰৰ পোচাক-পৰিচ্ছেদ পৰিধান কৰিবলৈ লৈছিল। অকল সেয়ে নহয় তাহানি ১৮৪৩ শকৰ ১০ ভাদ তাৰিখে (১৯২১ চনত) ডিব্ৰুগড়ত মহামানৱ মহাত্মা গান্ধীক দৰ্শন কৰি তেওঁৰ অন্তৰে যি থৌকি-বাথৌকি লগাইছিল তাৰেই প্ৰমাণ তেওঁৰ ব৷ণ বৰাগীৰ প্ৰথম কৱিতা—মহাত্মা। সিদিনায়ে তেওঁ কব পাৰিলে—'উদ্দীপ্ত পৰাণ মোৰ নৱ পৰশত ছিগিল হৃদয়-গ্ৰন্থি গুচিল সংশয়"—বুলি। তাৰ পিছত তেওঁ পশু-বল নামে কৱিতাত ইংৰাজ শাসনৰ ময়মতীয়া কৰ্ম্মচাৰীসকলক গৰিহণা দি কৈছে—

কাকতী ফৰিং সৰ্জিলা অলেখ
অসন্তোষী সৰবগ্ৰাহী।

লগৰ সঙ্গৰ ভাই-ভনীবোৰ
অথাইত ফুৰিছে ভাহি।

* * *

ধনেই তোমাৰ পৰম সুখ,
ধনেই তোমাৰ ধৰ্ম্ম।

ধনকে বুটলি ধনকে চিনিলা
ধনেই নাশিব ধৰ্ম্ম ॥
মানুহৰ প্ৰাণ ঈশ্বৰৰ দান
আদৰিব নেজানিলা।
খোলাকটিকেই সাৰোগত কৰি
বুকুৰে বান্ধ বুলিলা॥ ইত্যাদি

মহাত্মা গান্ধীৰ মানৱ-সেৱাৰ মন্ত্ৰত উদ্বুদ্ধ হৈ চন্দ্ৰকুমাৰে দেশৰ ল'ৰা ছোৱালীবোৰক কেনে ধৰণে সেৱাৰ আদৰ্শত গঢ়ি তুলিব লাগিব তাৰো সপোন নেদেখাকৈ নাছিল। ল'ৰাছোৱালীৰ গান বুলি সেৱা-লহৰী শিতানত লিখা ল'ৰা-ছোৱালীৰ গীতি-বচনৰ কৱিতাটিয়ে তাৰ সাক্ষী। সেইবোৰৰ উপৰিও চন্দ্ৰকুমাৰৰ বিৰচিত 'অসমা সুষমা কামৰূপা—জয়তু জননী ধৰিত্ৰী দুহিতা'—গীতে আজিও অসমীয়াৰ প্ৰাণত স্বদেশ-প্ৰীতিৰ প্ৰেৰণা জগাই তোলে।

বীণ-বৰাগী চন্দ্ৰকুমাৰৰ বীণতো বিদ্ৰোহ আৰু দেশসেৱাৰ সুৰহে বাজি উঠিছে, সাধাৰণ ব'ৰাগীৰ সংসাৰ বিৰাগী দেহ-বিচাৰৰ গীত—হে ভাৰসা নাই, হে ভাৰসা নাই, সুন্দৰ শৰীৰ-দেহা, দুৰ্ব্বল মনুষ্য দেহা কোন দিনা যায়--ভাৰসা নাই,—তাত বাজি উঠা নাই। বিদ্ৰোহী যদিও, চন্দ্ৰকুমাৰ কিন্তু ধ্বংসকামী বিদ্ৰোহী নহয়, সৃষ্টি-কামী বিদ্ৰোহীহে। ইংৰাজ কৱি শ্যেলীৰ দৰে তেৱোঁ বিদ্ৰোহৰ মাজেদি এখন নতুন সংসাৰৰো সপোন দেখিছে। অগ্নিকৱি কমলাকান্ত ভট্টাচাৰ্য্যও বিদ্ৰোহী কৱিৰূপে পৰিচিত। কিন্তু দুয়োজনা বিদ্ৰোহী কৱিৰ কৱিতাৰ বিষয়বস্তু পৃথক। ভট্টাচাৰ্য্যৰ কৱিতাত বিৰক্তি আৰু বেজাৰৰ সুৰ প্ৰবল। চন্দ্ৰকুমাৰৰ কৱিতাত সেই বিৰক্তি নাই কিন্তু ধ্বংস আৰু সৃষ্টিৰ কামনা আছে। গিৰিৰাজ হিমালয়ৰ উত্তুঙ্গ শৃঙ্গ নি সাগৰৰ বুকুত পেলাই, আকাশৰ তৰাবোৰো থপিয়াই আজুৰি আনি সিচৰতি কৰি



পেলাই, জোন-বেলি আদি গ্ৰহনক্ষত্ৰবোৰকো দলিয়াই দি ব্ৰহ্মাণ্ডখন সাগৰত বুৰাই পুনঃ নতুন সৃষ্টি কৰিব খোজা বিদ্ৰোহীচিন্তা চন্দ্ৰকুমাৰৰ আগতে অসমীয়া কৱিতাত কোনো-বাই ঠাই দিছিল নে সন্দেহৰ কথা।

আঙুলি বুলাব জনা হলে আজি
পেলালোঁহেঁতেন টানি;
হিমালয় চূড়া বুৰালোঁহেঁতেন
উছালি কলীয়াপানী।
আকাশৰ তৰা নমালোঁহেঁতেন
থপিয়াই লাখে লাখে;
জোন-বেলি-গ্ৰহ পেলালোঁহেঁতেন
দলিয়াই জাকে জাকে।
পাপৰ মজিয়া নিয়ালোঁহেঁতেন
অঠাই সাগৰ তল;
ব্ৰহ্মাণ্ডৰ চিন থাকিলহেঁতেন
মাথোঁ সমুদ্ৰৰ তল।

এনেবোৰ ধ্বংস কাৰ্য্যৰ পাছত তেওঁ এনে ধৰণৰ নতুন সৃষ্টি এখন কৰিব খোজে য'ত মান-অপমান, উচ্চ-নীচ, দুখ-লাজ-ভয় আদি নাথাকিব আৰু আনন্দৰ সুৰ অহৰ্নিশে বাজি থাকিব।

দুখ লাজ ভয় নাথাকিব আৰু
—নতুন জগৎ সিটো।
হেৰোৱা বীণৰ আনন্দৰ সুৰ
বাজিব দিনৰ দিনটো।

---

# চন্দ্ৰকুমাৰৰ সুন্দৰ

—যোগেশ দাস

"সুন্দৰৰ আৰাধনা জীৱনৰ খেল
অভিনয় অন্তে ঘোৰ কাল যৱনিকা।"

এই সুন্দৰ কোন? বা কি? ইয়াকেই সত্য, শিৱ, ঈশ্বৰ বোলা হৈছে নেকি? পিছৰ কালত এই সুন্দৰেই নলিনীবালাৰ সুন্দৰ বা পৰম-পদ নেকি? এয়েই ৰত্নকান্ত বৰকাকতীৰ শুভ্ৰতা-প্ৰতীকৰ মূল শিৱ নেকি? এয়েই ৰায়চৌধুৰীৰ প্ৰভু নেকি? কেউজন কৱিৰ এই কল্পিত চৰিত্ৰটি একেটি কিবা শক্তি বুলি ভাবিবৰ থল আছে—তেওঁলোক সমসাময়িক বা সকলো সময়তে সমভাবাপন্ন নোহোৱা সত্বেও। বেজবৰুৱাও চন্দ্ৰকুমাৰৰ সমসাময়িক আৰু সহযোগী আছিল। কিন্তু মহাপ্ৰয়াণৰ যাত্ৰী আদি কৱিতাত তেওঁ মুক্তিতো নিস্পৃহ বিধৰ যি বৈষ্ণৱ ভক্তিৰ পৰাকাষ্ঠা দেখুৱাইছে তাৰ আধ্যাত্মিক ভাবৰ সৈতে আগৰৱালাৰ বীণ-বৰাগীত ব্যক্ত অতীন্দ্ৰিয় ৰহস্যভাবৰ মিল নাই। নলিনীবালাৰ পৰম-প্ৰিয় সুন্দৰৰ লগতো বেজবৰুৱাৰ ঈশ্বৰৰ মিল নাই; শিৱ, প্ৰভু আদি আখ্যা দিয়া সত্বেও বৰকাকতী আৰু ৰায়চৌধুৰীৰ লগতো মিল নাই। অমিল এই কাৰণেই যে বেজবৰুৱাই মাধৱদেৱৰ নামঘোষাত ব্যক্ত হোৱা ধৰ্ম্মীয় দৰ্শনৰ যিখন অতীন্দ্ৰিয় জগতৰ মাধুৰী অনুভৱ কৰিছে, সেই খনৰ লগত বাকীসকলৰ সম্বন্ধ ঘটা নাই; বাকীসকলে ধৰ্ম্মীয় দৰ্শন ব্যতিৰেকেই—চন্দ্ৰকুমাৰে "অভিনয় অন্তে ঘোৰ কাল যৱনিকা" বোলা সত্বেও—এখন অতীন্দ্ৰিয় জগৎ আৰু এক অতীন্দ্ৰিয় শক্তিৰ অস্তিত্ব উপলব্ধি কৰিছে।



এই আধ্যাত্মিকতা ৰোমাণ্টিক ভাবাদৰ্শৰ পৰা উদ্ভূত। ধৰ্ম্মীয় ভাবাদৰ্শৰ পৰা উদ্ভৱ হোৱা হলে অলপ নহয় অলপ আনুষ্ঠানিকতাৰ গোন্ধ-ভাৰ আমি পালেঁহেঁতেন। একেটা ৰোমাণ্টিক আন্দোলনৰ সহ-হোতা হৈও বেজবৰুৱাৰ লেখাত কিয় ধৰ্ম্মীয় আধ্যাত্মিকতাইহে ঠাই পালে তাৰ বিচাৰ ইয়াত নকৰিলেও হব। পশ্চিমীয়া ৰোমাণ্টিক ভাবাদৰ্শ জোনাকী কাকতৰ যোগেদি অসমীয়া সাহিত্যত সোমাইছিল। জোনাকীৰ প্ৰতিষ্ঠাতা আৰু প্ৰথম সম্পাদক আছিল চন্দ্ৰকুমাৰ আগৰৱালা। তেওঁৰ প্ৰথম কৱিতা-সংকলন প্ৰতিমা স্বৰ্দ্ধপাৰ্থত প্ৰথম অসমীয়া ৰোমাণ্টিক কৱিতাৰ উদাহৰণ। প্ৰকৃতি বন্দনা, মানৱ-প্ৰীতি, আত্ম-মুক্তিৰ আকাঙ্ক্ষা, অলৌকিকতাৰ কল্পনাত আনন্দ লাভ, অতীন্দ্ৰিয় জগৎ আৰু শক্তিৰ উপলব্ধি আদি ৰোমাণ্টিক লক্ষণসমূহ তেওঁৰ কৱিতাত বিদ্যমান। বনকুঁৱৰীৰ লেখীয়া কৱিতাত প্ৰকৃতিৰ সুকোমল প্ৰভাৱ বৰ সূক্ষ্মভাবে পৰা দেখুৱাইছে; তেজীমলাৰ লেখীয়া কৱিতাত ফুটি-উঠা মানৱ প্ৰেম আৰু অতীতপ্ৰীতি নৱন্যাসৰে একোটি দিশ। জীৱনৰ সহযাত্ৰী মানুহৰ অন্যায়-অনীতি দেখি তেওঁৰ অন্তৰত উগ্ৰভাৱে জাগি উঠা কঠোৰ মনোভাবত যি অতল মানৱীয়তা প্ৰকাশ পাইছে তাৰ তুলনা বিচাৰি পাবলৈ টান। পৰা হলে তেওঁ হেনো এই পাপময় জগৎখনক ভাঙি নতুনকৈ গঢ়ি ললেহেঁতেন: হিমালয় চূড়া বুৰালেহেঁতেন "উছালি কলীয়া পানী," জোনবেলি-তৰা জাকে জাকে টানি আনি এই ব্ৰহ্মাণ্ডখনক প্ৰলয় জলধিৰ তল নিয়ালেহেঁতেন; কাৰণ তেওঁৰ ইচ্ছা—

নতুন সৃষ্টিৰ অৰুণ কিৰণে
কৰোক সকলো শুচি।

এই মানবীয়তাৰ কথা বিশেষ ভাবে কোৱাৰ উদ্দেশ্য এয়ে যে এই ভাব চন্দ্ৰকুমাৰৰ আধ্যাত্মিকতাৰ সৈতে ওতঃপ্ৰোত ভাবে মিহলি হৈ আছে। বীণ-বৰাগীত এই দুটা

ভাব এনে সূক্ষ্মভাবে মিহলি হৈ আছে যে বহুত সময়ত পাৰ্থক্য ধৰিবলৈকে টান হৈ পৰে; নাইবা সেয়া কৰিব খণ্ডিত সত্তা বুলিও ধাৰণা হব পাৰে। "কুকুৰে কামোৰা, ছৰালে দলিওৱা" দুখীয়াৰ দুখেৰে পৰিপূৰ্ণ, "মজিয়া ভকভকাই" যোৱাকৈ "কুটুমৰ তেজেৰে বন্তি জ্বলোৱা" এইখন জগতত—যি খন "পৃথিৱী স্বৰ্গতো অধিক, মানুহৰ নিজাপী ঘৰ" এইখনত—"মানুহৰ প্ৰীতি সাধিবলৈ" মানুহক আহ্বান কৰাৰ লগে লগে ধৰণীৰ ধূলিত তেওঁ "স্বৰ্গীয় হেম" দেখিবলৈ পালে—গৰুৰ খোজত আকাশখন দেখিলে। এই ভাব হিয়াত উদিত হবৰে পৰা কৰি, সৃষ্টি, স্ৰষ্টা একাকাৰ হৈ গ'ল। ৰায়চৌধুৰীয়ে তুমি কাব্যত তেওঁৰ প্ৰভুক বিভিন্ন জাগতিক দৃশ্যৰ মাজত প্ৰকাশিত হোৱা দেখিছে; নিজৰ মাজেদিও প্ৰভুৰ প্ৰকাশ দেখিছে। চন্দ্ৰকুমাৰেও সুন্দৰৰ মুখত তেওঁৰ মুখা বা প্ৰতিবিম্ব দেখিবলৈ পাইছে। তেওঁ কৰা প্ৰতিটি কৰ্ম্ম অদৃশ্য সুন্দৰে কৰিছে বা কৰাইছে। তেওঁ দেখিছে, এইসুন্দৰক গোটেই জগতে বলীয়া হৈ বিচাৰি ফুৰিছে, কাৰণ সুন্দৰে অসুন্দৰকো সুন্দৰ কৰে—যি দৰে তেওঁক কৰিছে বুলি তেওঁৰ অনুভৱ হৈছে। মানৱী জীৱনতে চন্দ্ৰকুমাৰে সৰগ আৰু মৰতক একাকাৰ কৰাৰ উদাহৰণ আছে প্ৰতিমাৰ বিমুখ আৰু যুগমীয়া শোকত: চেনেহৰ জীয়ৰী কুমলীয়া বয়সতে চিৰ-দিনলৈ সংসাৰৰ পৰা আঁতৰি গ'ল—তেওঁৰ মতে "পলাই মাৰিলি লৰ মহা ধেমালিলৈ, অনন্ত হাঁহিৰে য'ত বিশ্ব হাঁহিময়"—আৰু তেতিয়া তেওঁ শোক যুগমীয়া হওক বুলি কামনা কৰিছে যাতে "আই"ৰ কথাকে ভাবি তেওঁ মানুহক ভাল পাবলৈ শিকাৰ উপৰি—

হিয়াৰ মাজত সদায় জ্বলোক
চিৰদিন দেখা পাম স্বৰ্গৰ আলোক।

পাৰ্থিৱ প্ৰাণী সৰু ছোৱালীটীৰ জৰিয়তে তেওঁ স্বৰ্গখনক



অনুভৱ কৰিছে। পৰপাৰৰ কথা সকলোৱে ভাবে, মৰিলে তালৈ যায় বুলি ভাবে—বিশেষকৈ অতি চেনেহৰ জন যদি মৰে—নলিনাবালাৰ পুতলী যেনেকৈ গৈছে। কিন্তু চন্দ্ৰকুমাৰৰ "আই" জনী স্বৰ্গৰ পৰাই আহিছিল; সেয়ে তেওঁৰ নিজৰ ঘৰ; মৃত্যুত মাত্ৰ "দুৱাৰৰেপৰা উভতিলি ঘৰলৈ।" ৱৰ্ডছ-ৱৰ্থৰো "আত্মাৰ ঘৰ" সৰগখন; আত্মাই তাৰপৰাই সৰগীয় গৌৰৱ—ডাৱৰৰ কেতন উৰুৱাই ইয়ালৈ আহে; তেওঁৰ শিশুটিৰে চৌপাশে স্বৰ্গৰ আভাস থাকে—বয়স বাঢ়ি আহিলে সেই স্বৰ্গীয়তা নোহোৱা হৈ যায়, শিশু সাধাৰণ মানুহ হৈ পৰে।

সুন্দৰ আখ্যায়িত সেই মহান শক্তিটোৰ অৰ্থ কৰিবলৈ আগবঢ়ালাই স্বৰ্গ শব্দৰ দৰে সত্য, শিৱ, ঈশ্বৰ আদি শব্দও প্ৰয়োগ কৰিছে।

জ্ঞানময় প্ৰেমময় প্ৰাণৰ ঈশ্বৰ
সত্য তুমি শিৱ তুমি অসীম সুন্দৰ।

এই ফাকিৰ সৈতে সহজেই তুলনা আহিব "সত্যং শিৱং সুন্দৰম্" নাইবা কীটছৰ "Beauty is truth, truth beauty" কথাৰ—নাইবা গান্ধীজীৰ সত্যই ঈশ্বৰ কথাষাৰো মনলৈ আহিব (চন্দ্ৰকুমাৰ গান্ধীজীৰ ভক্ত আছিল; তেওঁ "মহাত্মা" কৱিতাত বীণ-বৰাগীৰ আৰম্ভতে বলশালী প্ৰভাৱৰ কথা স্বীকাৰ কৰি গৈছে)। বাগীৰৰ নীলমণি ফুকনৰ হিয়ালৈ জ্যোতি-কণা এটি পোনে পোনে সৰগৰ পৰাই নামি আহিছিল। সেয়ে ফুকনৰ কাব্য-সৃষ্টিৰ মূল উৎস। চন্দ্ৰকুমাৰৰ পক্ষেও জীৱন বুলিবৰ অভিজ্ঞতাখিনি সত্য, শিৱ, অসীম সুন্দৰৰ পোনপটীয়া আশীৰ্ব্বাদৰ ফল:

জ্ঞান ফিৰিঙটি এটি পাই,
অনন্ত জ্ঞানৰ
স্বৰগলৈ মানুহ উধায়
—ৰহস্যৰ ঘৰ।

বীণ-বৰাগী হৈ কুটুমে কুটুমক খোৱা এই পাপৰ মজিয়া স্বৰূপ জগৎ খনত "নতুন সৃষ্টিৰ অৰুণ কিৰণ" কামনা কৰি "নতুন জগৎ" এখনৰ কাৰণে "জগৎস্বামীক" প্ৰাৰ্থনা কৰিছে। জগৎস্বামীলৈ মনত পৰিলতে অনন্ত জীৱনৰ বাটত যুগ-যুগান্তৰ ধৰি মানুহৰ অন্তহীন যাত্ৰাৰ কথা তেওঁৰ মনত পৰিল—সংসাৰৰ কথা পাহৰিলে। মনে সংসাৰৰ বান্ধ মোকোলাই ললে। সিপাৰৰ ডাক শুনি ৰবীন্দ্ৰনাথৰো এনে হৈছিল :

ফেলে যেতে চায় এই কিনাৰায়
সব চাওয়া সব পাওয়া।

তেতিয়া "ময়েই" জগৎখন হৈ উঠে; স্ৰষ্টায়েই টিপতে লুকুৱা টিপচীটিও হয়, আকৌ "গৰুগুৰ পথা মেলি" বিচাৰিও ফুৰে। জোন-বেলিয়ে জেউতি প্ৰকাশা সমস্ত জগৎখন প্ৰাণে মুকলিকৈ উপলব্ধি কৰে—যিখন জগৎ এদিনৰ নহয়, চিৰদিনৰ নহয়; অকল আজিহে পোৱা নহয়, অতীজৰে পৰা পোৱা :

অসীম সাগৰ মোৰ নাৱেৰেই ভৰা,
মহা সদাগৰ মই অতীজৰে পৰা।

জীৱনটো সাউদৰ বেহা মাথোন—বা এটা ভাওনা ঘৰ শ্বেক্সপীয়েৰৰ "ষ্টেজ"—য'ত মানুহে অভিনয় কৰে আৰু "অভিনয় অন্তে ঘোৰ কাল যৱনিকা।" কিন্তু কেৱল মঞ্চত ভাও দিয়াৰ দৰে জীৱনৰ কেউটা কাল কটাই গুচি যোৱাৰ কথাকে চন্দ্ৰকুমাৰে কব খোজা নাই। সৰগ তেওঁ বিচাৰিছে সঁচা। কিন্তু জীৱনৰ বেহানিতে তাৰ উপলব্ধি হব পাৰে। এইখিনি সাধাৰণৰ কল্পনাৰ সৰগ আৰু চন্দ্ৰকুমাৰৰ অনন্ত বা সৰগৰ পাৰ্থক্য। আমি সকলোটি ভাৱৰীয়া বা হাটকৰুৱা-বাটকৰুৱা ("হেৰা হেৰা বাটকৰুৱা, মৰমৰ ভাইহঁত, নেৰিবা নেৰিবা মোক, এই মায়া বজাৰত"—মফিজুদ্দিন)। আমি মায়াত আৱদ্ধ। কিন্তু ইয়াত থাকিয়েই মনৰ মাজেদি,



উপলব্ধিৰ সহায়েৰে আমি সৰগখনৰ কথা, অসীমৰ কথা কব পাৰো :

হিয়াৰ মাজেদি অনন্ত সুখৰ
পৰি আছে ৰাজবাট।
মনৰ বেহানি কিনি বিকি লই
ফুৰিম সংসাৰ হাট॥

(বীণ-বৰাগী)

* *

স্বৰ্গ কেনে কোনে জানে সুধিমেই কাক?
হৃদয়েই মোৰ দেখো চিনাকি সৰগ।

(হৃদয় সৰগ)

*

হিয়াৰ মাজেই অনন্তৰ পথ
যাত্ৰী আমি আগবাঢ়ো।

(আনন্দ তীৰ্থ)

গতিকে চন্দ্ৰকুমাৰৰ স্বৰ্গখন সাধাৰণ মানুহৰ কল্পিত সৰগখনেই—মাত্ৰ উপলব্ধি পৃথক। প্ৰকৃত স্বৰ্গৰ ৰহস্য চাক্ষুষ ভাবে তেওঁ ভেদ কৰিব পৰা নাই। নহলে ঘূৰি ঘূৰি হৃদয়লৈ তেওঁ কেতিয়াও উলটি নাহিলহেঁতেন। নহলে "অভিনয় অন্তে ঘোৰ কাল যৱনিকা" বুলি কব লগা নহ'লহেঁতেন। পাৰ্থিৱ জীৱনৰ অভিনয়ৰ পিচত কি? সত্য? শিৱ? ঈশ্বৰ? অসীম সুন্দৰ? হয় বুলি কলে সেইটো কেৱল বিশ্বাসৰ কথা হব। দৰাচলতে ইয়াৰ পিচত অন্ধকাৰ—"কাল যৱনিকা"। ওমৰ খায়ামৰ দৰেই পৰপাৰখন স্পষ্ট ভাবে তেওঁ দেখা নাই—ভৱিষ্যতৰ গৰ্ভত কি আছে কব নোৱাৰে। খায়ামৰ দৰেই তেওঁও ভাবিছে যে বিশ্ব-ভাৱৰীয়া ভগৱানে সকলো জাগতিক কাম কৰাইছে—মানুহে কৰো বুলি একোকে কৰা নাই। এই কামত, এই কৰোৱাত

ভগৱানে মানুহৰ কথা ভাবিছেনে নাই কোনে কব? সেই কথা খায়ামেও জীৱন পাত কৰি উলিয়াব নোৱাৰিলে। খায়ামৰ কবায়াতৰ প্ৰতিধ্বনি উঠিছে যেন চন্দ্ৰকুমাৰৰ প্ৰাণতঃ—

আপোন খেলত তুমি আপুনি মগন,
ভাঙিছা পাতিছা, পৰি উঠিব খুজিছা।

তেওঁৰ মানত "আনন্দ তীৰ্থ"হে প্ৰকৃত প্ৰভাস। কাৰণ সাধাৰণৰ "তীৰ্থত বিৰাজে তীৰ্থৰ দেৱতা, প্ৰভু জগন্নাথ"—কিন্তু আনন্দ তীৰ্থত বিৰাজে "অনন্ত কালৰ অনন্ত সোঁতৰ, আনন্দলোকৰ নাথ।" খায়ামেও স্ৰষ্টাৰ অস্তিত্ব অস্বীকাৰ কৰা নাই; কিন্তু তেওঁক ক'ত কেনেকৈ পাব পাৰি সেইটো অনিশ্চিত। নিশ্চয়তা চন্দ্ৰকুমাৰেও নেপালে।

# আগৰৱালাৰ কাব্যত—প্ৰকৃতি

—হৰিদত্ত শৰ্ম্মা

প্ৰকৃতি আৰু মানুহৰ মাজৰ সম্বন্ধ অতি প্ৰাচীন আৰু ইয়াক মানুহে ধৰ্ম্ম, কলা-কৃষ্টি আৰু সাহিত্যৰ যোগেদি ৰূপায়িতও কৰিছে। বাল্মীকি হোমাৰৰ যুগৰে পৰা আৰম্ভ কৰি সভ্যতাৰ স্তৰে স্তৰে কৰি সাহিত্যিকসকলে প্ৰকৃতিক বিভিন্ন ৰূপত পূজা কৰি আহিছে। তেওঁলোকৰ চকুত কেতিয়াবা প্ৰকৃতি হৈছে চিৰ ৰহস্যময়ী, কেতিয়াবা ভগৱানৰ আত্মপ্ৰকাশ, কেতিয়াবা মানৱৰ পৰম বান্ধৱ আৰু কেতিয়াবা নিষ্ঠুৰ জড় চৈতন্য। আজিৰ নাগৰিক সভ্যতাৰ দিনত মানুহ যিমানেই বাস্তৱমুখী নহওক প্ৰকৃতিৰ লগত গথা মানুহৰ আত্মাৰ অন্তৰ্নিহিত যোগসূত্ৰ কেতিয়াও উলাই কৰিব নোৱাৰি। বিশেষকৈ সাহিত্যত ই সদায় আগ ঠাই অধিকাৰ কৰিব। আজিৰ কাব্য সাহিত্য যদি কেতিয়াবা গণিত শাস্ত্ৰতো পৰিণত হয় তথাপি প্ৰকৃতি অবিহনে কৰিয়ে সাহিত্য চিন্তা কৰিবলৈ সমৰ্থ নহব।

অসমীয়া কাব্য সাহিত্য প্ৰকৃতিৰ চিত্ৰ বিচিত্ৰ ৰং ৰূপেৰে ভৰপূৰ। প্ৰাক্‌বৈষ্ণৱ যুগৰে পৰা আৰম্ভ কৰি চৌধাৰী দেৱলৈকে এই সুদীৰ্ঘ কালছোৱাত কৰিয়ে প্ৰকৃতিক বিভিন্ন দৃষ্টিত চাবলৈ চেষ্টা কৰিছে। বৈষ্ণৱ সাহিত্যত প্ৰকৃতিক নিৰ্জীৱ আৰু কৱিৰ ব্যক্তিগত আবেগ অনুভূতিৰ প্ৰকাশৰ পটভূমি আৰু দাপোণ স্বৰূপে ললেও প্ৰকৃতিৰ বুকুত চিৰ প্ৰবাহিত উল্লাস আনন্দ নুই কৰিব নোৱাৰি। তেওঁলোকৰ দৃষ্টিত প্ৰকৃতিৰ সামগ্ৰাক সত্তা নাই সঁচা কিন্তু সামগ্ৰীক ৰূপ বৰ্ত্তমান। এই ৰূপ কৱিৰ মানসিক পৰিবৰ্ত্তনৰ তালে

তালে ৰূপান্তৰিত হৈছিল। ভাৰতীয় চিন্তা ধাৰাত প্ৰকৃতিক প্ৰাণময়ী বা ৰহস্যময়ী বুলি ভাবিবৰ থল নাই। ই বিশেষকৈ প্ৰকটিত হৈছে সংস্কৃত সাহিত্যত। ভাৰতীয় চিন্তাধাৰাৰ উৎস স্বৰূপ চিৰ ৰহস্যময় বিষ্ণুৰ বিপৰীতে বিশ্ব প্ৰকৃতিক আন এটি ৰহস্যময়ী শক্তি স্বৰূপে থিয় কৰি দ্বৈতবাদ স্থাপন কৰাটো ভাৰতীয় ঋষি-মনীষী আৰু বৈষ্ণৱসকলে ভাল পোৱা নাছিল। 'ব্ৰহ্ম সত্য, জগৎ মিথ্যা' মূলমন্ত্ৰ মানি লোৱাৰ পাছত প্ৰকৃতিৰ দৰে আন এটা স্বয়ম্ভূদ্বন্দ্বাত্মক শক্তিৰ আৱশ্যকতা কোনেও অনুভৱ কৰা নাছিল।

এনে পটভূমিত ললে আগৰৱালাদেৱক অসমীয়া ৰোমান্টিক জাগৰণৰ আদি কৰি বুলি আখ্যা দিব পাৰি। কিয়নো প্ৰকৃতি পূজা ৰোমান্টিক কাব্যৰ আটাইতকৈ উল্লেখযোগ্য লক্ষণ। বিশ্ব প্ৰকৃতিক এটি প্ৰাণময়ী বা ৰহস্যময়ী শক্তিৰূপে লৈ ইয়াৰ লগত কৱিৰ অন্তৰাত্মাৰ সংযোগ স্থাপনৰ প্ৰচেষ্টা ৰোমান্টিক কাব্যত বিদ্যমান। এই চিন্তাধাৰাই যে ৰবীন্দ্ৰনাথকো অনুপ্ৰাণিত কৰিছিল তাত অকণো সন্দেহ নাই। বিশ্বৰ সমস্ত প্ৰাণী আৰু বস্তুৰ লগত নিজৰ আত্মাক সংযোগ কৰি ৰবীন্দ্ৰনাথে বিভিন্নতাৰ মাজতো এক গভীৰ বিশ্বঐক্য অনুভৱ কৰিছিল। প্ৰকৃতিৰ বুকুত থকা গছ-লতা, নদী তৰঙ্গিনী, পৰ্ব্বত পাহাৰ আৰু সৰোবৰ বা সমুদ্ৰৰ লগত আত্মীয়তা স্থাপন কৰি পৰম আনন্দ লাভ কৰাৰ উপৰিও ৱাৰ্ডচ্‌ৱাৰ্থৰ দৰে কেতিয়াবা কেতিয়াবা তেওঁ পূৰ্ব্বজন্মৰ সন্ধানো লাভ কৰিবলৈ সমৰ্থ হৈছিল। কিন্তু ৰবীন্দ্ৰনাথৰ দৰ্শনৰ স্পন্দন আগৰৱালাৰ কাব্যত পোৱা নাযায়। তেওঁ শ্বেলীৰ দৰে মানৱ প্ৰেমৰ দ্বাৰা উদ্‌বুদ্ধ হৈছিল সঁচা কিন্তু ৱাৰ্ডচ্‌ৱাৰ্থৰ দৰে প্ৰকৃতি পূজাত তেওঁ আত্মনিয়োগ কৰা নাছিল। ব্যক্তিগত জীৱনৰ হৰ্ষ-বিষাদ মানৱসেৱা আৰু ভগৱৎচিন্তাৰ পটভূমিত প্ৰকৃতিয়ে তেওঁৰ কাব্যত গৌণস্থান অধিকাৰ কৰা যেন অনুভৱ হয়।



বীণবৰাগী আৰু প্ৰতিমাত সন্নিবিষ্ট কৰা আঠাৰটা কৱিতাৰ পাতত আগৰৱালাদেৱে প্ৰকৃতি বৰ্ণনা কৰিবলৈ যত্নৰ ত্ৰুটী কৰা নাই। কিন্তু অসমৰ দৰে শ্যামলা ভৌগলিক পৰিবেশত এই বৰ্ণনাই সমৃদ্ধি লাভ কৰিব পৰা নাই। গছলতা, নদ-নদী, পৰ্ব্বত-পাহাৰ, জোন-বেলি, মলয় সমীৰণ আদিৰ উল্লেখ আগৰৱালাৰ কৱিতাত কিছু ঘনায় পোৱা যায় কিন্তু তাতকৈ সঘনাই পোৱা যায় সন্ধিয়াৰ সৰগ, আকাশ আৰু নীয়ৰৰ ছবি। শ্বেলীৰ দৰে আকাশ কুসুমেই যাৰ "জীৱন উচ্ছ্বাস" সেই আগৰৱালাদেৱৰ কাব্য প্ৰতিভা আকাশ বা সৰগমুখী হোৱাতো স্বাভাৱিক। আগৰৱালাৰ প্ৰকৃতি বৰ্ণনাত আকাশে আটাইতকৈ বেছি প্ৰাধান্য লাভ কৰিছে। শঙ্কৰদেৱ, চৌধাৰী আৰু কীটচ্‌ৰ কৱিতাৰ দৰে আগৰৱালাৰ কৱিতাত "ৰূপহী, সেউতী, চম্পা, যুতি, জাতি, কহুৱাৰ ফুল, গিৰি-মল্লিকা অথবা মধুমালতীৰ সুৰভি আৰু সুঘ্ৰাণ পোৱা নাযায়। চৌধাৰীয়ে গুৰুত্ব দিছে ফুলৰ সুঘ্ৰাণত আৰু আনহাতে শঙ্কৰদেৱৰ বিশেষ আকৰ্ষণ আছিল ফুলৰ বাহিক সৌন্দৰ্য্যত। কিন্তু আগৰৱালাদেৱৰ ফুলা সৰিয়হ ডৰাত বাহিৰে আন কোনো ঠাইত ফুলৰ সুৰভি অথবা সৌন্দৰ্য্যৰ দ্বাৰা কৱিয়ে বিশেষ ভাবে আকৰ্ষিত হোৱাৰ প্ৰমাণ পোৱা নাযায়।

জোনাকীৰ জন্মদাতা হেমচন্দ্ৰ গোস্বামী আৰু বেজবৰুৱাক পোনপটীয়া ভাবে ৰোমান্টিক কাব্যৰ হোতা বা ঘাই হোতা বুলি প্ৰতিপন্ন কৰাতকৈ আদি ৰোমান্টিক বুলিহে আখ্যা দিয়া যুক্তিসাপেক্ষ হব। কলিকতীয়া জীৱনত এই ত্ৰিমূৰ্ত্তীয়ে ইংৰাজী সাহিত্যৰ সংস্পৰ্শত আহি আমাৰ কাব্যজগতত এটা নতুন বিপ্লৱৰ সূচনা কৰিলে যদিও এই বিপ্লৱ পূৰ্ণ বিকশিত হয় চৌধাৰীৰ যুগত। আগৰৱালা দেৱলৈকে আমাৰ কাব্য সাহিত্য কমবেছি পৰিমাণে বৈষ্ণৱ সাহিত্যৰ ধ্বনি—প্ৰতিধ্বনিৰ দ্বাৰা মুখৰিত। আনকি আগৰৱালাদেৱো এই প্ৰভাৱৰ পৰা সম্পূৰ্ণ মুক্তবুলি কব নোৱাৰি। অন্তৰ্মুখী বা বিষ্ণুমুখী ভাৰতীয়

চিন্তাৰসোঁত আগৰৱালাৰ কৱিতাতো বৰ্ত্তমান। মায়াবাদ আৰু একদিব্য জ্যোতিৰে বঞ্চিত বিশ্বত বিশ্বাস 'বীণবৰাগী' 'মায়া' আৰু 'জীৱন উচ্ছ্বাস' আদি কৱিতাত বিৰিঙি উঠিছে। গতিকে প্ৰকৃতিক আন এটি ৰহস্যময়ী শক্তি হিচাবে লবলৈ আগৰৱালাদেৱে সঙ্কোচ কৰিছিল।

আগৰৱালাদেৱেও আন আন ৰোমাণ্টিক কৱিৰ দৰে প্ৰকৃতিৰ নিৰ্জীৱ পদাৰ্থৰাশিক প্ৰাণ আৰু ব্যক্তিত্ব আৰোপ কৰি সঞ্জীৱিত কৰি তুলিছিল। প্ৰকৃতি আছিল তেওঁৰ মনত এজনী নাৰী। সেয়ে তেওঁ কৈছে—

মুকলি আকাশ মুকলি, মুকলি
প্ৰকৃতি আইৰ মূৰ (বীণ বৰাগী)

প্ৰকৃতিক নাৰীৰূপে কল্পনা কৰাত আগৰৱালাদেৱ আৰু চৌধাৰীদেৱৰ মাজত অকণো পাৰ্থক্য নাই। চৌধাৰীৰ দৃষ্টিতো মাধৱী হৈছে এজনী নাৰী—

মৰমী মাধৱী তুমি
মৰমতে যোৱা পমি
মৰমৰ স্ফুৰণত
মুগুধ মৰতভূমি ( মাধৱী )

সংসাৰ চক্ৰৰ বিষয় বাসনাৰ পৰা মুক্ত হৈ আগৰৱালাদেৱে প্ৰকৃতিৰ সৌন্দৰ্য্য উপভোগ কৰিবলৈ প্ৰয়াস কৰিছে—

দিয়া মোক এৰি, চাওঁগৈ ঘূৰি
ফুলা সৰিয়হ ডৰা
সেয়ে আজিলৈকে থৈছে মোক মুহি
পখিলা পাখিৰে ভৰা। (ফুলা সৰিয়হ ডৰা)

কিন্তু আগৰৱালাৰ সৰিয়হ ডৰা চৌধাৰীৰ দৰে প্ৰেমানন্দত মতলীয়া নহয়। চৌধাৰীৰ সৰিয়হ আপোন পাহৰা হৈ গোটেই বিশ্ব ৰমক জমক কৰি তুলিছে—



সোণোৱালি ৰহণৰ সৰিয়হ ডৰা
ৰূপৰ মাধুৰী সনা
ঢালি প্ৰেম জ্যোতিকণা
উৰাই পৰাগ ফাকু মন প্ৰাণ হৰা
ৰমক জমক হল বিশ্ব বসুন্ধৰা ( দহিকতৰা )

সূক্ষ্ম সৌন্দৰ্য্যবোধ আৰু গভীৰ আধ্যাত্মিক ভাবৰ সন্ধান আগৰৱালাৰ প্ৰকৃতি বৰ্ণনাত ফুটি উঠিছে। শঙ্কৰদেৱৰ প্ৰকৃতি বৰ্ণনা গতানুগতিক। হৰমোহন, ৰাসক্ৰীয়া, দামোদৰ বিপ্ৰোপাখ্যান আৰু ৰুক্মিণীহৰণ আদিত অঙ্কিত প্ৰাকৃতিক দৃশ্য কমবেছি পৰিমাণে একে ধাতুৰে নিৰ্ম্মিত ধৰণৰ। সেইদৰে চৌধাৰাৰ প্ৰকৃতি বৰ্ণনাতো বহু সময়ত গতানুগতিকতা দেখা যায়। কিন্তু আগৰৱালাৰ প্ৰকৃতি বৰ্ণনা তুলনামূলকভাৱে চুটি আৰু সাময়িক হলেও ইয়াৰ মাজেদি কৱিয়ে তেওঁৰ মূল চিন্তাৰ লগত আধ্যাত্মিক সঙ্গতি স্থাপন কৰিবলৈ সমৰ্থ হৈছে—

সেউজী ৰসাল বটে আবৰিছে
দয়াই বিতৰে ছাঁয়া,
ফটিক সুৰদি নিজৰাৰ ধাৰে
বাটৰ হৰিছে পয়া। ( আনন্দ তীৰ্থ )

দহিকতৰা বা মাধৱীৰ আগমনত গোটেই বিশ্বজুৰি আনন্দৰ হিল্লোল উঠাৰ দৰে আগৰৱালাৰ প্ৰকৃতিও আনন্দত আত্মহাৰা। এই আনন্দময় ৰূপ বিশেষকৈ পৰিলক্ষিত হৈছে 'বীণ বৰাগী' 'প্ৰপঞ্চ' আৰু 'জোনাকী' আদি কৱিতাত—

উছাহৰ সোঁত প্ৰভু
বলিছে জগৎ জুৰি
আনন্দত মতলীয়া
উঠে পৰে ঘূৰি ঘূৰি ( প্ৰপঞ্চ )

প্ৰকৃতিৰ বুকুত বলা এই অবাবিত আনন্দৰ সোঁত ৱাৰ্ডচ্-ৱাৰ্থৰ 'ৰিটেন ইন্ আৰ্লি স্প্ৰিং' আৰু চৌধাৰীৰ 'দহিকতবাত' বেছি পৰিস্ফুট হৈ উঠিছে। প্ৰকৃতি অকল আনন্দত মতলীয়াই নহয়—ইয়াৰ বুকুত জন্মা তৰুতৃণ-গছ লতিকাৰ ইটোৱে সিটোক আনন্দ-সম্ভাষণ আৰু সঁহাৰি জনাইছে।

নিচুক লতিকা গছক সাৱটি
প্ৰতি অঙ্গে চুমা চুমি
পাতৰ আঁৰত থাকি কপৌটিয়ে
কিবা কৰে জুমাজুমি। (বনকুঁৱৰী)

ৱাৰ্ডচ্ৱাৰ্থৰ দৰে আগৰৱালাৰ প্ৰকৃতিও মানুহৰ প্ৰতি সংবেদনশীল। মানৱ হৃদয়ৰ সুখ দুখৰ প্ৰতি প্ৰকৃতি যেনিবা সজাগ আৰু সহানুভূতিশীল। দুখ শোক আৰু তাপক্লিষ্ট কৰিব প্ৰাণৰ বিননি শুনি—

ঠৰ হয়,
পশু পক্ষী গছলতা।
লুইত উজায় জোন তধা লাগে,
মানুহৰ কিবা কথা? (বীণ বৰাগী)

নিষ্ঠুৰ মানৱ সমাজে নেওঁচা দিয়া তেজীমলাই মৰমৰ ডোলেৰে প্ৰকৃতিক আপোন কৰি লৈছে—

মানুহ কুটুমে দলিয়াই পেলালে
কাক নো কুটুম পালি?
মৰম বেথাৰে আজলী কুঁৱৰী
এটাইকে নিজা কৰিলি। (তেজীমলা)

আনন্দ মুখৰিত প্ৰকৃতিৰ বুকুত আনহাতেদি কৰিয়ে নিষ্ঠুৰতা, উদাসীনতা আৰু বিৰাগৰ ছবি দেখিবলৈ পাইছে। ৱাৰ্ডচ্ৱাৰ্থে প্ৰকৃতিৰ মুখত উদাসীনতা অথবা বিষন্নতা দেখা



নাছিল। কিন্তু আগৰৱালাদেৱ প্ৰকৃতিৰ উবুৰিয়াই দিয়া হাঁহিৰ অন্তৰালত থকা বিষাদৰ ছাঁৰ প্ৰতি সজাগ আৰু সচেতন আছিল। 'সন্ধিয়া,' 'প্ৰকৃতি', 'অকলশৰীয়া' আৰু সৰাপাহি আদি কৰিতাত প্ৰকৃতিৰ নিৰানন্দৰ ছবি তেওঁ ৰূপায়িত কৰিছে। সেয়ে তেওঁ গাইছে—

কৰ কোন কিবা হ'ল,
চিন স্মৃতি পমি গল
প্ৰকৃতি যে তেনেকৈয়ে ৰ'ল। (প্ৰকৃতি)

আকৌ 'অকলশৰীয়া' বোলা কৰিতাটিত কৰিয়ে ইয়াৰ পুনৰুক্তি কৰিছে—

শান্ত পৰ্ব্বতৰ টিঙ্, অৰণ্য সাগৰ
প্ৰকৃতিৰ হিয়া যেন বৈৰাগ্য আধাৰ।

'নীয়ৰ' বোলা কৰিতাটিত প্ৰকৃতিৰ আনন্দ-উৎসৰ ক্ষন্তেকতে বিষাদৰ চকুপানীত পৰিণত হোৱাৰ কথা কৰিয়ে সোঁৱৰাই দিছে—

নীয়ৰ কলিৰে শোভে ফুল জুপি
চাইছো ভাবতে ভাহি;
হায় কি বিষম পেলালে বায়ুয়ে
জোকাৰি ফুলৰ পাহি।

আগৰৱালাৰ দৃষ্টিত প্ৰকৃতিৰ ৰূপ মাধুৰী বিষয়গত নহয়—বিষয়ীগতহে। পথহাৰা নিসঙ্গ মেঘ এচপৰাৰ দৰে "শূন্য ৰহস্যত" উটি ফুৰা কৰিৰ "কল্পনা বিহাৰী প্ৰাণৰ পখীটী"য়ে দেখিলে— "প্ৰকৃতিৰ হিয়া যেন বৈৰাগ্য আধাৰ।"
কিয়নো—

উদাস হৃদয় তাৰ অকলে আকুল
প্ৰাণৰ মাজত বাজে বিষাদৰ সুৰ! (অকলশৰীয়া)

আকৌ জাগতিক দুখ-যন্ত্ৰনা আৰু প্ৰহেলিকাময় সুখৰ দ্বাৰা জৰ্জৰিত কৰিৰ প্ৰাণে উপলব্ধি কৰিলে—

২৫

সুলকিছে—লাহে সংসাৰৰ বান্ধ
মুকলিছে মন মোৰ। (বীণবৰাগী)

ফলত তেওঁ দেখিবলৈ পালে—

মুকলি আকাশ মুকলি, মুকলি
প্ৰকৃতি আইৰ মুৰ। (বীণবৰাগী)

শেষত আত্মোপলব্ধি আৰু দিব্য দৃষ্টি লাভ কৰাৰ পাছত কৰিয়ে বুজিব পাৰিলে যে—

মোৰ ডাৱৰতে মই বহণ বাকি দিও
ময়ে বতাহছাটি হৈ উৰুৱাই নিওঁ। (বীণবৰাগী)

আগৰৱালা দেৱে প্ৰকৃতিৰ বুকুত বলা নিৰ্ম্মম নিয়তিৰ অনন্ত সোঁতত বিশ্বাস ৰাখিছিল। সেয়ে তেওঁ কৈছে—

ফুটে কি নুফুটে ফুল, সৰে কি নসৰে
তলে সোঁত অবিৰাম চলিছে সৰ্ব্বতিকাল। (অনন্তৰ সোঁত)

এই নিৰ্ম্মম চিৰন্তনতাই চৌধাৰীৰ প্ৰভাতৰ মনোহৰ ৰূপ-কান্তিকো ছাৰখাৰ কৰি পেলাইছিল—

ধীৰে ধীৰে নিদাঘৰ দহন মূৰতি
ধৰিলে কি ভীষণ আকাৰ
নন্দনৰ চাৰুখেলা চাওতে চাওতে
নিমিষতে হ'ল ছাৰখাৰ (নশ্বৰতা)

চৌধাৰী বা ৱাৰ্ডচৱাৰ্থৰ দৰে আগৰৱালাদেৱে প্ৰকৃতিৰ বুকুত বিলীন হৈ ৰহস্যবাদীৰ ভূমিকা লোৱা নাছিল। তন্ময়-তাৰ পৰিবৰ্ত্তে সমালোচনামূলক দৃষ্টিভঙ্গীৰে তেওঁ প্ৰকৃতিক উপলব্ধি কৰিবলৈ চেষ্টা কৰিছিল। তেওঁৰ প্ৰকৃতি কেতিয়াবা সুন্দৰী, কেতিয়াবা দয়াশীলা আৰু কেতিয়াবা নিষ্ঠুৰ জড়চৈতন্য ৰূপে দেখা দিছিল। এই পোহৰত চাবলৈ গলে আগৰৱালাদেৱৰ ৱাৰ্ডচৱাৰ্থতকৈ টেনিচনৰ লগতহে বেছি সাদৃশ্য দেখা যায়।

---

# চন্দ্ৰকুমাৰৰ মালিতা

—নন্দ তালুকদাৰ

চন্দ্ৰকুমাৰ আগৰৱালা অসমীয়া নৱন্যাস যুগৰ বাটকা-টোতা। আগৰৱালা সম্পাদিত জোনাকী আলোচনীতে নৱন্যাস যুগৰ সূচনা হৈছিল। জোনাকীৰ জৰিয়তে সংঢালনিকৈ অসমীয়া সাহিত্যত এচাম কৰিয়ে আত্মপ্ৰকাশ কৰিছিল। জোনাকীৰ পাততে প্ৰথম অসমীয়া গল্প-উপন্যাসৰ সূচনা। জোনাকীৰ পাততে আধুনিক অসমীয়া মালিতাৰো জন্ম। নৱন্যাস যুগৰ বাটকাটোতা চন্দ্ৰকুমাৰ আগৰৱালাই আধুনিক মালিতা বা কাহিনী গীতৰো জনক।

মালিতা বা কাহিনী গীতক ইংৰাজীত বেলাড (Ballad) বোলা হয়। লক্ষ্মীনাথ বেজবৰুৱাই ইয়াক মালিতা নাম দিছিলে। ডিম্বেশ্বৰ নেওগে গীত কাব্য আখ্যা দিছিলে। ইংৰাজী বেলাড শব্দটো ফৰাচী বেলেৰ (Baller) শব্দৰ পৰা উৎপত্তি বুলি কোৱা হয়। বেলাডৰ উৎপত্তি সম্বন্ধে ডক্টৰ প্ৰফুল্লদত্ত গোস্বামীয়ে লিখিছে – "গীত-পদ গুৰিতে নৃত্যৰ সৈতে অবিচ্ছেদ্য ভাবে জড়িত আছিল; বেলাড শব্দটোৱেও নৃত্যৰ পৰিপূৰক ভাবে গোৱা গীতহে বুজায়। আদিম যুগত যেতিয়া হয়তো খেলটো চিকাৰৰ পৰা উভতিল তেতিয়া কোনোবা এজনে হাবিত কি কৌশল আৰু বিপদৰ মাজত হাতী বা বাঘ ঘাইল কৰা হ'ল, কেনেদৰে তাক ধৰা হ'ল, এনে ঘটনাবিলাক হাত ভৰি জোকাৰি অঙ্গি-ভঙ্গী কৰি বৰ্ণনা কৰিছিল, এনে বৰ্ণনাই সতকাই ওচৰে কাষৰে থকা মানুহবিলাকৰ মন আকৰ্ষণ কৰে, আৰু গোটেইবিলাক মানুহে গোট খাই এটা উত্তেজনাৰ আবেষ্টনী সৃষ্টি কৰে।

তেনে উত্তেজনাপূৰ্ণ আবেষ্টনীত সকলো মানুহেই একেজন ব্যক্তিৰ দৰে অঙ্গি ভঙ্গী কৰে আৰু শৰীৰৰ উত্তেজনা মুখেৰে প্ৰকাশ কৰে। মুখেৰে প্ৰকাশ কৰা লয়পূৰ্ণ এই উত্তেজিত ভাষাই বেলাডৰ মূল বস্তু।”

পৃথিৱীৰ সৰহভাগ ভাষা সাহিত্যতে বেলাডৰ জন্ম প্ৰাচীন কালত। বেলাড আনহাতে অনাখৰী সাহিত্য। আখৰ বোধ নজনা চহালোকৰ মুখত বেলাডৰ উৎপত্তি। প্ৰাচীন বেলাডত ৰচকৰ নাম নাই। মানুহৰ মুখে মুখে যুগ যুগ ধৰি চলি আহিছে। বেলাডৰ উৎপত্তিৰ সঠিক সময় নিৰুপণ কৰাও সহজ নহয়। ৰচকে একোটি সুসঙ্গবদ্ধ কাহিনী গীতৰ আকাৰত আগবঢ়াই নিয়ে। দুঃসাহসিক কাৰ্য্য, যুদ্ধ-বিগ্ৰহ আদিৰ বৰ্ণনাই বেলাডৰ প্ৰধান উপজীব্য। কাহিনীৰ লগত প্ৰেম, প্ৰীতি, বিদ্বেষ ঘৃণা আদিৰ কথায়ো প্ৰাধান্য লাভ কৰে। বেলাডৰ সৰহভাগ কাহিনীয়ে অতিবাস্তৱ বা অলৌকিক। বেলাডৰ নায়ক-নায়িকাই পাখীলগা ঘোঁৰাত উঠি আকাশেৰে উৰি যাব পাৰে। পানীৰ তলেৰে উৰি যোৱা ভোমোৰাক তৰোৱালেৰে কাটিব পাৰে, ফুলৰ পৰা মানুহ ওপজে, গছবিৰিখেও কথা কব পাৰে। বেলাডৰ সুললিত ছন্দ আৰু সাবলিল বৰ্ণনা ভঙ্গীয়ে অবাস্তৱ বৰ্ণনাৰ মাজেৰেও মানুহৰ মন মুহিব পাৰে। ভাব ভাষা আৰু প্ৰকাশ ভঙ্গীৰ ফালৰ পৰা বেলাড নিভাজ কৱিতা। বেলাডৰ সুৰৰ স্পন্দন অন্যতম আকৰ্ষণ। বেলাড বিৱৰণমূলক কৱিতা। এই কৱিতাত ৰচকৰ কোনো পৰিচয় নাথাকে। বেলাডত ব্যক্তি অনুভূতিতকৈ সামাজিক অনুভূতিৰ প্ৰকাশ বেছি। গীতৰূপে গাবৰ বাবেই ইয়াৰ উৎপত্তি।

অন্যান্য সাহিত্যৰ দৰে অসমীয়া মালিতা বা কাহিনী গীতৰ উৎপত্তিকালো অতি প্ৰাচীন আৰু এই গীতৰ ৰচক অজ্ঞাত নামা কৱি। মালিতা বা কাহিনীগীত অসমীয়া সাহিত্যৰ গীতিযুগৰ উজ্জ্বল নিদৰ্শন। আখৰবোধ নথকা



লোকৰ মুখত ৰচিত এই মালিতাসমূহ মানুহৰ মুখে মুখে যুগ যুগ ধৰি চলি আহিছে। অনাখৰি যুগৰ গৌৰবোজ্জ্বল নিদৰ্শন এই মালিতাসমূহ লিখিত ৰূপ পালে উন্নৈশ শতিকাৰ শেষছোৱা আৰু কুৰি শতিকাৰ প্ৰাৰম্ভত। মালিতাৰ ৰচক সম্বন্ধে ডিম্বেশ্বৰ নেওগ ডাঙৰীয়াই লিখিছে “এই গীতবোৰ নিশ্চয় সমূহ ভাবৰ অভিব্যক্তি; ৰচয়িতাজন নিশ্চয় এজন গুটীয়া মানুহ; আনহাতে কৱিতাৰ দৰেই, তাকে মুখে মুখে, তেওঁ এই গীত ৰচনা কৰে; আৰু তাৰ পাছত সমূহৰ মুখত পৰি কালত ই নানান পৰিবৰ্ত্তন আৰু পৰিবৰ্দ্ধন লাভ কৰি শেষত লিখিত অৱস্থালৈ আহি সি থিৰ বা থৰ হয়।”

আধুনিক অসমীয়া কাহিনী গীত বা মালিতা ইংৰাজী ৰোমাণ্টিক বেলাড আৰু প্ৰাচীন অসমীয়া কাহিনী গীতৰ সংমিশ্ৰণত সৃষ্টি হৈছে। জোনাকী যুগত গল্প উপন্যাসৰ আগে আগে কাব্য সাহিত্যত নৱ জাগৰণৰ সূচনা হয়। ইংৰাজী ৰোমাণ্টিক কৱিতাৰ আৰ্হিত অসমীয়া কাব্য সাহিত্যতো নৱন্যাস ধৰ্ম্মী কৱিতাই বিকাশ লাভ কৰে। প্ৰাকজোনাকী যুগৰ কৱিতাটো পৰিবৰ্ত্তনৰ ধাৰাই প্ৰাণসঞ্চাৰ কৰিছিল যদিও প্ৰাক জোনাকী যুগৰ কৱিতাত প্ৰাচীন অসমীয়া কৱিতাৰ ঠাচ বিদ্যমান।

অষ্টাদশ শতিকাৰ পাশ্চাত্য সাহিত্যৰ নতুন যুগটোকে ৰোমাণ্টিক (Romantic) আখ্যা দিয়া হয়। অসমীয়াত ইয়াক কোৱা হয় ‘নৱন্যাস’ আৰু হিন্দীত ‘স্বচ্ছন্দবাদ’। কল্পনাৰ অভূতপূৰ্ব্ব প্ৰসাৰ, আন্তৰিক ভাবানুভূতিৰ তীব্ৰতা আৰু অনুভূতিৰ মুক্ত প্ৰকাশেই এই নতুন আন্দোলনৰ বিশেষত্ব। অকল কাব্য সাহিত্যৰ ক্ষেত্ৰতেই নহয় ৰূপকথা, বুৰঞ্জী, দৰ্শন আদি সকলো ক্ষেত্ৰতে ৰোমাণ্টিক আন্দোলনৰ প্ৰভাৱ স্পষ্ট।

ৰোমাণ্টিক কৱিতা অধ্যয়ন কৰিলে তিনিটা স্পষ্ট ধাৰা চকুত পৰে—(১) সৰল অনাৰম্বৰ জীৱনৰ প্ৰতি স্পৃহা (২) ৰহস্যপূৰ্ণ সূক্ষ্ম··বিস্ময়-বিমূঢ় ভাব অৰ্থাৎ জনাৰ প্ৰতি বিস্ময়

বিমূঢ়তা আৰু নজনাৰ প্ৰতি আশ্চৰ্য্য ভাব, সৌন্দৰ্য্যৰ প্ৰতি অসীম স্পৃহা আৰু (৩) অনুসন্ধিৎসুভাব।

ৰোমান্টিক কৱিতাৰ কেইটিমান বিশেষ লক্ষণ দেখা যায় (১) প্ৰকৃতি উচ্ছ্বাস (২) অলৌকিকতাৰ বৰ্ণনা (৩) সাধাৰণ বস্তু সম্ভাৰৰ প্ৰকাশ (৪) পৌৰাণিক কাহিনী উদ্ধাৰ (৫) প্ৰণয় উচ্ছ্বাস (৬) মানৱ উচ্ছ্বাস (৭) গতানুগতিকতাৰ বিপক্ষে বিপ্লৱ (৮) নতুন ছন্দ প্ৰয়োগ।

সংচালনিকৈ জোনাকীৰ জৰিয়তে অসমীয়া সাহিত্যত নৱন্যাস আন্দোলনৰ সূচনা কৰা কৱিসকলৰ ভিতৰত চন্দ্ৰকুমাৰ আগৰৱালা অন্যতম। প্ৰথম বছৰ প্ৰথম সংখ্যা জোনাকীত প্ৰকাশ পোৱা চন্দ্ৰকুমাৰৰ 'বনকুঁৱৰী'য়েই প্ৰথম অসমীয়া ৰোমান্টিক কৱিতা। প্ৰতিমা (১৯১৪) আৰু বীণবৰাগী (১৯২৩) চন্দ্ৰকুমাৰৰ দুখনি কৱিতা সংগ্ৰহ। পুথি দুখনিত সন্নিবিষ্ট প্ৰায় তিনিকুৰি কৱিতাই তেওঁৰ কাব্য প্ৰতিভাৰ পৰিচয়। প্ৰতিমা আৰু বীণবৰাগীত অন্তৰ্ভুক্ত নোহোৱাকৈ আৰু কেইটিমান কৱিতা আছে।

আগৰৱালাৰ কৱিতা ৰাজিত তিনিটা স্পষ্ট ধাৰা চকুত পৰে (১) নৈসৰ্গিক বা প্ৰকৃতি বিষয়ক (২) মানৱ প্ৰেমী বা জীৱন সুলভ (৩) বিশ্বপ্ৰেমিক বা অতিমানৱ সম্বন্ধীয়। অৱশ্যে আগৰৱালাৰ কৱিতা এনেভাবে নিয়মেৰে শৃঙ্খলিত কৰা সহজ নহয়। তেওঁৰ নৈসৰ্গিক কৱিতাত অতি প্ৰাকৃতিক ভাবৰ সমন্বয় ঘটিছে, মানৱ সুলভ কৱিতাত কাহিনী গীতৰ প্ৰভাৱ পৰিছে।

আগৰৱালা অকল ৰোমান্টিক কৱিতাৰ পথ প্ৰদৰ্শকেই নহয় তেওঁৰ কৱিতাত ৰোমান্টিক কৱিতাৰ প্ৰায় সকলো লক্ষণেই প্ৰকাশ পাইছে। মানৱ প্ৰেম চন্দ্ৰকুমাৰৰ কৱিতাৰ প্ৰাণকেন্দ্ৰ স্বৰূপ। মানৱ বন্দনা, বীণবৰাগী আনকি কাহিনী গীততো মানৱ প্ৰেম পৰিস্ফুট। আনহাতে কৱি সৌন্দৰ্য্যৰ পূজাৰী। 'সুন্দৰৰ আৰাধনা জীৱনৰ খেল' কৱিৰ কাব্য জীৱনৰ মূলমন্ত্ৰ স্বৰূপ। কৱিৰ সৌন্দৰ্য্যৰ অধিষ্ঠাত্ৰী গৰাকী দেৱী নে মানৱী ঠিৰাংকৈ কব নোৱাৰে। ৰবীন্দ্ৰনাথৰ সুৰত কবলৈ হলে 'অৰ্দ্ধেক মানৱী অৰ্দ্ধেক কল্পনা'। চন্দ্ৰকুমাৰৰ মতে "সৌন্দৰ্য্যৰ মাধুৰ্য্য পূৰ্ণ বিকাশত প্ৰকাশ নাপায়। প্ৰকাশ পায় অৰ্দ্ধ বিকাশত (মাধুৰী)। তেওঁৰ প্ৰকৃতি দৰ্শনত আছে "সৌন্দৰ্য্যানুভূতিৰ পৰ্য্যবেক্ষণ আৰু চিত্ৰমূলক বৰ্ণনা। কৱিয়ে প্ৰতিমাত আধিভৌতিক ভাবধাৰা প্ৰতীকৰ সহায়ত প্ৰকাশ কৰিছে।"



চন্দ্ৰকুমাৰৰ কৱিতা সম্বন্ধে শ্ৰীহেম বৰুৱাই লিখিছে "চন্দ্ৰকুমাৰৰ কাব্যকলাত মনোৰম চিত্ৰ ধৰ্ম্মী ৰূপ জাতিষ্কাৰ হোৱা দেখা যায়। উদাহৰণ স্বৰূপে নিজৰাৰ পাৰত মুকলি হোৱা 'বনকুঁৱৰী' বেলেডৰ প্ৰাকৃতিক দৃশ্যপট 'জলকুঁৱৰীত' অঙ্কিত ৰং ৰূপ পূৰ্ণ চিত্ৰৰে অনুৰূপ। এনে কিছুমান জলকুঁৱৰীৰ লগত সাক্ষাত হয় যিবোৰে আমাক সহজতে কৱি ৰেগনাৰৰ দ্বাৰায় অঙ্কিত ৰাইন নৈৰ পাৰৰ বিদ্যুৎ—বালিকাসকলৰ কথা স্মৰণ কৰায়। তেজীমলাৰ কাৰুণ্য উপচিপৰা কাহিনীয়ে মন সাগৰত অলেখ ঢউৰ সঞ্চাৰ কৰে। আমাৰ প্ৰচলিত ৰূপ কথা এটিৰ তেজীমলা হৈছে নিখুঁত কাব্য ৰূপ। পৰিস্ফুট মাত্ৰাসমূহে গীতটোৰ তীব্ৰতাত শান দিছে।"

চন্দ্ৰকুমাৰৰ প্ৰথম ৰোমান্টিক কৱিতা 'বনকুঁৱৰী।' বনকুঁৱৰী আনহাতে কাহিনী গীত। বনকুঁৱৰী, জলকুঁৱৰী আৰু তেজীমলা এই তিনিটিয়ে স্বৰচিত কাহিনী গীত। বনকুঁৱৰী আৰু জলকুঁৱৰীত একোটি কাহিনী আছে যদিও কাহিনী-সমূহ আকৰ্ষণীয় নহয়। বনকুঁৱৰীৰ আখ্যান ভাগত আধি দৈৱিক জগতখনৰ সন্ধান পোৱা যায়। জলকুঁৱৰীৰ কাহিনী বনকুঁৱৰীৰ সমধৰ্ম্মী। তেজীমলা মানুহৰ মুখে মুখে চলি অহা সাধু এটিৰ সাৰ্থক চিত্ৰৰূপ। কথা বস্তুৰ ফালৰ পৰা

তেজীমলা বেছি আকৰ্ষণীয় আৰু চন্দ্ৰকুমাৰৰ সাৰ্থক কাহিনী গীত। কৱিৰ 'আশীৰ্ব্বাদ' আৰু 'বিমুখ' কৱিতাটো একোটি ক্ষুদ্ৰ করুণ কাহিনী আছে। দুয়োটি কৱিতাৰ মৰ্ম্ম করুণ আৰু হৃদয়গ্ৰাহী। এই দুটি কৱিতাক কৃত্ৰিম কাহিনী গীত আখ্যা দিব পাৰি।

চন্দ্ৰকুমাৰৰ 'বনকুঁৱৰী' এহাতে প্ৰথম অসমীয়া ৰোমান্টিক কৱিতা আৰু আনহাতে প্ৰথম আধুনিক কাহিনী গীত। মুকলিমুৰীয়া ছোৱালীৰ জীৱনৰ চিত্ৰৰূপ অঙ্কণ কৰোতে কৱিয়ে বনকুঁৱৰীৰ জীৱনৰ বিভিন্ন কাৰ্য্যাৱলীৰ প্ৰতি দৃষ্টি ৰাখিছে। নিজম দুপৰীয়া আপোন মনে বনৰ মাজত শুহুৰী মাৰি দেওদি নাচি ফুৰা বনকুঁৱৰীয়ে ইটিয়ে সিটিক মৰম যাচিছে। প্ৰকৃতি জীয়ৰী বনকুঁৱৰ। যেন সংসাৰৰ মায়া মোহ বিষয় বাসনাৰপৰা বহু আঁতৰত। সেইবাবে আপোন মনে প্ৰকৃতিৰ সতে নিজকে বিলাই দিব পাৰিছে। গহীন বননিৰ মাজত নিজম দুপৰীয়া মুকলি চুলিৰে টুক-টুক চাপৰি বাই নাম গাই গাই আপোন পাহৰা হৈছে। চিৰসঙ্গী হৰিণ পোৱালিটিকো আদৰেৰে আনি জানৰ পাৰত এটুপি পানী খুৱাইছে। কুমাৰী ছোৱালীৰ মৰমত প্ৰকৃতিৰ আজলী হৰিণীও থৰ লাগি ৰৈ গৈছে।

উজ্জ্বল শ্যাম বৰণীয়া মুখ খনি, শিৰত মৰকত মণি, বিবিধ বনলতিকাৰ ভূষণ, খোপাত ফুলৰ মালা, অপূৰ্ব্ব বেশভূষাৰে সজ্জিত প্ৰকৃতিৰ আজলী বনকুঁৱৰী দেৱী নে অইন কিবা ঠাৱৰ কৰিব পৰা নাই। কৱিয়ে অকল আজলী বনকুঁৱৰীৰ দৈহিক সৌন্দৰ্য্যৰ বৰ্ণনাতে সীমাবদ্ধ থকা নাই। কৱিতাৰ পটভূমিও মনোগ্ৰাহী। প্ৰকৃতিৰ আজলী জীয়ৰী বনকুঁৱৰীৰ বিচৰণৰ থল জনসমাগমৰ পৰা আঁতৰত।

গহীন গছত বতাহৰ ছাটি—
পাত কঁপে থৰ থৰ।



আৰু, নিচুক লতিকা গছক সাৱটি—
প্ৰতি অঙ্গে চুমাচুমি।
পাতৰ আঁৰত থাকি কপৌটিয়ে
কিবা কৰে জুমাজুমি
সেই ঠাইখন বৰ জয়াল, তাহানিৰ এৰাবাৰী।
সিজুপি বকুল এই এৰাবাৰী
কোন কাহানিবা গল।
চিন এই ভেটি তামোল লেটেকু
হল বহুদিন হল।
বাঁহৰ ছায়াত গজালি গজিছে
কোননো ইয়াত ফুৰে
জুৰ জুৰ কৰি বতাহ বলিছে
বাঁহৰ মাজে মাজে ঘূৰে।

ইটিয়ে সিটিক বুকুত সুমুৱাই প্ৰাণৰ অফুৰন্ত মৰম যচা কপৌ এহালিৰ দাম্পত্য প্ৰণয়ৰ চিত্ৰ মধুৰ আৰু অন্তৰস্পৰ্শী।

গাত গা লগাই কপৌ দুটিয়ে
মুখতে মুখদি আছে
অকণি বুকুত ইটিক সুমাই
সিটিয়ে মৰম যাচে।

এনে মনোৰম দৃশ্যই যক্ষিণী কন্যাৰ বুকুত হেজাৰ জোৱাৰ সৃষ্টি কৰা অস্বাভাৱিক নহয়। কিন্তু যক্ষিণী কন্যা বনকুঁৱৰী আপোন মনে টুক টুক চাপৰি বাই আনন্দত আত্মহাৰা। সেইবাবে কৱিয়ে ঠাৱৰ কৰিব পৰা নাই সঁচাকৈয়ে এইয়া দেৱী নে বনকুঁৱৰী। এনে তৰহৰ অনুসন্ধিৎসু ভাবৰ সৃষ্টি কৰিবলৈকে কৱিয়ে অতি প্ৰাকৃত পৰিবেশ ৰচনা কৰিছে।

বনকুঁৱৰীত কোনো সুসংগঠিত কাহিনী নাই। কৱিতাটোৰ আকৰ্ষণীয় দিশ হল সংবেদনশীল মানবীয় আবেদন।

২৬

কথা বস্তুতকৈ নৈসৰ্গিক বৰ্ণনাই বহল ঠাই অধিকাৰ কৰিছে। সেই দৃষ্টিকোণৰ পৰা সাৰ্থক কাহিনী গীত বা মালিতা আখ্যা নিদি কৃত্ৰিম মালিতা আখ্যা দিলে অধিক ৰজিতা খাব। 'বনকুঁৱৰী' চন্দ্ৰকুমাৰৰ প্ৰথম ৰচনা। প্ৰথম ৰচনা হিচাপে বনকুঁৱৰীৰ পৰা আৰু বেছি আশা কৰিব নোৱাৰি। কিন্তু প্ৰথম ৰোমাণ্টিক কৱিতা হিচাপে ৰোমাণ্টিক কৱিতাৰ ভালেখিনি লক্ষণ বিদ্যমান।

ছন্দৰ ফালৰ পৰা বনকুঁৱৰী নিখুঁত নহয়। কাহিনী গীতৰ সাৱলীলতা বনকুঁৱৰীত ৰক্ষা পৰা নাই যদিও বন-গীতৰ নিচিগা সুৰৰ ধ্বনি বনকুঁৱৰীৰ অন্যতম বৈশিষ্ট্য। পৰ্ব্ব, চৰণৰ প্ৰতি দৃষ্টি ৰাখিলেও ছেদ আৰু যতিৰ সুচাৰু প্ৰয়োগ হোৱা নাই।

চন্দ্ৰকুমাৰৰ দ্বিতীয় কাহিনী গীত জলকুঁৱৰীও মানৱী নহয়। এই কৱিতাটিত কৱিয়ে ভূমাৰ সৌন্দৰ্য্যৰ মাজতে এক অপাৰ্থিৱ সৌন্দৰ্য্যৰ সন্ধান দিছে। এই কৱিতাটোত কোনো পৰিকল্পিত কাহিনী নাই। কেৱল জলকুঁৱৰীৰ জীৱনৰ স্থিতিৰ এটি মহিয়ান ৰূপ অঙ্কণ কৰিব বিচাৰিছে। প্ৰথম কৱিতাৰ দৰে জলকুঁৱৰীও প্ৰকৃতিৰ বুকুত আপোন পাহৰা। নৈৰ বুকুত ফুলাম পালতৰি যেন প্ৰিয়জনলৈ প্ৰাণৰ বাতৰি পঠিয়াইছে। জলকুঁৱৰীৰ সতে দিগম্বৰীসকলে নাচি আৰু নাগবালাসকলে চাপৰি বাই আনন্দত আত্মহাৰা হৈছে। এই খেলা মানুহ সমাজে সহজতে হাতে ঢুকি-পোৱা লীলা খেলা নহয়। ই যেন সৰগীয়। অন্তৰৰ মৰমেৰে প্ৰকৃতি জীয়াৰী, ৰাজহাঁহ, কেতেকী চৰাই সকলোকে আপোন কৰি লৈ মন মুহি পেলালে। পুৱতি নিশাৰ ডাকপৰাৰ আগে আগে কুঁৱলীৰ আৰে আৰে জল-কুঁৱৰী সবে পৃথিৱীত দেখা দি উষাৰ আগমনিৰ লগে লগে আঁতৰি যায়। দিনৰাতিৰ এক মধুৰ সংমিশ্ৰণৰ মাজত জলকুঁৱৰীসকলৰ অৱস্থান। প্ৰকৃতিৰ বিভিন্ন সত্তাৰ লগত



নিজকে বিলাই দি আনন্দত আত্মহাৰা। প্ৰকৃতিৰ বিভিন্ন সত্তাৰ সৈতে কৱিৰ সম্বন্ধও ঘনিষ্ঠ। প্ৰতীক ধৰ্মী চিত্ৰসমূহো আকৰ্ষণীয়।

পথালি চকুত এন্ধাৰ এন্ধাৰ
তৰাই তৰালৈ চায়
তলৰ পানীৰ দপোণলৈ চাই
হাঁহিছে মিছিকিয়াই

ৰাজহংসই ফুল নাওখনি টানি টানি নিয়া, পদুমৰ ৰেণু গাত সানিলোৱা, পানীত টুপাই বুৰ মৰা আদি স্পষ্ট আৰু সজীৱ চিত্ৰ।

বনকুঁৱৰী কৱিতাৰ লগত জলকুঁৱৰী কৱিতাৰ ভালেমান সাদৃশ্য আছে। দুয়োটা কৱিতাতে কৱিয়ে গতানুগতিক কাহিনীৰ ওপৰত প্ৰাধান্য দিয়া নাই। কাহিনীৰ ওপৰত প্ৰাধান্য নিদিলেও সংবেদনশীলতা অন্যতম বৈশিষ্ট্য। দুয়োটা কৱিতাতে প্ৰকৃতিত সজাৰ সত্তা আৰোপিত হৈছে। বনকুঁৱৰীতকৈ জলকুঁৱৰীৰ ছন্দ সজ্জা পৰ্ব্ব চৰণ আদি কিছু পৰিমাণে নিখুঁত। জলকুঁৱৰী কৱিতাত যতি আৰু ছেদ কিছু পৰিমাণে উন্নত।

বনকুঁৱৰী আৰু জলকুঁৱৰী কৱিতাৰ অন্তৰালত দেখা যায় ৰূপহী গাভৰু ছোৱালীৰ মুকলিমূৰীয়া জীৱনৰ প্ৰতি কৱিৰ স্পৃহা। সজাৰ পখীৰ সৌন্দৰ্য্যতকৈ মুকলিমূৰীয়া চৰাইৰ সৌন্দৰ্য্যই আপোন পাহৰা কৰাৰ দৰে কৱিয়েও বিচাৰিছে দেও দি নাচি ফুৰিব পৰা এটি মুকলিমূৰীয়া পৰিবেশ। মুকলিমূৰীয়া প্ৰকৃতি বালাই প্ৰকৃতিৰ বিভিন্ন সত্তাৰ লগত নিজকে বিলাই দিব পাৰিছে। কৱিৰ সৌন্দৰ্য্য সন্ধানি মনৰ তৃপ্তি সেইখিনিতে। সেইবাবে ঘৰুৱা নাইবা সামাজিক পৰিবেশৰ ছোৱালীৰ জীৱনৰ স্থিতিয়ে কৱিক আকৰ্ষণ কৰিব পৰা নাই। কৱিয়ে বাছি লৈছে প্ৰকৃতিৰ এক নিৰ্জ্জন পৰিবেশ। কোনো জন সংশ্ৰৱৰ মাজত বা পথালি চকুৱা মনুহৰ মাজত বনকুঁৱৰী নাইবা জলকুঁৱৰীৰ লেখিয়া আজলী ছোৱালীক ৰাখিব বিচৰা নাই।

তেজীমলা কৰিৰ সাৰ্থক মালিতা। মানুহৰ মুখে মুখে চলি অহা তেজীমলা নামৰ সাধুটিৰ আমি লিখিত ৰূপ পাওঁ বেজবৰুৱাৰ 'বুঢ়ী আইৰ সাধু' আৰু টাৰ্ণাৰৰ 'মডাৰ্ণ ইংলিছ ৰিডাৰ'ত। তেজীমলাৰ করুণ জীৱনৰ কাহিনীয়ে সকলোৰে অন্তৰ জয় কৰিব পাৰিছে। কৱিয়ে কিন্তু প্ৰচলিত সাধু-কথাটিৰ যথাযথ ৰূপ দিয়া নাই। তেজীমলাৰ মাজেৰে ৰোমান্টিক কৱিতাৰ ভাব-আদৰ্শ সুন্দৰ ভাবে প্ৰকাশ কৰিব পাৰিছে। ৰোমান্টিক কৱি নহৈ আগৰৱালা প্ৰাচীন কৱি হোৱা হলে কৱিয়ে সাধুকথাত থকাৰ দৰে যথাযথ ৰূপত প্ৰকাশ কৰিলেহেঁতেন।

ৰোমান্টিক কৱিতাৰ অন্যতম লক্ষণ পৌৰাণিক কাহিনী উদ্ধাৰ। ৰোমান্টিক কৱিতাৰ এই লক্ষণলৈ দৃষ্টি ৰাখি কৱিয়ে সাধুকথাটিক নতুন ৰূপত দাঙি ধৰিছে।

আমি জানো মাতৃহাৰা আজলী কুমাৰী তেজীমলাক কেনেদৰে মাহীমাকে জীৱনত অশেষ যাতনা দিছিল। অকল যাতনাতে সীমাবদ্ধ থকা হলে কৱিতাৰ ৰূপ সলনি হলহেঁতেন। নিষ্ঠুৰ মাহীমাকে যাতনাতে ক্ষান্ত থাকিব নোৱাৰি হাত ভৰি মূৰলৈকে ঢেঁকীত খুন্দি বাৰীৰ পাছত পুতি থলে। তেজীমলাৰ মৰা ভেটিৰ ওপৰত লাও গজি উঠিল। ইমানতো মাহীমাক ক্ষান্ত নহল। কাটি ছিঙি লাওজোপা নৈৰ বুকুত উটুৱাই দিলে। নৈৰ কোবাল সোঁতত দূৰ দিগন্তলৈ উটি নগৈ তেজীমলা ফুল হৈ ফুলি থাকিল।

বেজবৰুৱাৰ 'বুঢ়ীআইৰ সাধু' আৰু 'টাৰ্ণাৰৰ ইংৰাজী সাহিত্যত থকা কাহিনীৰ ইমানলৈকে কৱি নিমাত। মাহী মাকৰ নিষ্ঠুৰ যাতনা আৰু হৃদয়হীনতাৰ হুবহু চিত্ৰ আৰু কৱিয়ে কৱিতাত বৰ্ণাব বিচৰা নাই।

কৱিয়ে কৱিতাটো আৰম্ভ কৰিছে প্ৰকৃতিৰ এক মধুৰ পৰিবেশৰ মাজত। ৰাঙলী ৰহণ সনা তেজগোৰা বেলিটিয়ে



পৃথিৱীক চেনেহ সম্ভাষণ যাচিছে। নীল আকাশৰ বুকুত ভাহি থকা মেঘপুঞ্জই ৰাঙলী ৰহণ সানি পৃথিৱীৰ চৌদিশে আশাৰ ৰাঙলী কিৰণ ছটিয়াই দিছে। প্ৰকৃতিৰ এনে মধুৰ পৰিবেশত ৰিব ৰিব বলা মলয়া বতাহে আহি ৰাতিপুৱাৰ টোপনিৰ পৰা জগাই দিছে। ৰাঙলী ৰহণ সনা নৈৰ পানী-বোৰে যেন আনন্দত আত্মহাৰা হৈ তেজীমলাৰ চৰণ পখালি দিছে। প্ৰকৃতিৰ এনে অপৰূপ পৰিবেশৰ মাজত তেজী-মলাই নিজৰ সৌন্দৰ্য্য প্ৰকাশ কৰিছে।

ৰূপতে ৰূপ তুলি পাৰিজাত ফুলি
তেজীমলা জকমকায়

তেজীমলাৰ প্ৰকৃতিৰ মাজৰ জীৱন নতুন জীৱন। এই জীৱনৰ লগত হিংসা দ্বেষ পৰিপূৰ্ণ মানৱ সমাজৰ কোনো সম্বন্ধ নাই। নিষ্ঠুৰ ভাবে যি গৰাকী কুমাৰীক মানুহে হত্যা কৰি নিঃশেষ কৰিলে সেইজনা আজলী কুমাৰীয়ে প্ৰকৃতিৰ সতে আপোন ঘৰ পাতি ললে। পানীৰ লতাবোৰকো মৰ-মেৰে সাৱটি ধৰিলে। কৱিৰ মনত সেইবাবে প্ৰশ্ন উদয় হৈছে—

মানুহ কুটুমে দলিয়াই পেলালে
কাকনো কুটুম পালি ?

নিষ্ঠুৰ মানুহৰ সঙ্গৰ পৰা আঁতৰি আহিল যদিও তেজীমলা অকলশৰীয়া নহল। মৰমী আজলী কুঁৱৰীজনীয়ে সৰল অন্তৰ খনিৰে প্ৰকৃতিৰ বিভিন্ন সম্ভাৰ প্ৰাণীজগতৰ পৰা পালে সীমাহীন মৰম। মলয়া বায়ুৰ সতে মিতিৰ পাতিলে, পানীৰ সোণৰূপ মাছ যেন ঘৰ পোহনীয়াহে, পানীলতাই মৰমেৰে বুকুত সাৱটি লয়। কিন্তু তেজীমলাই জানো মানুহ সমাজৰপৰা আঁতৰি আহিহে এনে সীমাহীন মৰমৰ অধিকাৰী হব পাৰিছে। তেজীমলাৰ মৰমী অন্তৰখনিয়ে ঘৰুৱা জীৱনৰ আবেষ্টনীৰ মাজতো পোহনীয়া পাৰ জুৰি, শাৰলী পোৱালি, হৰিণাজনীক

মৰম চেনেহ কৰিবলৈ সুৰুঙা উলিয়াব পাৰিছিল। তেজীমলাৰ অবিহনে সিহঁত যেন এতিয়া অনাথ। তেজীমলাৰ জীৱন লগৰী মৰমৰ সখী জনীক অকলে এৰি আহিলে। কৱিৰ মনত প্ৰশ্ন জাগিছে, যিজনী ছোৱালীয়ে মৰমৰ বিনিময়ত মৰম পাব পাৰিছিল, সেইজনী ছোৱালী বা মানুহ সমাজৰ পৰা আঁতৰি আহিব লগা হল কিয়? কৱিৰ দৃষ্টিত তেজীমলা নিষ্কলুষ, সাদৰী আজলী কুমাৰী। অথচ কুমাৰী ছোৱালীজনী মানুহৰ হাতত নিষ্ঠুৰ ভাবে নিহত হ'ল।

মানুহৰ চোতালত মাধুৰী ফুটিলে
মানুহে নিচিনে হায়
সাৰি তুলি ছিঙি মোহাৰী পেলালে
মানুহৰ মৰমো নাই।

মানুহৰ মৰমৰ প্ৰতিদানৰ সলনি হত্যাকৰাৰ দৰে নিষ্ঠুৰতা আৰু কি হব পাৰে। তেজীমলাৰ দৰে এগৰাকী অনিন্দ্য সুন্দৰী মৰম ভিখাৰী কুমাৰীয়ে মানুহৰ মাজত থাকিব নোৱাৰাটো স্বাভাৱিক।

মৰমৰ পানী নোহোৱা ঠাইত
কেনেকৈ বিশ্বাস থয়?
সেয়ে তেজীমলা দূৰতে শিপাই
পাৰিজাত হই ৰয়।

মানুহৰপৰা আঁতৰি প্ৰকৃতিৰ মাজত নিবিড় ভাবে নিজকে বিলাই দিলে। আৰু যাতে ধুমুহা বতাহে একো কৰিব নোৱাৰে তাৰবাবে তলিৰে সৈতে শকত বান্ধোনেৰে বান্ধ খালে। কৱিয়ে প্ৰচলিত সাধুকথাৰ পৰা আঁতৰি আহি এনে এক নতুন পৰিবেশৰ মাজত তেজীমলাক উপস্থাপন কৰিছে। প্ৰকৃতিৰ মাজত নিজকে বিলাই দি তেজীমলাই লাভ কৰিলে বিমল আনন্দৰ সফুৰা।



প্ৰকৃতিৰ মাজৰ মধুৰ আৰু সহজ সৰল পৰিবেশৰ মাজতো আৰু এক নতুন পৰিস্থিতিৰ উদ্ভৱ হল। যিদিনা তেজীমলাক মাহীমাকে নিষ্ঠুৰ ভাবে হত্যা কৰি পানীত উটুৱাই দিছিল সিদিনা যেন তেজীমলাৰ বিৰহত ৰাঙলী বেলিটিয়ে বেজাৰত পশ্চিম আকাশত মাৰ গৈছিল। আজি যেন তেনে এক আগন্তুক নতুন আশঙ্কাই দেখা দিছে। অনাগত আশঙ্কাৰ অন্তৰালত লুকাই আছে যেন তেজীমলা আকৌ নিষ্ঠুৰ মানুহৰ মাজলৈ আঁতৰি যোৱাৰ বিৰহ যাতনা। উজাই অহা চিকুণ নাওখনিত আনন্দৰ বতৰা বহন কৰি অনা নাই। তেজীমলাৰ আৰু মানুহৰ ওপৰত সমূলি বিশ্বাস নাই।

মানুহৰ নাও মানুহৰ ভাও
দেখি যে লাগিছে ভাল
মানুহ মিতিৰ বৰ মৰমৰ
পাতিছে কিহৰ জাল?

সেই নাওখনিত আহিছে গহীন মুখখনিৰে মৰমেৰে সনা কোনোবা এজন। সেইজন কোন স্পষ্ট ভাবে কোৱা নাই। কৈছে মাথোন 'মোৰেইটো দেৱতা এওঁ" বুলি। 'মোৰেইটো দেৱতা এওঁ' এইকথা ফাকিত যেন এটি সাঁথৰ লুকাই আছে। 'দেৱতা'জন কোন? পিতৃদেৱ নে হবখোজা স্বামী। সেইকথা অস্পষ্ট যদিও 'দেৱতা' শব্দৰ অন্তৰালত লুকাই থকা স্বামী গুৰুৰ' বা ভাবীস্বামীৰ কথা অনুমান কৰিব পাৰোঁ। যিজনী ছোৱালীয়ে মাহীমাকৰ অকথ্য যাতনা নীৰৱে সহি মৃত্যু বৰণ কৰিলে সেইজনী ছোৱালীয়ে হবখোজা স্বামীৰ ওচৰলৈ 'মোৰেইটো দেৱতা এওঁ' বুলি কাষচাপি যোৱা কথা ভাবিবলৈ কেনেবা লাগে। তেতিয়া হলে পিতৃ দেৱতা দৃশ্য পটলৈ অহাৰ সুৰুঙা নাথাকে। কৱিতাত কেৱল এজন পুৰুষৰহে ইঙ্গিত আছে। আমি হয়তো মোৰেইটো দেৱতা এওঁ পিতৃদেৱ বুলিও অনুমান কৰিব পাৰোঁ। কৱিয়ে কৱিতাটো এনেভাবে

চৰম উৎকণ্ঠালৈ (Climax) আনি সামৰণি মাৰিছে। অস্পষ্ট ভাবে সন্দেহৰ দোমোজাত ৰখা বাবে কৱিতাটোৰ স্বকীয়া সৌন্দৰ্য্য প্ৰকাশ পাইছে।

কৱিতাটোৰ শেষৰ স্তবকত কৱিয়ে কৰিলে কি? মানুহৰ হৃদয়ৰ হীনতা, নিষ্ঠুৰতা, প্ৰতাৰণাৰ বিৰুদ্ধে অনিন্দ্য-সুন্দৰী স্বভাৱ চপলা কুমাৰী তেজীমলাক এক বিদ্ৰোহিনী ৰূপ দিলে।

"হাতো নেমেলিবি ফুলো নিছিঙিবি
ক'ৰে নাওবীয়া তই?
মানুহে ফুলৰ কিজানে আদৰ?
তেজীমলাহে মই।"

যি মানুহে মানুহ ফুলৰ আদৰ নাজানে সেই মানুহৰ ওচৰত তেজীমলাই বা আত্ম সমৰ্পণ কৰিব কিয়? এবাৰ মানুহৰ হাতত যি শিকনি পালে তাক তেজীমলাৰ লেখীয়া ছোৱালী এজনীয়ে বা পাহৰেই কেনেকৈ? প্ৰকৃতিৰ মাজত তেজীমলা যে এতিয়া চিৰসুখী। নিষ্ঠুৰ মানৱ সমাজ আৰু প্ৰকৃতিৰ বিভিন্ন গছ-লতা আৰু প্ৰাণীজগতৰ মাজত থকা পাৰ্থক্য দেখুৱাই কৱিয়ে এনে ভাবে সামৰণি মাৰিছে। মানুহৰ হৃদয়হীনতাৰ নিষ্ঠুৰতাৰ বিৰুদ্ধে তেজীমলাক বিদ্ৰোহিনী ৰূপ দি কৱিয়ে প্ৰচলিত ৰূপ কথাৰ পৰা আঁতৰি আহিছে। তেজীমলাৰ বিদ্ৰোহী উক্তিৰ পিছত সামৰণি মৰাৰ বাবে কৱিতাটো আমি অসম্পূৰ্ণ বুলি কব নোৱাৰো। পাৰিলোঁহেঁতেন যদি তেজী মলা এটি পুৰণি কাহিনী গীত হ'লহেঁতেন। কিন্তু চন্দ্ৰকুমাৰ ৰোমাণ্টিক কৱিতাৰ বাট কাটোতা। পুৰণি কথা বস্তুত নতুন আলোক সম্পাত ৰোমাণ্টিক কৱিতাৰ অন্যতম লক্ষণ। এনেভাবে কৱিতাটি সামৰণি মৰা বাবে ৰোমাণ্টিক কৱি হিচাপে দোষাৰোপ কৰাৰ থল নাই।

কৱিতাটো যেনে ভাবেই উপস্থাপন নকৰক কৱিতাটোৰ কেন্দ্ৰস্থ ভাব মানৱ প্ৰেম।



মানুহৰ চোতালত মাধুৰী ফুটিলে
মানুহে নিচিনি হায়
সাৰি তুলি ছিঙি মোহাৰি পেলালে
মানুহৰ মৰমো নাই।

অকল তেজীমলা কৱিতাৰেই নহয় চন্দ্ৰকুমাৰৰ আন কৱিতাবো কেন্দ্ৰস্থ ভাব মানৱ প্ৰেম। মানৱ আত্মা ঈশ্বৰৰ স্বৰূপ। কৱিৰ মানৱ বন্দনা কৱিতাত সেই সুৰৰ স্পন্দন অনুৰণিত হৈছে।

বনকুঁৱৰী আৰু জলকুঁৱৰীৰ দৰে তেজীমলাকো কৱিয়ে প্ৰকৃতিৰ এক মোহনীয় পৰিবেশত মুকলিমূৰীয়াভাবে বিচৰণ কৰাৰ সুযোগ দিছে। তাকে কৰিবলৈ ঘৰুৱা পৰিবেশৰ মাজৰ পৰা আঁতৰাই আনিছে। পিচতো ঘৰুৱা পৰিবেশৰ মাজলৈ পুনৰ ঠেলি দিয়া নাই। কুমাৰী ছোৱালীৰ মুকলি-মূৰীয়া জীৱনৰ প্ৰতি কৱিৰ আনুগত্য এইখিনিতে অস্বীকাৰ কৰিব নোৱাৰি।

তেজীমলাক কৱিয়ে যেনে ভাবেই যি পৰিবেশতে উপস্থাপন নকৰক কৱিতাটো যে কৱিৰ সাৰ্থক সৃষ্টি সন্দেহ নাই। গোটেই কৱিতাটোতে বনগীতৰ এটি নিছিগা সুৰৰ ব্যঞ্জনা অনুৰণিত হৈছে। নিমজ ছন্দ আৰু সাবলীল প্ৰকাশ ভঙ্গীয়ে কৱিতাটো সুখ পাঠ্য কৰি তুলিছে।

চন্দ্ৰকুমাৰৰ আন দুটি কৱিতা 'বিমুখ' আৰু 'আশী-ৰ্বাদ'ৰ অন্তৰালত একোটি করুণ কাহিনী আছে। 'বিমুখ' কৱিতা অকালতে মৃত্যুৰ মুখত পৰা আজলী কুমাৰী জীয়া-ৰীৰ করুন সোঁৱৰণ। মৰমৰ আজলী জীয়াৰীজনী অকালতে সংসাৰৰ পৰা আঁতৰি গ'ল। কৱিৰ কথাত 'দুৱাৰবে পৰা উভতিলি ঘৰলৈ।' অৰ্থাৎ মানুহৰ নিজাপী ঘৰ স্বৰ্গ লৈ। ঘৰুৱা পৰিবেশত হয়তো মুকলিমূৰীয়া হৈ ফুৰিব নোৱাৰিব। নিজৰ ঘৰখনত চিৰকুমাৰী ৰূপে মুকলিমূৰীয়া হৈ থাকিব পাৰিব।

আঁতৰি যোৱাৰ কৰুণ সন্ধিক্ষণত মাথোন কৰিয়ে আগবঢ়াইছে এটুপি চকুপানী। "আশীৰ্ব্বাদ" কৱিতাটো বিমুখ কৱিতাৰ কৰুণ সুৰেই শুনা গৈছে। মুকলিমূৰীয়া আজলী ছোৱালীজনীয়ে ভাই-ভনী সমন্বিতে থকা এখন ভৰপূৰ সংসাৰৰ পৰা আঁতৰি 'নিজাপী' ঘৰখনলৈ যাবলৈ ওলাইছে। কৱিয়ে পূৰ্ব্বৰ কৱিতাৰ দৰে আশীৰ্ব্বাদ কৱিতাটো এটুপি চকু পানীৰে বিদায় দিছে। কামনা কৰিছে জীয়াৰীৰ এটি সুমধুৰ জীৱন।

কিবা আছে মোৰ? দুখীয়া হৃদয় মোৰ
চকুপানী টুপিহে সম্বল।
সুন্দৰ মুখৰ দৰে সুন্দৰ জীৱন
হোক তোৰ এয়ে ধন বল।

কৱিতা দুটিক কৃত্ৰিম মালিতাৰ শ্ৰেণীভুক্ত কৰিব পাৰি। তেজীমলাৰ বাহিৰে আন আন কাহিনী গীতৰ কথা বস্তু আকৰ্ষণীয় নহয় যদিও কৱিয়ে প্ৰকৃতিৰ এনে এক মধুৰ পৰিবেশৰ মাজত ৰচনা কাৰছে যে মালিতা হিচাপে নহলেও কৱিতা হিচাপে মনোগ্ৰাহী হৈছে। সচৰাচৰ কাহিনী গীতত থকাৰ দৰে কথা বস্তুৰ ওপৰত প্ৰাধান্য দিয়াৰ হাবিয়াস কৰিব নাই। ৰোমাণ্টিক ভাব-আদৰ্শ আগত ৰাখি কৱিয়ে প্ৰকৃতিৰ অপৰূপ দৃশ্যাৱলীৰ চিত্ৰপট অঙ্কণ কৰিছে। কৱিতা কেইটিৰ অন্যতম আকৰ্ষণ সংবেদনশীল মানবীয় আবেদন। সেইবাবে চন্দ্ৰকুমাৰৰ কাব্য প্ৰতিভাই সীমাবদ্ধ ৰচনাৰ মাজেৰে সমাদৰ লাভ কৰিছে। প্ৰথম ৰোমাণ্টিক কৱি হিচাপে চন্দ্ৰকুমাৰৰ পৰা ইয়াতকৈ আৰু বেছি আশা কৰিব নোৱাৰি। প্ৰথম ৰোমাণ্টিক কৱি হলেও চন্দ্ৰকুমাৰৰ কৱিতাত ৰোমাণ্টিক কৱিতাৰ লক্ষণ পূৰামাত্ৰাই প্ৰকাশ পাইছে। সাহিত্যৰ বুৰঞ্জীয়ে চন্দ্ৰকুমাৰ আগৰৱালাৰ অবদানৰ কথা চিৰকালেই সুঁৱৰিব লাগিব।

---

# আগৰৱালাৰ কৱিতাত আশাবাদ

—দুৰ্গেশ্বৰ শৰ্ম্মা

অসমীয়া কৱিতা জগতত আগৰৱালা প্ৰতিমাৰ খনিকৰ বুলি প্ৰসিদ্ধ। প্ৰতিমা আৰু বীণবৰাগী কৱিতা গ্ৰন্থৰ মাজেৰে চন্দ্ৰকুমাৰে অসমীয়া কৱিতাৰ সমৃদ্ধি সাধনত আগভাগ লৈছে। দুয়োখন গ্ৰন্থতে ৰোমাণ্টিক ভাবানুভূতিৰ অপূৰ্ব্ব উন্মেষন হৈছে।

আগৰৱালা জোনাকী যুগৰ ত্ৰিমূৰ্ত্তিৰ প্ৰথম আৰু সাহিত্যৰথী বেজবৰুৱাৰ লগত তেওঁৰ সম্পৰ্ক আছিল অতি নিবিড়। সাহিত্যৰথী গভীৰ আশাবাদত উদ্বুদ্ধ ব্যক্তি আৰু তেওঁ আশাৰ সঞ্জীৱনী পানী ছটিয়াই মুমূৰ্ষু অসমীয়াৰ প্ৰাণত নবীন চেতনাৰ সঞ্চাৰ কৰিছিল। বেজবৰুৱাৰ সতীৰ্থ আগৰৱালা এই নবীন চেতনাৰ প্ৰভাৱৰ পৰা মুক্ত নাছিল; বৰং বেজবৰুৱাৰ বিপৰীতে তেওঁ এক আধ্যাত্মিক স্তৰৰ সমন্বয়ত এই নবীন চেতনাক অধিক শক্তিশালী আৰু স্থায়ী কৰিছিল।

আগৰৱালা আধ্যাত্মিক ভাৱৰ কৱি। তেওঁৰ আধ্যাত্মিকতাৰ মাজেৰে কৱিৰ ব্যক্তি জীৱনৰ মানসিক দিগ্বলয়ৰ পৰিধি আৰু জাতীয় জীৱনৰ ভাৱমণ্ডলৰ উচ্চতাৰ সমৃদ্ধি সাধিত হৈছে। ব্যক্তি জীৱন, সমাজ জীৱন আৰু আধ্যাত্মিক জীৱনৰ সম্পৰ্কত তেওঁ কোনো দিনেই নিৰাশাবাদী নাছিল, তেওঁ আছিল গভীৰ আশাবাদত দীক্ষিত ব্যক্তি। তেওঁৰ যি কোনো শ্ৰেণীৰ কৱিতা সূক্ষ্মভাৱে বিশ্লেষণ কৰিলে এই কথাৰ সত্যতা ওলাই পৰিব।

চন্দ্ৰকুমাৰৰ মানসিক পৰিধি অকল ব্যাপকেই নহয়, পৰিষ্কাৰো, এই ব্যাপকতা আৰু পৰিচ্ছন্নতা আশাবাদৰ মাজেৰে সাধিত হৈছে। মানুহৰ অসীম ভবিতব্যতাৰ ওপৰত

কৱি আগৰৱালাৰ গভীৰ আস্থা। এই আস্থা কেতবোৰ কৱিতাৰ মাজেৰে বিকশিত হৈছে। কৱিৰ দৃষ্টিত এইখন পৃথিৱী স্বৰ্গতকৈয়ো অধিক বিনন্দীয়া। এই পৃথিৱী মানুহৰ নিজা ঘৰ। মানুহ নৰ-ৰূপী ভগৱান। এই নৰ-ৰূপী ভগৱানৰ সেৱা কৰা মানুহৰ প্ৰথম কৰ্ত্তব্যঃ—

মানৱী জনম দিয়া উটুৱাই
মানৱী কৰম সোঁতে
মানুহৰ মৰম বুজিবা মানুহে
ধৰম যে মৰমতে।
মানুহেই লগ মানুহেই সঙ্গ
মানুহেই পৰাৎপৰ,
এই যে পৃথিৱী স্বৰ্গতো অধিক
মানুহৰ নিজাপী ঘৰ।
মানুহেই দেৱ মানুহেই সেৱ
মানুহ বিনে নাই কেৱ।
কৰা কৰা পূজা পাদ্য অৰ্ঘ্য লই
জয় জয় মানৱ দেৱ।

বিশ্বৰ সকলোৱে তেওঁৰ আপোনজন, সকলোকে তেওঁ কুটুম বুলিহে আদৰি লৈছে ঃ—

মানৱী জনমে পৰ হিত সাধঁা
পৰক আপোন কৰি প্ৰাণ কৰ্ত্তা,
কেও নোহে পৰ মানুহ তোমাৰ
কুটুমে কুটুমে ভৰা এই যে সংসাৰ।

নতুন বছৰৰ লগে লগে প্ৰকৃতি জগত আনন্দৰ জয় জয়কাৰ ধ্বনিৰে মুখৰিত হ'ল। চৰায়ে গীত গালে। নৈয়ে যৌৱন পালে। বিৰিখত কুঁহিপাত দেখা দিলে। কৱিৰ দৃষ্টিত এই পৰিবৰ্ত্তনৰ সামগ্ৰীক ৰূপৰ মাজেৰে আশাৰ ৰাণী প্ৰচাৰিত হৈছে ঃ—



ভৱিষ্যৰ ন সিচি বুকলি
আজি হ'ল তোমাৰ আগত
নদী বন পৰ্ব্বত আকাশে
আশাৰ বাতৰি প্ৰচাৰিত

কৱিৰ দৃষ্টিত জগত অসাৰ নহয়। জীৱন স্বপ্ন নহয়। সৃষ্টিৰ এটি ৰহস্য আছে; জীৱনৰ এটি গূঢ় অৰ্থ আছে। এই সত্য উপলব্ধিৰ কাৰণে দৃষ্টিৰ প্ৰসাৰতাৰ প্ৰয়োজন ঃ—

স্বপ্ন গুচি এয়ে সঁচা চকুৰ আগত,
যদি চাব জানা এই সুন্দৰ জগত।

একোটিহঁত দাৰ্শনিক তথ্যৰ প্ৰতিও আগৰৱালাৰ গভীৰ পৰকাষ্ঠা। ব্ৰহ্ম যা নিৰঞ্জনৰ বাহিৰে জগতত কাৰো অস্তিত্ব নাই বুলি কৱিয়ে ভাবিছে। জগত নিৰঞ্জনময়। জগত আৰু জীৱ তেওঁৰেই প্ৰতিবিম্ব। এই চিৰন্তন সত্যৰ ৰেঙণিৰে তেওঁৰ কৱিতা মহিমান্বিত ঃ—

সংসাৰ মোৰেই পূৰ্ণ দেখো,
আছো মাথোঁ নিৰঞ্জন মই
নাই তুমি কেওঁ আৰু নাই,
পাৰা যদি হোৱা মোতে লয়।
মই মই মই মাত্ৰ বিপুল সংসাৰ
মই মই মই সুৰে শুনা
বাজিছে প্ৰাণৰ বীণা তান
মই বিনা আছে নো কি গুনা।

আগৰৱালাৰ বীণবৰাগী কৱিতাটি বিচিত্ৰ ভাৱ, অনুভূতি, আদৰ্শ আৰু চেতনাৰ এক অপূৰ্ব্ব সমন্বয়। আনবোৰ কৱিতাত পোৱা আশা বাদেও তাত সুস্থ-সৰল-বলিষ্ঠ ৰূপ পৰিগ্ৰহণ কৰিছে।

কৱিয়ে শোক-তাপ মোচনৰ বাবে কাৰো আশ্ৰয় লোৱা নাই, সহায় ভিক্ষা কৰা নাই নাইবা উপদেশো গ্ৰহণ কৰা নাই। এই সকলো প্ৰকাৰ যাতনাৰ পৰা মুক্তিৰ কাৰণে তেওঁ অন্তৰৰ ওচৰ চাপিছে আৰু এয়ে তেওঁৰ গভীৰ আত্ম-বিশ্বাসৰ পৰিচয়ঃ—

দুখ ভাগৰৰ অন্ত তোমাতেই,
সন্তাপ আঁতৰাই নিয়া
তোমাতে আশ্ৰয়, তোমাতে নির্ভয়
তোমাতে নিচুক হিয়া।

সুখৰ অন্বেষণ কৰি কৱিয়ে পৃথিৱী চলাথ কৰিলে; কিন্তু ক'তো সুখৰ মুখ নেদেখিলে। বৰং তেওঁৰ দুখৰ মাত্ৰা বৃদ্ধিহে পালে। তেওঁৰ মন অন্তমুখী হ'ল আৰু অন্তৰতেই সেই পৰম জনৰ সন্ধান পালেঃ—

প্ৰাণতে আছে প্ৰাণৰ সম্বল
দূৰত বিচাৰি ফুৰোঁ;
ভ্ৰান্তি মোহ জাল অতৰোৱা প্ৰভু
মোহ অন্তকাৰী গুৰু।

সামাজিক অন্যায় অবিচাৰ দেখি আগৰৱালাৰ অন্তৰে বিপ্লৱ কৰিছে সঁচা কিন্তু সেই বিপ্লৱে তেওঁক নিৰাশ হবলৈ বাট এৰি দিয়া নাই। বিপ্লৱী কৱিয়ে বৈষম্যপূর্ণ জগত ধ্বংসৰ কাৰণে মহাপ্ৰলয়ক আহ্বান জনাইছে। তেওঁৰ একান্ত বিশ্বাস ধ্বংসৰ মাজেৰে নতুন জগতৰ সৃষ্টি হব আৰু সেইখন— সমাজত 'মান-অপমান' 'দুখ লাজ ভয়' একো নেথাকিব। নতুন দিনৰ হিৰণ কিৰণে সকলোকে শুচি কৰিব। গতিকে আশাবাদী কৱিয়ে প্ৰাণৰ আকূতিৰে সেই নতুন দিনৰ আহ্বান কৰিছে ঃ

মান অপমান ঢৌৰাই যাওক
পৃথিৱীৰ পৰা গুচি।
নতুন সৃষ্টিৰ অৰুণ কিৰণে
কৰোক সকলোকে শুচি।



আগৰৱালাৰ কৱিতাত সৱল আশাবাদৰ স্বৰ্ণাক্ষৰ উজলি আছে। এক গভীৰ আশাবাদত উদ্বুদ্ধ হৈ আগৰৱালাই কৱিতা লিখিছিল, জোনাকী আৰু অসমীয়া কাকত উলিয়াইছিল আৰু প্ৰেছ স্থাপন কৰি অসমীয়া সাহিত্য আৰু সংস্কৃতিৰ বিকাশত বৰঙণি যোগাইছিল। তেওঁৰ ব্যক্তি জীৱনৰ মাজেৰে আধুনিক অসমৰ জাতীয় জীৱনৰ আভাস ফুটি উঠিছে। অসমৰ জন-গণক নৱ-চেতনাৰ বেদ-মন্ত্ৰত যি সকলে দীক্ষিত কৰিছিল তেওঁলোকৰ ভিতৰত আগৰৱালা জোনাকী যুগৰ প্ৰথম পুৰোহিত।

---

# চন্দ্ৰকুমাৰ আগৰৱালাৰ সাহিত্য প্ৰতিভা

—প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য

যাইকৈ কৱিৰূপে প্ৰখ্যাতি লভা অসমৰ আগশাৰীৰ ব্যৱসায়ী, সংবাদসেৱী আৰু সাহিত্যসাধক চন্দ্ৰকুমাৰ আগৰৱালাৰ গদ্য ৰচনাৰ নিদৰ্শন তেনেই তাকৰ। 'জোনাকী' কাকতৰ আত্মকথাতো চন্দ্ৰকুমাৰৰ দেশপ্ৰেম আৰু জাতীয় প্ৰীতি ফুটি ওলাইছে। কাব্যৰ ভাষা সাধাৰণতে কৃত্ৰিম; কিন্তু গদ্যৰ ভাষা স্বাভাৱিক আৰু বাস্তৱমুখী। 'প্ৰতিমা' আৰু বীণবৰাগী'ৰ কৱিয়ে গদ্য ৰচনাতো কৱিসুলভ সৰলতা আৰু দেশপ্ৰীতিৰ পোনপটীয়া চানেকী দাঙি ধৰিছে। এইজনা সাহিত্যিকৰ লগত আমাৰ ব্যক্তিগত সান্নিধ্য নথকা অৱস্থাত তেওঁৰ প্ৰতিভাৰ সম্যক্ মূল্যাঙ্কন কৰাটো সম্ভৱ নহয়ঃ তথাপিও তেওঁৰ গদ্য ৰচনাৰ সামান্য নিদৰ্শন আৰু কাব্য সম্পদৰ সম্যক্ প্ৰতিচ্ছবিৰ মাজত মগ্ন হৈ অনুভৱ কৰিছোঁ—চন্দ্ৰকুমাৰ আগৰৱালা সোণালী পথৰ পথিক; তেওঁৰ ৰচনা পৰাধীন অসমৰ আশা-আকাঙ্ক্ষা, দেশপ্ৰীতি আৰু জাতীয়তাৰ নিৰ্ভীক বাহক।

চন্দ্ৰকুমাৰ আগৰৱালা জোনাকী যুগৰ এটি উজ্জ্বল তাৰকা। কিন্তু ৱৰ্ডছৱৰ্থে মিল্টনক কোৱাৰ দৰে তেওঁ একাষৰীয়া হৈ থকা জোতিষ্ক নহয়। চন্দ্ৰকুমাৰৰ কথা সুঁৱৰিলেই আৰু দুটা উজ্জ্বল তাৰকাই ওচৰা ওচৰিকৈ পোহৰ বিতৰি জোনাকী যুগৰ সাহিত্য-আকাশ জাতিষ্কাৰ কৰা কথা আমাৰ মনলৈ আহে। সেই দুজন হল চন্দ্ৰকুমাৰৰ সাহিত্যিক সহযোগী লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামী। এই ত্ৰিমূৰ্ত্তিৰ চৌপাশে আৰু বহুতো গ্ৰহ, উপগ্ৰহ, যুগল তৰা আৰু পৰীয়াতৰায়ো জোনাকী যুগৰ জিলিঙনি সিঁচিছিল। যীশুখৃষ্টৰ জন্মৰ সময়ত প্ৰাচ্যৰ বিজ্ঞলোকসকলক পূবৰ তৰাই বাট দেখুৱাইছিল যদিও, অসমীয়া আধুনিক সাহিত্যৰ প্ৰথম বাট দেখুৱাওঁতাসকল পশ্চিমৰ পৰা অহা বিজ্ঞলোকহে। অৰুণোদয়ৰ পিছত উষাৰ আলোক আহিছিল—পশ্চিমৰ ভাবধাৰা আৰু সাহিত্যিক প্ৰসাৰণৰ ফল স্বৰূপেহে। অসমৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক দুৱাৰমুখ কলিকতাই আধুনিক অসমীয়া সাহিত্যৰো আৱাহনী তোৰণ।

আঠাইশ বছৰীয়া ডেকা উইলিয়াম ৱৰ্ডছৱৰ্থ আৰু ছাব্বিশ বছৰীয়া যুৱক ছেমুৱেল টেইলৰ ক'লৰিজে যুটীয়া কাব্যকোষ—"ডি লীৰিকেল বেলাডছ" ৰচি উলিয়াই ১৭৯৮ চনত ইংৰাজী সাহিত্যৰ ৰক্ষণশীল আৰু গতানুগতিক ভাবধাৰাত যি খলকনি লগালে, আমাৰ কলিকতা প্ৰবাসী অসমীয়া ডেকা-ছাত্ৰ লক্ষ্মীনাথ, হেম গোসাঁই আৰু চন্দ্ৰকুমাৰে তাৰে প্ৰায় নব্বৈ বছৰৰ মূৰত "জোনাকী" কাকত উলিয়াই সিমান হেন্দোলদোপ লগাব নোৱাৰিলেও জাতীয় চৈতন্য সঞ্চাৰ কৰিলে। এই তিনিজনাক আমি নতুন যুগৰ সূচনাকাৰী বুলি অভিনন্দন জনাবই লাগিব।

কোনো কৱি বা সাহিত্যিকৰ ৰচনাৰ লেখ-জোখ লওঁতে সমসাময়িক পৰিবেশৰ উমান লোৱাৰ উপৰিও সেই লোকজনৰ ব্যক্তিত্বলৈ ভুমুকি মাৰিব লাগিব। কিয়নো যি কোনো ধৰণৰ প্ৰকৃত সাহিত্যৰে ভেটি হৈছে— ব্যক্তিগত অভিজ্ঞতা। ইংৰাজ সমালোচক উইলিয়াম হেনৰী হাডছনে লিখিছে— "এখন ডাঙৰ কিতাপ গ্ৰন্থকাৰৰ মগজু আৰু অন্তৰৰ পৰাই জন্ম পায়; তেওঁ নিজকে কিতাপৰ পাতবোৰত থাপনা কৰে; তেওঁৰ জীৱনৰ ওপৰতে সেইবোৰে নিৰ্ভৰ কৰে আৰু তেওঁৰ ব্যক্তিত্বৰ সঙ্গত সেইবোৰ জড়িত হৈ পৰে। আমি সেয়েহে পম খেদি গ'লে কিতাপৰ আঁৰত থকা মানুহজনৰহে প্ৰথমতে ওচৰ চাপিব লাগিব।" ব্যক্তিত্ব আৰু সাহিত্যৰ

এনে ওতঃপ্ৰোত সম্বন্ধৰ বাবেই আমি কোনো লোকৰ ব্যক্তিগত জীৱন আৰু কাৰ্য্যকলাপ নাজানিলে তেওঁৰ সাহিত্যৰ সাৰমৰ্ম্ম বুজিবলৈ টান পাওঁ। চন্দ্ৰকুমাৰ আগৰৱালাৰ লিখিত জীৱনী নাই যদিও তেওঁৰ নিজস্ব পৰিচয় পাবৰ উহঁ আছে। ভাষা সাহিত্য আৰু সংস্কৃতিৰ বিকাশত চন্দ্ৰকুমাৰৰ ব্যক্তিত্বই নিৰ্ভুল ভাৱে প্ৰমাণ কৰে যে তেওঁ নিজেও এজন কৱি, আৰু জাতিৰ সেৱক—তদুপৰি অসমৰ উন্নতিৰ পথত পাৰ্য্যমানে গাঁথিৰ ধন ভঙা এজন পৃষ্ঠপোষক। এই উদাৰচিতীয়া গুণবোৰৰ কাৰণে তেওঁক আমাৰ ভাল লাগে; পৰবৰ্ত্তী বংশধৰসকলেও তেওঁক নাপাহৰে।

চন্দ্ৰকুমাৰ আগৰৱালাৰ কাব্য প্ৰতিভাৰ পৰিচয় পোৱা যায়—'প্ৰতিমা' আৰু বীণবৰাগী'ত সঙ্কলিত আঠোটা বেছি আঢ়ৈকুৰি কৱিতাত। এই কৱিতাবোৰৰ সৰহভাগেই 'জোনাকী' আৰু "বাঁহী" কাকতত প্ৰকাশ পোৱা। কাব্য কোষ দুখনি বৰ্ত্তমান বা ভৱিষ্যতৰ পাঠক পাঠিকাসকলৰ থাউকতে পোৱা কিতাপ; কিন্তু কৱিতাবোৰৰ ধাৰাবাহিক বা সাময়িক বিৰতি অনুসৰি প্ৰকাশে যে সমসাময়িক পাঠক-পাঠিকা আৰু লেখক-লেখিকাসকলক প্ৰভাৱান্বিত কৰিছিল, সেই কথা পাহৰিব নালাগিব। সংখ্যাত তাকৰীয়া হলেও তেওঁৰ কৱিতা ভাব-গধুৰ। জগতৰ সাহিত্য বুৰঞ্জীত তাকৰীয়া ৰচনা লিখি যুগজোৱা খ্যাতি অৰ্জ্জা লোকৰ সংখ্যা নিচেই কম নহয়ঃ ইংৰাজ কৱি কাটছেই তাৰ সৰবৰহী দৃষ্টান্ত। অসমীয়া সাহিত্যতো চন্দ্ৰকুমাৰ, গণেশ গগৈ, লক্ষ্মীধৰ শৰ্ম্মা আদি এই শাৰীৰে সাহিত্যিক।

প্ৰতিমা আৰু বীণবৰাগী পঢ়াৰ পিছত কৱিতাৰ স্তৰ বিভাগলৈ মন কৰিলে—তিনি শ্ৰেণীৰ কৱিতা বিশেষকৈ আমাৰ চকুত পৰেঃ নৈসৰ্গিক বা প্ৰকৃতি বিষয়ক, মানৱ বা জীৱন বিষয়ক আৰু বিশ্বপ্ৰেমী বা অতি-মানৱ বিষয়ক কৱিতা-সমূহ। কিন্তু এনে কটকটীয়া বিভাগ কৰিলে আমাৰ বিপদ আছে, কিয়নো তেওঁৰ নৈসৰ্গিক কৱিতাত অতি প্ৰাকৃতিক



ভাৱৰ সমন্বয় ঘটিছে, মানৱসুলভ কৱিতাত কাহিনী গীতৰ প্ৰভাৱ পৰিছে আৰু আধ্যাত্মিক কৱিতাতো উপনিষদিক সত্য নিহিত আছে।

নৈসৰ্গিক কৱিতাৰ শাৰীৰ নিদৰ্শন হল—নায়ৰ, সৰাপাহি, জলকুঁৱৰী, জোনাকী, প্ৰকৃতি, ফুলা সৰিয়হ ডৰা, বনকুঁৱৰী আদি! এই কৱিতাবোৰত প্ৰাকৃতিক ৰূপৰেখাৰ মাজেদি কৱিৰ মানৱ মনৰ থৌকি-বাথউ ভাব ফুটি ওলাইছে। প্ৰকৃতিৰ ৰং-ৰূপৰ কাষত কৱি গ্ৰীক-ৰোমান উপকথাৰ ভ্ৰম বিভ্ৰান্ত আৰু নিশ্চেষ্ট নাৰ্চিছাছ নহয় ভোমোৰাৰ দৰে ফুলৰ মৌ চুহিব খোজা শ্বেকছপীয়েৰৰ "টেম্পেষ্ট" নাটকৰ এৰিয়েল নাইবা সৌন্দৰ্য্যানুভূতিত মুগ্ধ হৈ 'নাইটিঙ্গেল'ৰ অমিয়া কণ্ঠৰাগ উপ-ভোগ কৰা সৰল-চিতীয়া কীট্ছহে। 'ফুলা সৰিয়হ ডৰা'ৰ সোঁৱৰণীয়ে ৱৰ্ডছৱৰ্থৰ ডেফডিলবোৰৰ দৃশ্য ঘনে মনলৈ আনে।

জলকুঁৱৰীৰ বৰ্ণনা ভঙ্গী মনোৰম। জলকুঁৱৰী বুলিলে আমাৰ অসমীয়া মানুহৰ মনত এটা ছয়া-ময়া ধাৰণা আছেই; তাতে আকৌ কৱিয়ে জলকুঁৱৰীক কুঁৱলী সাজেৰে পৰ্ব্বত জীয়াৰী হেন কৈ পিন্ধাই দিছে—

গলত হীৰক, খোপাত মাণিক
হাঁহিত মুকুতা পান্তি,
নীলোৎপল হাতে চৰণৰ পাশে
শঙ্খৰ ধৱল কান্তি ।

ইংৰাজী নৱন্যাসিক সাহিত্যৰ সোৱাদ পোৱা কৱিয়ে হলে অসমৰ বৈষ্ণৱ সাহিত্যৰ মধু-মিশ্ৰ দুগ্ধৰ যাউতিযুগীয়া আস্বাদ পাহৰা নাই। বনকুঁৱৰীতো কৱিয়ে জনপ্ৰিয় ধাৰণাৰ ওপৰতে লুকাভাকু খেলিছে। নিজম দুপৰীয়া, বিজন বন তাতে আকৌ জুৰিৰ কাষ; কৱিয়ে দেখিবলৈ পালে দুজন বনফুলৰ সাজ পিন্ধা নাচনীঃ—

ছুখোজতে লৰি পালোগৈ ঘূৰি
যক্ষিণী-কুমাৰী মাজ ;
আঁহতৰ তলে নাচিছে হুজনী
পিন্ধি বনফুল সাজ।
মুকলি চুলিৰে নাম গাইফুৰি
চাপৰি টুক্ টুক্ টুক।
ৰূপহীৰ মেল দেৱযোনি খেল,
মানুহে নেদেখা মুখ।

বনকুঁৱৰীৰ ওচৰত কৰি চন্দ্ৰকুমাৰৰ আকুল আবেদন "মৰম ভিখাৰ৷ বিচাৰিছো দেৱা প্ৰাণৰ অমিয়া মাধুৰী।"— বিহগী কৰি চৌধাৰীৰ লগত পৰিবেশৰ পাৰ্থক্য থাকিলেও সমানেই অৰ্থব্যঞ্জক। প্ৰতিমা-কৱিৰ মানত নীয়ৰৰ টোপা নিশাৰ কোনোবা ৰঙ্গিলী নাচনীৰ ছিঙি যোৱা মণি ; কিন্তু এই সৌন্দৰ্য্য হিয়াভৰি উপভোগ কৰাৰ আগেয়ে—

"হায় কি বিষম পেলালে বায়ুৱে জোকাৰি ফুলৰ পাহি।"

চন্দ্ৰকুমাৰৰ প্ৰকৃতি দৰ্শনত আছে— সৌন্দৰ্য্যানুভূতি, পৰ্য্যবেক্ষণ শক্তি আৰু 'শব্দ চিত্ৰ' মূলক বৰ্ণনা শক্তি। প্ৰকৃতিৰ উথল বুকুত অতি প্ৰাকৃত আভাই আমাৰ সামাজিক ভাৱধাৰাৰ অনুকূলে পোহৰ বিতৰি তেওঁৰ কাব্য মনোগ্ৰাহী কৰি তুলিছে। কৱিৰ মতে প্ৰকৃতি সুন্দৰ আৰু "সুন্দৰৰ আৰাধনা জীৱনৰ খেল।"

কৱিৰ মানৱ দৰ্শন হলে আৰু চমৎকাৰ। মানৱ সমাজৰ সুখ-দুখ, সৰলতা-কুটিলতা, মৰম ঘৃণা আদিৰ অঙ্কণত কৰি বেছ কৃতকাৰ্য্য হৈছে। প্ৰতিমা কাব্যৰ অকলশৰীয়া, চিৰলগৰীয়া, সুখ, জীৱনৰ লগৰীয়া, জীৱন উচ্ছ্বাস, জীৱনৰ দলি, কূট আৰু বীণবৰাগী কাব্যৰ বীণবৰাগী, পশুবল, কেও নোহে পৰ আদি ইয়াৰ সৰ্ব্ব-সন্মত নিদৰ্শন। 'মাধুৰী' নামৰ অনুপম কৱিতাটোৰ পটভূমিত বৰ্ণিত এটি



কিশোৰী ৰূপ থকা কাৰণে কামিনী দেহ লতাৰ সৌন্দৰ্য্য আৰু ভাবাবেগ ফুটি উঠিছে ; এইটোক মানৱ-কৱিতা যেন লাগিলেও সেইবোৰে সীমাবদ্ধ মানৱ জীৱনৰ ক্ষুদ্ৰগণ্ডী অতিক্ৰম কৰি বিশ্ব-প্ৰেম বা অতি মানৱৰ গুণহে প্ৰকাশ কৰিছে। চন্দ্ৰকুমাৰৰ জীৱন বা মানৱ কৱিতাবোৰত ভাৰতীয় আধ্যাত্মিকতাৰ প্ৰভাৱ পৰিলক্ষিত হৈছে।

সুখ আৰু দুখ দুটা বস্তু নহয়— এটা বস্তুৰে ইপিঠি সিপিঠি। সুখতো বাহ্যিক নহয় অন্তৰৰহে সামগ্ৰী :—

সুখ সুখ বুলি বিয়াকুল নৰ
নেপায় সুখৰ বুজ।
বিচাৰি নেপায় আছে হাততেই
হায় কৰি মৰে যুঁজ। (সুখ)

বীণবৰাগী কৱিতাতো অনুৰূপ উপলব্ধিয়ে প্ৰকাশ পাইছে। বীণবৰাগী অসমীয়া ৰাইজৰ চিৰ চিনাকি। বীণবৰাগী বুলিলেই আমাৰ মানস পটত টোকাৰী লোৱা উদাস বৈৰাগী এজনৰ ছবি জিলিকি উঠে। লোক সমাজৰ এনে পূৰ্ব্ব ধাৰণাৰ সুযোগ লৈ ৰচিত সাহিত্য সৰবৰহী হোৱাটো স্বাভাৱিক। চন্দ্ৰকুমাৰৰ বীণবৰাগীত যিদৰে "দুখৰ উপৰি দুখ" বৰ্ণাই সুখ দুখৰ মানৱীয় দৰ্শন ফুটাই তোলা হৈছে, ঠিক সেইদৰেই তেজীমলাত সমাজৰ কপটতা, ভণ্ডামি, হিংসা-দ্বেষ সুস্পষ্টৰূপে প্ৰকাশিত হৈছে।

তেজীমলাৰ দৰে শুৱনী কুমাৰী ছোৱালীজনীক "মানুহ কুটুমে দলিয়াই পেলালে"। কৱিৰ চকুলো ওলাল ; সংসাৰৰ প্ৰতি ঘৃণাও উপজিল।

কুমাৰী ছোৱালী কুটুমে পেলালে
দলিয়াই মৰম ফেৰি
মানুহে মানুহে ইমান হে মৰম
চকুলো পৰে সুঁৱৰি।

মানুহৰ চোতালত মাধুৰী ফুটিলে
মানুহে নিচিনে হায়।
সাৰি তুলি ছিঙি মোহাৰি পেলালে
মানুহৰ মৰমো নাই!

বনগীতৰ বিননি সনা এনে কাহিনী গীতে অসমীয়া সামাজিক পটভূমিৰ জাজ্বল্যমান চৰিত্ৰ কিছুমান ফুটাই তুলিছে। তেজীমলাৰ অনুৰূপ কাহিনী দেশে-বিদেশে বিভিন্ন ৰূপে প্ৰচলিত থকা কথা আমি জানোঁ। সতিনী আইৰ চকুপোৰা স্বভাৱৰ গুণে সতিনীৰ লৰা-ছোৱালীয়ে লটি-ঘটি হোৱা দৃষ্টান্ত অসমীয়া সমাজত অলেখ আছে। লোকপ্ৰিয় সাধুকথা কাৰণে সাধাৰণ পাঠক-পাঠিকাই তেজীমলা নামৰ কৱিতাটোলৈ আকৃষ্ট হয়নে আমাৰ সমাজত এতিয়াও চকুত পৰাকৈ জিলিকাই থকা মাহী আই আৰু সতিনী ছোৱালীৰ ঘৰুৱা কন্দলবোৰৰ কাৰণে আমাৰ হিয়া বেদনাৰে উপচি পৰে? লোকপ্ৰিয় সাধুকথাৰ পিঠিতো বাস্তৱৰ নিঠুৰ সত্যহে থাকে। নহলে অসম্ভৱ আৰু অবাস্তৱ কল্পনাৰ পৰী-দেৱ-দূতৰ কাহিনীয়ে আমাৰ মনত দুখ-বেদনাৰ জোঁৱাৰ তুলিব নোৱাৰে। তেজীমলা এজনী নহয় – অসমৰ গাৱেঁ ভূয়ে, ভাৰতৰ পাহাৰে-ভৈয়ামে তেনে তেজীমলা হাজাৰ জনী আছে। সেয়েহে ইয়াৰ ইমান মনোগ্ৰাহিতা।

মাধুৰী কৱিতাৰ বৰ্ণনাভঙ্গীৰ বিষয়ে বিশেষ আলচ নকৰি মাথোন ইয়াকে কব পাৰি যে সেই "চাওঁ নে নেচাওঁকৈ মৰমৰ দেহিটিক" ইংৰাজ কৱি টমাছহুডৰ দৰেই কবৰ মন যায়—তেনেজনী 'মাধুৰী'ক "তুমি আলফুলকৈ লোৱা, বেছ যতনেৰে তুলি লোৱা; আই ঐ দেহি! এনে কুমলীয়া আৰু ধুনীয়াজনী, হাতৰ মুঠিতে বোৱা কঁকালখনি, বিধাতাই কুন্দতহে কাটিছে হবলা!"

কৱি চন্দ্ৰকুমাৰৰ সৌন্দৰ্য্য সাধনা, জীৱন দৰ্শন আৰু বাস্তৱৰ অভিজ্ঞতাসমূহে তেওঁক সমাজৰ চলিত দুৰ্নীতি-



দুৰাচাৰৰ বিৰুদ্ধে বিপ্লৱী কৰি তুলিছে। এই বিপ্লৱ আন্তৰিক বিপ্লৱ; মানুহক দেখুৱাবলৈ তেওঁ ব্যথা-বেদনা প্ৰকাশ কৰা নহয়—ই তেওঁৰ বিলাসী বিষাদ নহয়। কৱিৰ ভাষাত—

আঙুলি বুলাব জনা হলে আজি
পেলালোহেঁতেন টানি;
হিমালয় চূড়া বুৰালোহেঁতেন
উছালি কলীয়া পানী।

কিন্তু কৱিৰ বিপ্লৱী মনে বিধিৰ বিধান মানে। নতুন সৃষ্টিৰ নতুন জগৎ ৰচনাকাৰী ভগৱানৰ প্ৰতি তেওঁৰ অচলা ভক্তি আৰু বিশ্বাস আছে। সৃষ্টিৰ ৰহস্য জানিবলৈ ওমৰ খায়াম নাইবা শ্বেলীৰ দৰে আমাৰ কৱিয়েও একে সুৰতে প্ৰশ্ন সুধিছে—

কোনে জানে কিবা বিচাৰি আহিছো
নিজেও নোৱাৰোঁ কব।
আপোনাৰ ভাব আপুনি নেজানো
নেজানো পিচে কি হব?

শেষত কৱিয়ে উপলব্ধি কৰিছে—মানৱ সেৱাই পৰম ধৰ্ম্ম। মানৱ বন্দনা, বিশ্বভাৰৱীয়া, সত্য তুমি, শিৱ তুমি অসীম সুন্দৰ আদি কৱিতাৰ মাজেদি আমি তৃতীয় স্তৰৰ বিশ্ব-প্ৰেমৰ আদৰ্শ দেখিবলৈ পাইছোঁ। আধ্যাত্মিকতা আৰু চিন্তাপ্ৰৱণ শাৰীৰ কৱিতা – শান্তি, সংশয় ৰহস্য, অনন্তৰ সোঁত, সুন্দৰ আদিয়ে কৱিৰ হিয়াত অতি মানৱৰ অনুভূতি—মৰণৰ সিপাৰৰ ক্ষীণ আভা পৰিস্ফুট কৰিছে। কিন্তু চন্দ্ৰকুমাৰৰ আত্মউপলব্ধি আৰু আত্ম অনুসৃত দাৰ্শনিক তথ্য হ'ল—

মানুহেই দেৱ মানুহেই সেৱ
মানুহ বিনে নাই কেৱ।
কৰা কৰা পূজা পাদ্য অৰ্ঘ্য লই
জয় জয় মানৱ দেৱ।

চন্দ্ৰকুমাৰৰ কাব্যৰ ছন্দ বৈশিষ্ট্য, বৰ্ণনাভঙ্গী, ভাষা আদি ভালেমান কথাই আলচ কৰিবলগীয়া আছে। সাধাৰণ পাঠক-পাঠিকাৰ মনোগ্ৰাহিতাৰ কাৰণে উচ্চ কাব্যিক ঝঙ্কাৰৰ প্ৰয়োজন নাই। সাধাৰণ জীৱনৰ সচৰাচৰ ঘটনাসমূহৰ সহজ সুপ্ৰকাশেই হ'ল—মনোগ্ৰাহিতাৰ সঁচাৰ কাঠি। চন্দ্ৰকুমাৰৰ কাব্যত ছন্দৰ ভঙা-ছিঙা আছে; ভাষাৰ স্খলন হৈছে আৰু ধ্বনি প্ৰাচুৰ্য্যতকৈও ভাবৰ প্ৰাচুৰ্য্যহে সৰহ হৈ পৰিছে। কিন্তু এই খুটি নাটিবোৰে আকৰ্ষণীয়তা নিষ্প্ৰভ কৰা নাই।

আগৰৱালাদেৱে জোনাকী যুগৰ উদ্বোধনী সুৰ বজাই বাঁহী যুগত সুনাম লভি আৱাহন যুগৰ শেষ নৌ হওঁতেই আৰু যুদ্ধ যুগে থোৰ নৌ মেলোতেই আঁতৰি গ'ল যদিও তেওঁৰ কৱিতাই বেজবৰুৱাৰ দৰেই "নতুন প্ৰাণৰ ন চকু যুৰি" আমাৰ হিয়াৰ তলীত বিৰিঙাই তোলে। আমাৰ সন্দেহ হয়— আগৰৱালা নোহোৱা হলে বেজবৰুৱাক আমি এনে ধৰণৰ সাহিত্যৰ অধিনায়ক হিচাপে পালোঁ হয় নে নাই! ইংৰাজ সমালোচক জন্সন আৰু তেওঁৰ সমসাময়িক চক্ৰৰ বিচাৰ কৰিলে আগৰৱালাৰ স্থান বছৱেল নহলেও তেওঁতকৈ কোনো গুণে হীনপ্ৰভ নহয়।

চন্দ্ৰকুমাৰৰ সাহিত্য পঢ়িলে আবেগ-অনুৰাগৰ প্ৰাৱল্যই হৃৎক্ৰিয়া বন্ধ কৰি নিদিব পাৰে, মিলন বিৰহৰ তীব্ৰতাৰো সঞ্চাৰ নহব পাৰে; কিন্তু প্ৰশান্ত আৰু নিৰাবিল কাৱ্যিক আনন্দৰ পৰা পাঠক বঞ্চিত নহব বুলিয়ে আমাৰ ধাৰণা। আজি চন্দ্ৰকুমাৰ আগৰৱালাৰ প্ৰয়াণৰ প্ৰায় এপুৰুষ পিছতো তেওঁৰ সাহিত্য প্ৰতিভাৰ ৰহণ ম্লান হোৱা নাই; বৰঞ্চ তেওঁৰ প্ৰাণস্পৰ্শী সুৰৰ সমাদৰ বাঢ়িছেহে।

---

# চন্দ্ৰকুমাৰৰ কৱি মানস

—হৰিপ্ৰসাদ নেওগ

বিংশ শতাব্দীৰ প্ৰথমাৰ্দ্ধৰ অসমীয়া কৱি মানস আৰু গতানুগতিক আধ্যাত্মিকতাৰ বিৰুদ্ধে কৰা কাব্যিক বিদ্ৰোহ যদি কোনো একক ব্যক্তিৰ প্ৰতিভাৰ প্ৰতিফলন বুলি ধৰা হয় তেতিয়া নিঃসন্দেহে কৱি চন্দ্ৰকুমাৰ আগৰৱালাৰ নাম আমাৰ মনলৈ আহে। উনবিংশ শতাব্দীৰ একেবাৰে শেষ দশকত আৰু বিংশ শতাব্দীৰ প্ৰথমাৰ্দ্ধত অসমৰ সাহিত্য ধাৰাত জাতীয় জীৱন প্ৰকাশত উদাৰ নৈতিক চেতনাৰ আধিপত্য বিস্তাৰৰ মাজেদি নবজাগৃতিৰ সূচনা হ'ল। এক বিৰাট ঐতিহাসিক চেতনাৰ অন্তৰালত এই যুগৰ পতন হল। এই চেতনা প্ৰসাৰিত হৈছিল ভাষাগত প্ৰতিষ্ঠা, যুৱমানসৰ বিস্তাৰ আৰু ৰোমাণ্টিক কাব্যিক উচ্ছ্বাসৰ মাজেদি। একোজন সাৰ্থক কৱি শিল্পীৰ সাৰ্থক সৃষ্টিৰ মাজেদি একোটা কালৰ প্ৰতিচ্ছবি যথাযথ ৰূপত ফুটি উঠা দেখা যায়। চন্দ্ৰকুমাৰৰ যুগৰ সাৰ্থকতা বহুলাংশে নিৰ্ভৰশীল মানুহৰ চেতনাৰ সীমা পৰিবৰ্দ্ধনৰ অৰ্থত হে।

যিটো কালত খণ্ডিতভাবে জীৱনৰ প্ৰাত্যাহিক তুচ্ছতাকো মহত্তম শিল্প সম্ভাৰৰ প্ৰকাশ পথলৈ আদৰি অনাৰ এক ঐতিহাসিক প্ৰচেষ্টা সমগ্ৰ ভাৰতবৰ্ষ জুৰি গ্ৰহণ কৰা হৈছিল সেই নৱ উন্মেষণৰ কালৰ কৱি আছিল চন্দ্ৰকুমাৰ। এই কালছোৱাত ভাৰতবৰ্ষত যি নৱজাগৰণৰ সূচনা হল সি অৱশ্যে আমাৰ স্বাৰ্থিক প্ৰজ্ঞাক মুকলিকৈ প্ৰকাশ কৰিব নোৱাৰিলে আৰু আন হাতে সৰ্ব্বাত্মক মুক্তিৰ পথ সৃষ্টিৰ প্ৰশস্ত ক্ষেত্ৰ এখনো উদ্ধাৰ কৰিব নোৱাৰিলে। অৱশ্যে এই

অক্ষমতাৰ ঐতিহাসিক কাৰণো আছিল। সেয়েহে চন্দ্ৰকুমাৰৰ দৰে ভাৰতবৰ্ষৰ প্ৰান্তীয় কৱি সাহিত্যিকসকলৰ দুৰ্ব্বলতা বা অক্ষমতাক এই ক্ষেত্ৰত সম্পূৰ্ণৰূপে জগৰীয়া কৰিব নোৱাৰি। কিয়নো এই যুগৰ কৱি শিল্পীৰ চিত্তত প্ৰতিভাত হৈছিল অসীমৰ ক্ষুধাৰ কথা বা চৰম নিবৃত্তিৰ কথা। জীৱনৰ প্ৰাত্যহিক তুচ্ছতাখিনি এই যুগৰ সাহিত্যৰ বুকুত প্ৰতিষ্ঠিত হোৱাৰ সুযোগ নাছিল বা মানুহৰ সঁচা পৰিচয়ৰ আৰু দুঃখৰ নিবৃত্তিৰ বস্তু গুণগত বিচাৰধাৰা ইয়াত হোৱা নাছিল। কিন্তু চন্দ্ৰকুমাৰৰ দৰে প্ৰান্তীয় কৱিসকলৰ ৰচনাত, ভাৰতবৰ্ষৰ নৱজাগৰণৰ মূল স্ৰোতধাৰাৰ কিছু অংশত মানুহৰ সৰ্ব্বাত্মক মুক্তিৰ আৰু পূৰ্ণত্ব স্থাপনৰ লক্ষ্যৰ আধাৰ সোমাই আছিল। সেয়েহে চন্দ্ৰকুমাৰে ৰাখিছিল মানুহৰ ওপৰত গভীৰ আস্থা আৰু ঐতিহ্যগত বিশ্বাস আৰু এই আত্মবিশ্বাসৰ বাবে চন্দ্ৰকুমাৰৰ কাব্যকৃৰ্ত্তী আন সকলো ৰোমাণ্টিক কৱিৰ কাব্য তৰঙ্গৰ ওপৰত।

সকলো সৃষ্টিৰ মূলতে একোটি কালৰ দ্যোতনা থাকে। কালক চেৰাই কোনেও কালোত্তৰ বস্তু সম্ভাৰ সৃষ্টি কৰিব নোৱাৰে। এই সৃষ্টিৰ বাবে লাগিব স্বয়ংচলিত এক যান্ত্ৰিক পদ্ধতি, যি পদ্ধতি হব লাগিব এক ঐতিহাসিক চেতনা আৰু কালৰ দ্যোতনাৰে মুখৰিত।

অসমীয়া ৰোমাণ্টিক যুগৰ স্ৰষ্টা আৰু ভেটি নিৰ্ম্মাণ কৰোঁতাসকলৰ ভিতৰত চন্দ্ৰকুমাৰ অন্যতম। চন্দ্ৰকুমাৰ আগৰৱালাৰ যুগটো আছিল অসমীয়া ভাষাক বঙ্গ ভাষাৰ গৰাহৰ পৰা উদ্ধাৰ কৰি আত্মপ্ৰতিষ্ঠা কৰাৰ যুগ। অসমীয়া ভাষাৰ আত্মপ্ৰতিষ্ঠাৰ এই সময়ছোৱাত নৱ-সৃষ্টিৰ বোধন আৰম্ভ কৰিছিল চন্দ্ৰকুমাৰেই। এই যুগৰ প্ৰত্যেকজন স্ৰষ্টাৰে আমাৰ ভাষা সাহিত্যৰ প্ৰতি এক নিজস্ব বৰঙণি আছে। এই বৰঙণি এক ঐতিহাসিক তাৎপৰ্য্যৰে ৰমণীয়। আধুনিক অসমীয়া সাহিত্যৰ নিৰ্ম্মাতাসকলৰ ভিতৰত হেমচন্দ্ৰ বৰুৱা,



গুণাভিৰাম বৰুৱা, ৰমাকান্ত চৌধাৰী, সত্যনাথ বৰা, ভোলানাথ দাস, লম্বোদৰ বৰা কেৱল বাটকটীয়াই নহয়, এওঁলোকৰ সৃষ্টিৰ বস্তু সম্ভাৰে চন্দ্ৰকুমাৰক অনুপ্ৰাণিত কৰিছিল। সেয়েহে চন্দ্ৰকুমাৰ আগৰৱালাৰ – কৱি মানসত পূৰ্ব্বসূৰী দলৰ আপোন কাব্য সাধনাৰ বস্তুচেতনা প্ৰতিফলিত হৈছিল। এই দৃষ্টিৰে বিচাৰ কৰিলে চন্দ্ৰকুমাৰক এজন যুগৰ আৱশ্যকীয় দায়িত্বশীল লেখক বা শিল্পী বুলিয়েই পৰিচয় সীমাবদ্ধ কৰিব নোৱাৰি, তেওঁৰ পৰিচয়ৰ সীমা তেওঁৰ কাব্য সাধনাৰ যথাৰ্থতাটোক (outhenticities) ব্যাপ্ত কৰিব পাৰি।

চন্দ্ৰকুমাৰ কালধৰ্ম্মী আৰু আত্মবিশ্বাসী। তেওঁৰ কৱিতাৰ দুয়োটা ধাৰা মানৱতাবাদ আৰু ৰোমাণ্টিক উচ্ছ্বাস এই বিশ্বাসেৰে দৃঢ়ীভূত হৈছিল। আগতে কৈ অহা হৈছে যে এই যুগটো অসমীয়া সাহিত্যত আধুনিক যুগ। কিন্তু আধুনিকতাৰ নামত চন্দ্ৰকুমাৰে মানুহৰ সমাজলৈ আনিলে সমতাৰ বাণী। সমতা আৰু ঐতিহ্যচেতনা তেওঁৰ কাব্যৰ মূল উৎস। চণ্ডীদাসে বিশ্বাস কৰা 'সবাৰ ওপৰে মানৱ সত্য তাহাৰ ওপৰে নাই'ৰ দৰে চন্দ্ৰকুমাৰেও বিশ্বাস কৰিছিল এই বুলিয়েই যে মানুহৰ দুঃখ নিবৃত্তিৰ বাবে লাগে গতিশীল এক জীৱন-প্ৰৱাহ। বোঁৱতী সুঁতীৰ দৰে জীৱনক নিত্য প্ৰৱাহমান কৰিব নোৱাৰিলে গভীৰতা উপলব্ধি কৰিব নোৱাৰি। সেইবাবে মানুহৰ দুঃখত তেওঁৰ অন্তৰে কান্দিছিল কিন্তু তাৰ প্ৰতিকাৰ তেওঁ বিচাৰি পোৱা নাছিল।

আচলতে সেই যুগত কোনো কৱি শিল্পীয়ে প্ৰতিকাৰৰ কথা চিন্তা কৰা নাছিল। ব্যক্তিনিষ্ঠ বা বস্তুনিষ্ঠ ৰচনাত আত্ম উপলব্ধি বা বহিঃজগতৰ বৰ্ণনা প্ৰকট কৰিছিল কিন্তু তাতকৈ আগবাঢ়ি তেওঁলোকে সমাধানৰ আঁট বিচাৰিবলৈ প্ৰয়াস কৰা নাছিল। সেইবাবে ৰোমাণ্টিক কৱিসকলক এশ্ৰেণী সমালোচকে পলায়ণবাদী বুলি আখ্যা দিছিল।

চন্দ্ৰকুমাৰক অৱশ্যে এই আখ্যা দিব নোৱাৰি এই বাবেই যে, ৰোমাণ্টিক উচ্ছ্বাসত ৰচনা কৰা কাব্যৰাজি কল্পনাৰ সম্যক আভাৱে দীপ্ত হলেও সেয়া হল এক সৃজনী কল্পনা আৰু ইয়াৰ ওপৰতো আছে কবিৰ নিজা অন্তৰ্দৃষ্টি। কবিয়ে নিজে উপলব্ধি কৰা সকলোখিনি সমস্যাৰ লগত পাঠকৰ পৰিচয় কৰোৱাৰ আকাঙ্ক্ষা প্ৰকাশ পাইছে। সেই ফালৰ পৰা কবিৰ ৰচনাত এক হৃদয় সংবাদী আবেদন আছে। গতিকে সচৰাচৰ ৰোমাণ্টিক কবিৰ ভিতৰত চন্দ্ৰকুমাৰ আছিল ব্যক্তিক্ৰম।

---

# বীণ-ব'ৰাগী

—ডক্টৰ মহেশ্বৰ নেওগ

চন্দ্ৰকুমাৰ আগৰৱালা অসমীয়া ৰোমাণ্টিচিজমৰ প্ৰথম হোতা। এই ৰোমাণ্টিক উচ্ছ্বাসৰ প্লাৱন আহি পোনতে যি কেইজন কলিকতা-প্ৰৱাস। অসমীয়া কলেজীয়া ছাত্ৰৰ অন্তৰ ধুৱাই দিছিলহি, তাৰ ভিতৰত চন্দ্ৰকুমাৰ হ'ল প্ৰধান। আদি উনবিংশ শতিকাৰ ৰোমাণ্টিক ইংৰাজী কবিতাৰ স্পৰ্শ লাগি সেই অসমীয়া ডেকা কেইজনৰ হৃদয়-দুৱাৰত খুন্দিয়াই দিলেহি, আৰু তাৰ লগে লগে 'ভাগিল হৃদয়-গ্ৰন্থি, গুচিল সংশয়।' তেওঁলোক যেন কৌটিকলীয়া বন্ধনৰ মাজৰ পৰা মুকলি বতাহৰ মাজলৈ ওলাই আহিল। এই মুকলি বায়ু হ'ল ৰোমাণ্টিক উদাৰতা আৰু স্বাধীনতাৰ। কাব্যিক প্ৰচেষ্টাৰ আদৰ্শৰূপে আগৰ সাহিত্যিক যুগক বিস্মৃতিৰ গৰ্ভলৈ এৰি দিয়া হ'ল। আনফালে আকৌ ৰোমাণ্টিক অতীতৰ প্ৰতি কৰি অনুৰাগ সাৰ পাই ব'ল। পৰাধীনতাৰ গ্লানিয়ে অন্তৰ বিযাক্ত কৰি তোলাত নতুন কবিয়ে স্বাধীনতাৰ জয়-গান গাই উঠিল। প্ৰকৃতি, সৌন্দৰ্য্য, ব্যক্তিগত প্ৰেম-প্ৰণয় আৰু ক্ষুদ্ৰ মানৱ—এই সকলো অভিনৱভাৱে কবিতাৰ গৌৰৱান্বিত স্বতন্ত্ৰ বিষয় বস্তু হৈ উঠিল। ৱৰ্ডছৱৰ্থৰ দৰে অসমীয়া কবিকো ক্ষুদ্ৰতম পুষ্পয়ো কাৰুণ্য-গভীৰ চিন্তা প্ৰদান কৰিলে। ধৰ্ম্মৰ অনুশাসন এৰাই প্ৰেমে বাক্ স্বাধীনতা লাভ কৰিলে। অমৰ মানৱ শক্তিয়ে নিজৰ জয় ঘোষণা কৰিলে। সাধাৰণ মানুহ আৰু সৰল গ্ৰাম্য জীৱনো গৌৰৱ-মুখৰ হৈ উঠিল। অতিবাস্তৱ বিস্ময়াত্মক জগতৰ স্থিতি-বিৰল দেৱযোনি প্ৰাণীয়েও নতুন কাব্যত প্ৰকাশ ভিক্ষা কৰিলে।

প্ৰকাশৰ অবাৰিত স্বাধীনতা আৰু কল্পনা-প্ৰৱণতা ৰোমাণ্টিক কাব্যৰ উন্মুক্ত লক্ষণ। কাব্যিক ৰূপৰ ফালৰপৰা লিৰিক্ এই নতুন প্ৰৱাহৰ এক বিশিষ্ট দান, লিৰিকেল বা গীতিময় আত্মব্যঞ্জনা কৱিতাৰ প্ৰাণবস্তুৰ বিশিষ্ট গুণ। লিটাৰেৰি বেলাড বা আত্মসচেতন কাহিনী গীতি, বৰ্ণনাত্মক খণ্ডকৱিতা আদিৰূপৰ নব্য অৱতৰণ ঘটিল। ভাষা-শৈলীয়ে জনগণৰ পৰিচিত ৰূপ ল'লে আৰু কাব্যৰ সংবেদনশীলতা হ'ল প্ৰত্যক্ষ আৰু প্ৰাঞ্জল।

অসমীয়া ৰোমাণ্টিক কৱিতাৰ প্ৰথম বিস্ময়কৰ আৰু প্ৰকাশ-সাৰ্থক উন্মেষ 'জোনাকী' কাকতৰ প্ৰথম সংখ্যাতে প্ৰকাশিত চন্দ্ৰকুমাৰৰ 'বনকুঁৱৰী' নামৰ কৱিতাটিত। অসমীয়া কৱিতাৰ ৰোমাণ্টিক ভঙ্গিৰ অনেক বৈশিষ্ট্যতে চন্দ্ৰকুমাৰ যে কেৱল পথ-প্ৰদৰ্শক, এনে নহয়; তাৰ বহুতোবোৰ লক্ষনে তেওঁতে পূৰ্ণতাও লাভ কৰিছিল। তেওঁৰ অনুভৱ-ক্ষমতা তীব্ৰ আৰু প্ৰকাশিকাশক্তি সবলগতি, যদিও ছন্দৰ গতি সদায় সাৱলীল নহয়। ৱৰ্ডছৱৰ্থৰ দৰে তেওঁ বিশ্বপ্ৰকৃতিৰ প্ৰেম-ময় ৰূপ আৰু নিৰ্ম্মম চিৰন্তনতা (ক'ৰ কোন কেনি গ'ল, চিন-স্মৃতি পমি গ'ল, প্ৰকৃতিয়ে তেনেকৈয়ে ৰ'ল) উপলব্ধি কৰিছিল; কিন্তু প্ৰকৃতিৰ বাহ্যিক বৰ্ণালীতে মুগ্ধ বা ৱৰ্ড্ছ-ৱৰ্থৰ দৰে প্ৰকৃতিৰ লগত প্ৰেমপাশত আবদ্ধ নহৈ মিষ্টিকৰ দৰে অন্তৰাত্মাৰ সন্ধানত ৰত হৈছিল। মানৱক তেওঁ বিশ্ব-জগতৰ পৰাৎপৰ কেন্দ্ৰ-ৰূপে দেখা পাইছে আৰু পঙ্কিল বিশ্বক ধুই-পখালি সেই মানৱৰ পৱিত্ৰ লীলা ক্ষেত্ৰত পৰিণত কৰিবলৈ বিচাৰিছে। কৌতূহলী ধ্বনিৰে তেওঁ বস্তুবাদী জগতৰ সমুখত ঘোষণা কৰিলে, সৌন্দৰ্য্যৰ আৰাধনা জীৱনৰ খেল।' মানৱ সৌৰভ আৰু প্ৰাণৰ মিলনৰ প্ৰতীক লোক-গীতিৰ তেজীমলাৰ দৰদ আৰু 'আমৰ তলত টুক্ টুক্ চাপৰি বোৱা' যখিনী ছোৱালাৰ জীৱনৰ স্থিতিক চন্দ্ৰকুমাৰে অসমীয়া কৱিতাত স্থান দিলে, এনে অতিপ্ৰাকৃতিক সুৰ অসমীয়া কাব্যত স্বাভাৱিকতে বৰ বিৰল।



'বীণ-ব'ৰাগী' নামৰ সাতাইশ পিঠীয়া কৱিতাটি চন্দ্ৰ-কুমাৰৰ কব্যিক জীৱনৰ এটি চৰম প্ৰকাশ। ইয়াত ৰোমাণ্টিক সাম্যবাদে কাব্যিক প্ৰকাশ লাভ কৰিছে। 'বীণবৰাগী'ৰ প্ৰথম পাঁচটি ছেদ চতুৰ্থ বছৰ 'বাঁহী'ত (ফাগুন ১৮৩৪—আহাৰ ১৮৩৫ শক) ওলাইছিল যদিও পঞ্চম ছেদৰ পৰা বাকী অংশ দশম বছৰ অষ্টম সংখ্যাৰ পৰাহে (আঘোণ ১৮৪২) ওলাবলৈ ধৰে। গতিকে ষষ্ঠ, সপ্তম আৰু অষ্টম ছেদত গান্ধী আন্দোলনৰ দূৰৰ হ'লেও ৰেঙণি পৰিছে, যেন লাগে। 'বীণ-বৰাগী' পুথিত সন্নিৱিষ্ট কৱিতা 'প্ৰপঞ্চ' আৰু 'সেৱা-লহৰী' একে দশম বছৰৰ 'বাঁহী'তে ওলাইছিল। আগৰৱালা নিজে আছিল গভীৰভাৱে জাতীয়তাবাদী। ১৯১৮ চনত তেওঁ প্ৰতিষ্ঠা কৰা 'অসমীয়া' কাকত আছিল জাতীয়তাবাদীসকলৰ আশ্ৰয়, সিসকলৰ মুখপাত্ৰৰ দৰে। 'বাঁহী'ও তেতিয়া ওলাইছিল তেওঁৰ প্ৰতিষ্ঠাপিত নিউ প্ৰেছৰ পৰাই। এইটো বৰ অৰ্থপূৰ্ণ কথা যে সেই 'বাঁহী'ৰে একাদশ বছৰ পঞ্চম সংখ্যাত (ভাদ ১৮৪৩ শক) চন্দ্ৰকুমাৰৰ 'মহাত্মা' নামৰ কৱিতাটি (ৰচনা ১০ ভাদ ১৮৪২ শক) প্ৰথম পিঠিতে ঠাই পাইছিল; আৰু সেই কৱিতাটিকে কৱিয়ে উছৰ্গা বুলিয়ে হওক বা প্ৰস্তাৱনা বুলিয়ে হওক 'বীণ-ব'ৰাগী'ৰ প্ৰথমতে ঠাই দিছে। মহাত্মাৰ বাণী কৰ্ম্মৰ বাণী, বন্ধনহীন স্বাধীনতাৰ বাণী; সি যেন গীতাৰ শ্ৰীকৃষ্ণৰ বাণী—যি বাণী শুনি অৰ্জ্জুনে ক্ষুদ্ৰ হৃদয়-দৌৰ্বল্য ত্যাগ কৰি গাণ্ডীৱ লৈ থিয় হৈছিল আৰু যি বাণীত আজি 'নিৰলে নিজানে মোৰ কুঞ্জ-কুটীৰত...ধিয়াই দীন দুৰ্ব্বল-হৃদয়' থকা 'এন্ধাৰ কুঞ্জত নমা স্বৰ্গৰ ৰহণ'ৰ দৰে কৱিৰ হৃদয় ছুইছেহি আৰু তাৰ লগে লগে উপনিষদত ক'বৰ দৰে 'ছিদ্যতে হৃদয়গ্ৰন্থিশ্ছিদ্যন্তে সৰ্বসংশয়াঃ', 'ছিগিল হৃদয়-গ্ৰন্থি, গুচিল সংশয়—নতুন বলেৰে বলী মুকলি বিশ্বত।'

কৱিয়ে নিজে বীণ-ব'ৰাগীৰ ভূমিকা গ্ৰহণ কৰিছে; বীণখনিয়েই হ'ল তেওঁৰ প্ৰাণৰ তন্ত্ৰী। তেওঁৰ সুৰ আমাৰ

প্ৰাচীন বীণ-ব'ৰাগীসকলৰ সুৰ ; কাৰণ, তেওঁৰো 'দুখৰো উপৰি দুখ। কুকুৰে কামোৰে, ছৰালে দলিয়ায়, ক'তো নিমিলে সুখ॥' জীৱনৰ সকলো দুখ-ভাগৰৰ মাজত বীণ-ব'ৰাগীয়ে এই কথা জানিছে যে তেওঁৰ বীণৰ তন্ত্ৰীতে লক্ষ হৃদয়ৰ দুখ-বেজাৰৰ সুৰ বাজি উঠিছে আৰু উঠিব লাগিব, আৰু সেইদৰেই ৰত্নাকৰৰ শোক বাল্মীকিৰ শ্লোকত পৰিণত হোৱাদি দুখো পৰম আনন্দত পৰিণত হ'ব। বীণৰ স্পন্দন যি বায়ু- সাগৰৰ ঢৌ হৈ বাগৰি পৰিছে, সেই বায়ু বিশ্বজনীন, সি চৈধ্য ভুৱন সাৱটি আছে। উথায় হৃদি লীয়ন্তে দৰিদ্ৰাণাং মনোৰথাঃ। কিন্তু কল্পনাই সংকীৰ্ণ বাস্তৱত উপলব্ধি নাপাই যেন মুকলি আকাশৰ বুকেদি পাখি মেলি উৰিবলৈহে বিচাৰে। জগতৰ সকলো পঙ্কিলতাৰ মাজৰ পৰা মানৱক নিষ্কলুষ সৌন্দৰ্য্যৰূপে চাই চাই যেন বীণ-ব'ৰাগীৰ হেপাহ নপলোৱা হয়।

বীণ-ব'ৰাগীয়ে যেন বুজিছে, জগতত তেওঁৰ দুখৰ বাতৰি শুনিবলৈ, পতিয়াবলৈ কেও ক'তো নাই, দুখৰ কথা ক'লে সকলোৱে বলিয়া বুলিহে হাঁহে, কুকুৰে কামোৰে, ছৰালে দলিয়ায়। গতিকে তেওঁৰ শৰণ্য হ'ল বীণখনি। সেই বীণৰ জেঁকাৰত সন্তাপী হৃদয়ৰ সন্তাপ করুণ হৈ বাজি উঠিব আৰু বীণৰ মধুৰ স্বৰত এইদৰে প্ৰতিধ্বনিত হৈ জগতৰ সকলো কাণতে পুনৰ পুনৰ ধ্বনিত হ'ব। সেইভাৱেই সি সকলোৰে 'কাণেৰ ভিতৰ দিয়া মৰমে পশিব।' এনে আশাত বীণ-ব'ৰাগীয়ে ভাৱিছে, তেওঁৰ অন্তৰ গধুৰ কৰি তোলা জগতৰ জনৰ দুখৰ বোজাটি সকলোকে আকৌ বিলাই দিব পাৰিলে তেওঁৰ হিয়াখন তেও লঘু হ'ব।

এদিনৰ শ্ৰীকৃষ্ণৰ বাঁহীৰ মাত শুনি যমুনা উজাই বৈছিল, সচল অচল হৈছিল আৰু অচল সচল হৈ পৰিছিল। আমাৰ বীণ-ব'ৰাগীৰ বীণৰ সুৰত লুইত উজাই বয়, আকাশৰ চন্দ্ৰ স্তব্ধ হয়, পশু-পক্ষী গছ-লতাও ৰতাহতো নকঁপা হৈ পৰে।



কাৰণ সেই বীণত লক্ষ হৃদয়ৰ হুমুনিয়াহ গোট খাই তাৰ হৃদয় কোমলাই পেলাইছে। পুৰণি ভকতীয়া ব'ৰাগীৰ টোকাৰী বৈকুণ্ঠ নে কৈলাসৰ পৰা নামি অহাৰ দৰে আমাৰ বীণ-ব'ৰাগীৰখনিও সৰগৰ বীণ; সি মানুহৰ দুখৰ কণাবোৰ বুকত বান্ধি সকলোৰে প্ৰাণত অমৃতৰ কণা চটিয়াব পাৰে, একৰ দুখক শত ভাগ কৰি তাক পাতলাই তোলে, আৰু সকলো প্ৰাণৰ সুঁতিক একেটি সুঁতি কৰি বোৱায়। সেইহে বীণ-ব'ৰাগীয়ে নিজৰ হিয়াৰ ধাউতি বীণৰ প্ৰাণেদি সকলোৰে প্ৰাণৰ সম্পাদিত কৰিবলৈ বিচাৰিছে।

এদিন ব'ৰাগীয়ে সুখ বিচাৰি হাবাথুৰি খাইছিল; কিন্তু কেৱে তেওঁক তাৰ বতৰা দিব নোৱাৰিলে। সুখত উত্ৰাৱল পখিলাটিকো চিলাই উৰুৱাই লৈ গ'ল, তাৰপৰাও ব'ৰাগীয়ে একোটি সন্তেদ নাপালে। তেওঁ জানিছিল সুখ সংসাৰৰ সাৰ। তাক বিচাৰি তেওঁ আকৌ ভিখাৰীৰ জোলোঙালৈ সংসাৰৰ দুৱাৰে দুৱাৰে ঘূৰিলে, কিন্তু একেটি মাথোন সমিধান, একে প্ৰত্যাখ্যান।

সংসাৰত ঘূৰি তেওঁ কি দেখা পালে? দেখা পালে, দেখিলে হৃদয় বিদৰা দুখীয়াৰ দুখ, দুৰ্বলৰ শাস্তি, ধনীৰ ভেম আৰু সবলৰ অত্যাচাৰ। তেওঁৰ প্ৰাণ হাহাকাৰ কৰি উঠিল ৱৰ্ড্‌ছৱৰ্থৰ দৰে—Have I not reason to lament, What man has made of man? মানুহৰ মাজত মিলা-প্ৰীতিৰ পৰিৱৰ্ত্তে মাথোন দন-হাই কাজিয়া, সকলোৰে মুখত মাতৰ তিতা। সকলোৱে মাথোঁ চিনে ধনক, নিচিনে ধৰম। কেয়োফালে মাথোন শোষণৰ যন্ত্ৰ। মানুহে মানুহক মাৰিছে, মানুহে মানুহৰ তেজ শুহিছে, মানুহে মানুহৰ তেজেৰে চাকি জ্বলাই নিজৰ জীৱনত পোহৰ ঢালিছে। কোনোৱেবা আকৌ মিঠা মাতেৰে লোকক মুহি মনে মনে শোষণৰ উপায় পাঙিছে! কত ধৰ্ম্মৰ কপটীয়া গুৰুৱে ধৰ্ম্মৰ নামত অধৰ্ম্ম কৰি পাপৰ সত্ৰ পাতিছে!! তেওঁলোকে 'নাজানে শাস্ত্ৰৰ

৩০

লয়, যেহি আসে তাকে কয়, খণ্ডিবাক নপাৰে সংশয়।' সৰ্বসাক্ষী ভগৱন্তক যে তেওঁলোকে ঠগিব নোৱাৰে, এই কথা এই অজ্ঞ শোষক গুৰুসকলৰ মনে-ঘৰেও নাই। এই সকলো দেখি বীণ-ব'ৰাগীৰ মনৰপৰা সুখৰ আশা অন্তৰ্হিত হৈছে, আনফালে দুখী-দুৰ্বলীৰ নিৰ্দয় দুখত তেওঁ অন্তৰে বিদ্ৰোহ কৰি উঠিছে।

তেওঁ সেই দেখি প্ৰলয়ক আহ্বান জনাইছে। সেই প্ৰলয় আহি যেন ওখ-চাপৰ, বাম-তল, থল-জল, সম্পদ-বিপদ, সুখ-দুখ, মান-অপমান, দান-ভিক্ষা সকলোকে সমান কৰি পেলাব। সকলো পাপী যেন তাকে দেখি সন্ত্ৰস্ত হৈ পৰিব। সেই ভয়ঙ্কৰ সময়টোৰ কল্পনা কৰি তেওঁৰ মন সম্পূৰ্ণ উতলা হৈ উঠিছে। তেওঁ যেন প্ৰলয়-নাচোন নচা নটৰাজৰ দৰে মহাশক্তিশালী, মহাতাণ্ডৱী হৈ উঠিব; নিঠুৰ হৈ উঠা হাতৰ আঙুলি চলাই হিমালয় পৰ্বতটো খহাই নি যেন ভাৰত মহাসাগৰৰ বুকুৰ ক'লীয়া পানীত পেলাই দিবগৈ; ওখৰ আকাশত থকা জোন-বেলি, গ্ৰহ-নক্ষত্ৰ সকলোকে মুঠিয়াই মুঠিয়াই আনি যেন পৃথিৱীত লুটি খুৱাই খুৱাই পেলাবহি; আৰু যেন শোষণৰ পৃথিৱীক প্ৰলয়-সমুদ্ৰৰ জলত বিলীন কৰি দিব। তেওঁৰ এই প্ৰলয়-খেলাৰ অন্তত নতুন এক সুন্দৰ সৃষ্টি পাহি মেলি ফুলি উঠিব, যত দুখ-ভয়, লাজ-অপমান নাথাকিব, য'ত মাথোন থাকিব স্নিগ্ধ অৰুণ-কিৰণ, মধুৰ আনন্দৰ সুৰ।

এই প্ৰলয়ী স্বপ্নৰ পিছত বীণ-ব'ৰাগী ভাগৰি পৰিছে, দুখৰ দীঘলীয়া নিশা আগত লৈ সন্ধিয়াপৰত বিশ্ৰাম বিচাৰি গছৰ তলত আশ্ৰয় লৈছে। কিন্তু তেওঁৰ অন্তৰত শান্তি-সুখ-সাম্যৰ স্বপ্ন জাগ্ৰত হৈ আছে; মন যেন মুকলি হৈ আহিছে; তেওঁৰ বীণে যেন এতিয়া সংসাৰৰ দ্বন্দ্ব-কোলাহল পাহৰি সুখৰ গুণগুণনিহে তুলিব। তেওঁ বুজিছে, এই পৃথিৱী মানুহৰ কাৰণেই; 'সবাৰ উপৰ মানুষ সত্য, তাহাৰ উপৰ নাই।' মানুহ পৰাৎপৰ; মানুহৰ প্ৰীতি-সাধনৰ অৰ্থেই যেন বিশ্ব-জগতৰ পৰিকল্পনা কৰা হৈছিল। মানৱ-দেৱতাক পূজিবৰ কাৰণেই যেন জোন-বেলি-তৰাৰ প্ৰদীপ জ্বলিছে; নানান ফুলৰ সৌৰভে ধুপ-ধুনা জলাইছে; মলয়াই ব্যজন কৰিছে; ফল-জলো যেন সেই দেৱতাৰেহে পূজাৰ নৈবেদ্য। মানুহৰ জীৱন-মৰণ হাঁহি-কান্দোনৰ খেলাই যে পৃথিৱীৰ অস্তিত্বৰ আচল অৰ্থ।



জগতখন মানৱাত্মাৰে প্ৰতিবিম্ব। মানৱাত্মাক এৰি জগতৰ কোনো ৰূপ নাই, কোনো অৰ্থ নাই। কৱিয়ে, বীণ-ব'ৰাগীয়ে যেন সঞ্জয়ৰহে দিব্য-দৃষ্টিৰে চাই এই সত্য দেখা পাইছে, বিশ্ব-প্ৰহেলিকা অৰ্থ ভাঙি দি আনন্দ লাভ কৰিছে।

বীণ-ব'ৰাগীয়ে বুজি উঠিছে সুখৰ বাবে হাহাকাৰ কৰি ফুৰা অৰ্থহীন। সমস্ত জীৱনেই মায়াৰ এক ধেমালি, জীৱাত্মাৰ অনন্ত প্ৰয়াস পৰমাত্মাৰ লগত মিলনৰ প্ৰতি।

এই বাৰ সেই দেখি কৱিয়ে নতুন অভিযান আৰম্ভ কৰিছে—মহাপ্ৰয়াণৰ অভিযান। এই যাত্ৰাৰ ৰাজপথ হ'ল মানুহৰ হিয়াৰ মাজ। এইবাৰ তেওঁ সংসাৰী সুখৰ ঠেক বাট এৰি নতুন বাট লৈছে পৰম সুখৰ, যি সুখে ভূমা-স্বৰূপ, শ্ৰেয়সৰ গৰাকা, পৰম প্ৰভুৰ ওচৰলৈ লৈ যায়। তেওঁ বুজিছে, বাহিৰত বিচাৰি ফুৰা পথটি অন্তৰৰ মাজেদিহে বৈছে। আগৰ মোহ তেওঁৰ আজি ভাগি-ছিগি গৈছে। তেওঁৰ অন্তৰ্মুখী অভিযানে সংসাৰী ধৰ্ম্মৰ দোকান চেৰাই নতুন শ্ৰেয়সী সত্ৰ পাইছেগৈ, যি সত্ৰত বিগ্ৰহ নাই, আছে জীৱন্ত মানুহ।

মানৱৰ ভিতৰত লুকাই থকা সূক্ষ্ম আত্ম-শক্তি জগাই তুলি অৰ্জ্জুনৰ দৰে গাণ্ডীৱ লৈ থিয় হবলৈ বীণ-ব'ৰাগীয়ে সকলোকে আহ্বান জনাইছে অন্যায়-অসত্যক ঠেলি প্ৰেম আৰু সত্যৰ মহিমা বিস্তাৰ কৰিবলৈ, যাতে স্বৰ্গ আৰু মৰ্ত্ত্য দুখন ঠাই নহৈ একেখন হৈয়ে প্ৰতিভাত হয়।

এই কাৰ্য্যৰ বাবে লাগে অন্তৰৰ দিব্য দৃষ্টি। সেই দৃষ্টিৰে চালে সৃষ্টিৰ খেলা মহামহিমাময় মানৱাত্মাৰ বিকাশ যেনেই লাগিব। আকাশৰ মেঘ, জোন-বেলি, পৃথিৱীৰ মহা-সাগৰ, ফুলৰ সুঘ্ৰাণ আৰু চিত্ৰ-বিচিত্ৰ ৰূপ সকলোটিয়েই যেন একেটি প্ৰেমৰ বাৰ্ত্তাকে প্ৰচাৰ কৰিছে, একে মানৱাত্মাৰ জয়কে ঘোষণা কৰিছে। বীণ-ব'ৰাগীয়ে সেই দেখি নিজেই মানৱ-প্ৰাণৰ প্ৰকাশৰ পথ হ'বৰ শক্তি ভিক্ষা কৰিছে।

এইদৰে দেখা পোৱা যাব 'প্ৰতিমা'ৰ কৱিতাত প্ৰকাশ পোৱা নানা ভাৱ-চিন্তা আহি 'বীণ-ব'ৰাগী'ত এটি বিন্দুত সমাহিত হৈ পৰিছে। তেওঁ যেন ইয়াত সদায় বন্দনা কৰি অহা মানৱৰ বিশ্ব-ৰূপ দৰ্শন কৰিছে। সেই ৰূপ নভঃস্পৰ্শী, দীপ্তবিশালনেত্ৰ। সেই ৰূপ দেখা পাই তেওঁ একেলগে প্ৰব্যথিতাত্মা আৰু হৃষ্টাত্মা হৈ ধৃতি হেৰুৱাইছে। কিন্তু সেই দিব্য-ৰূপ-দৰ্শনৰ ফলত তেওঁৰ কণ্ঠ উদাত্ত হৈ উঠিছে, সকলো প্ৰলয়েৰে জগত সংহাৰ কৰি এখন নতুন বিশ্ব পুনৰুদিত কৰি তাত মানৱ-হৃদয়ক পৰাৎ-পৰ ৰূপে প্ৰতিষ্ঠা কৰিবৰ প্ৰয়াস পাইছে। এয়া ভাববাদী, আদৰ্শবাদী কৱিতা। এই ফালৰপৰা চন্দ্ৰকুমাৰ আগৰৱালাৰ কৱিতা অদ্বিতীয়।

---

# আগৰৱালাৰ প্ৰতিমা

—অধ্যাপক শশী শৰ্ম্মা

'জোনাকী'ৰ সহায়ত এটা সাহিত্যিক আলোড়ন সৃষ্টি কৰি যিসকল কলিকতীয়া অসমীয়া ছাত্ৰই ইংৰাজ-ৰাজত্বৰ লগে লগে বঙালী কাকতীসকলৰ আক্ৰোশত তিৰোহিত হোৱা অসমীয়া ভাষা-সাহিত্যক পুনঃ সংস্থাপন কৰিলে, সেইসকলৰ ভিতৰত চন্দ্ৰকুমাৰ আগৰৱালাদেৱৰ নাম আমি সৰ্বপ্ৰথমে সুঁৱৰিব লাগিব। তেৱেঁই 'জোনাকী'ৰ প্ৰতি-ষ্ঠাপক আৰু সৰ্বপ্ৰথম পৰিচালক সম্পাদক। তেৱেঁই ১৮৮৯ চনৰ মাঘৰ শ্ৰীশুক্লা পঞ্চমীৰ দিনা প্ৰকাশিত প্ৰথম সংখ্যা 'জোনাকী'ৰ সম্পাদকীয়ত প্ৰতিজ্ঞা কৰিলে অসমত জোনাকৰ ধল বোৱাবলৈ। এই জোনাক জ্ঞান আৰু সংস্কৃ-তিৰ জোনাক। পাশ্চাত্যৰ, বিশেষকৈ ইংৰাজ ৰোমাণ্টিক কৱিসকলৰ অনুকৰণত কৱিতা আদি ৰচনা কৰি অসমত এটা নতুন ভাৱমণ্ডলৰ সৃষ্টি কৰিবলৈ চন্দ্ৰকুমাৰ আৰু তেওঁৰ সহযোগী লক্ষ্মীনাথ, হেমচন্দ্ৰ প্ৰমুখ্যে সকলোটি কলিকতীয়া অসমীয়া ছাত্ৰ হৈছিল সচেতন। এই সচেতনাৰ ফলত ৰচিত অসমীয়া সাহিত্যকেই আমি অসমীয়া ৰোমাণ্টিক সাহিত্য বুলি কওঁ আৰু এই ৰোমাণ্টিক সাহিত্যৰ জনক বুলি অভিহিত কৰা হয় চন্দ্ৰ-লক্ষ্মী-হেম এই ত্ৰিমূৰ্ত্তিক। কিন্তু এইটো উনুকিওৱা উচিত হব যে অসমীয়া ৰোমাণ্টিক সাহিত্য বিপ্লৱৰ ৰূপত সৃষ্টি হোৱা নাছিল, ই আমাৰ সাহিত্যিক-সকলক অনুপ্ৰাণিত কৰিছিল বিকাশৰ ৰূপতহে অৰ্থাৎ ই ইংৰাজী ৰোমাণ্টিক সাহিত্যপঠনৰ ফলহে।

ইংৰাজ ৰোমাণ্টিক কৱি কোল্‌ৰিজে 'কুবলাখান', 'খৃষ্টাবেল', এন্‌চিয়েণ্ট মেৰিনাৰ' আদি কৱিতাত প্ৰাচীন

লোকবিশ্বাস আৰু সাধুকথাক ৰূপায়িত কৰি জনমানস উদ্দীপ্ত কৰি তুলিছিল। অসমীয়া কৰি চন্দ্ৰকুমাৰেও সৰ্ব্বপ্ৰথম সেই একে আদৰ্শতে 'বনকুৱৰী', 'জলকুঁৱৰী', 'তেজীমলা' প্ৰভৃতি কৰিতাত প্ৰাচীন সাধুকথা আৰু জনবিশ্বাসত সজীৱতা আৰু অপ্ৰাকৃত বা অতিবাস্তৱ কথাতো বাস্তৱতা প্ৰদান কৰি সহৃদয় পাঠক-পাঠিকাক বিস্ময়বিমুগ্ধ কৰি তুলিছিল। এনেবোৰ কৰিতাত সাধুকথাক কৰিতা-ৰূপ দি ৰূপৰ সমাবেশ ঘটোৱাই কৰি চন্দ্ৰকুমাৰৰ লক্ষ্য কিন্তু নাছিল। কোল্‌ৰিজৰ দৰে চন্দ্ৰকুমাৰৰো প্ৰতিটো কৰিতা গভীৰ তাৎপৰ্য্যপূৰ্ণ—দাৰ্শনিকতা আৰু বিশেষকৈ মানৱীয়তাবোধৰ নিদৰ্শন চন্দ্ৰকুমাৰৰ প্ৰতিটো কৰিতাতেই নিহিত হৈ আছে। 'বনকুৱৰী' বা 'জলকুঁৱৰী' কৰি-মানসত উদয় হয় উদাৰ বিশ্বপ্ৰেমৰ নিদৰ্শন স্বৰূপে আৰু তাৰেই আদৰ্শত অনুপ্ৰাণিত কৰি কৰিয়ে সকলো মানুহকেই শান্তি দিব বিচাৰিছে। কৰি ৱৰ্ডচৱৰ্থে মানুহ মানুহৰ অসুখ-অশান্তিৰ কাৰণ বুলি কোৱাৰ দৰে কৰি আগৰৱালাইও তেজীমলাক মানুহ কুটুমে দলিয়াই পেলোৱা কথাৰে মানুহৰ নৃশংসতাৰ কথাকেই বৰ্ণাইছে। অথচ সেই-জনী তেজীমলা বিশাল প্ৰকৃতিৰ নৈৰ বুকুত "ৰূপতে ৰূপ তুলি পাৰিজাত ফুলি তেজীমলা জকমকায়" আছে। তেজী-মলাৰ আক শোক-তাপ নাই, কেৱল মৰম-সাদৰৰ মাজত এক সুখ-স্বাচ্ছন্দ্যপূৰ্ণ অপূৰ্ব্ব জীৱন যাপন কৰিছে তেজীমলাই। আনকি তেওঁৰ প্ৰাণৰ দেৱতা ভাবী স্বামীৰ আগমনতো তেজীমলাই প্ৰকৃতিৰ প্ৰেমানন্দৰ কথা পাহৰি তেওঁৰ লগত আকৌ মানুহৰ মাজত প্ৰৱেশ কৰিবলৈ ইচ্ছা কৰা নাই। তেজীমলাই "কেলেই লাগিছে মানুহৰ লগ" বুলি সন্দেহেৰে ভাবিবলৈ যেন বাধ্য হৈছে; মানুহে যেন প্ৰকৃতিৰ আদৰ নুবুজে আক যেন প্ৰকৃতিৰ উদাৰ মহানুভৱতাৰ কথা উপলব্ধি কৰিবলৈও মানুহ অসমৰ্থ। ঠিক ৱৰ্ডচৱৰ্থ বা কোল্‌ৰিজৰ দৰে কৰি আগৰৱালাইও মানুহতকৈ প্ৰকৃতিৰ শ্ৰেষ্ঠতা



স্বীকাৰ কৰিছে আৰু মানুহক প্ৰকৃতিৰ আদৰ্শেৰে উদ্বুদ্ধ হবলৈ অনুপ্ৰাণিতও কৰিছে।

কিন্তু কৰি আগৰৱালা একান্তভাৱে প্ৰকৃতিপ্ৰেমী নহয়। তেওঁ মুখ্যতঃ মানৱতাৰ কৰি; তেওঁৰ কৰিতাৰ ছন্দে ছন্দে মানুহৰ মহানুভৱতা আৰু মহত্বৰ কথাহে পৰি-স্ফুট হৈ উঠিছে। তেজীমলাক হয়তো মানুহেই নিৰ্ম্মম-ভাৱে নিৰ্য্যাতন দিলে। কিন্তু কৰিৰ দৃঢ় বিশ্বাস যে সকলো মানুহৰ মন তেজীমলাৰ মাহীমাকৰ দৰে কঠুৱা নহয়।

"মানুহে মানুহে ইমানহে মৰম
চকুলো পৰে সুঁৱৰি।" —তেজীমলা।

মানুহৰ প্ৰতি এনে উদাৰ ধাৰণাও কৰি আগৰৱালাৰ চিত্তৰ পৰা তিৰোহিত হোৱা নাই, যদিও তেওঁ 'বীণ-বৰাগী'ত—"মানুহৰ তেজ শুহি শুহি খায় মানুহ ৰাক্ষসে চোৰাঁ।" বুলি গভীৰ উদ্‌বিগ্নতাও প্ৰকাশ নকৰাকৈ থকা নাই। 'বন-কুৱৰী', 'জলকুঁৱৰী' আৰু 'তেজীমলা'ত প্ৰকৃতিৰ ৰূপচ্ছটা, উলাহ আনন্দ, উদাৰতা-মহানুভৱতা আদি মানুহৰ মনঃচক্ষুৰ আগত তুলি ধৰি কৰিয়ে কেৱল "শান্ত হ মানুহ মন" বুলি মানুহক শান্ত-সিদ্ধ কৰিবলৈয়ে বিচৰা নাই; স্বাৰ্থহীন অহৈ-তুকী প্ৰেমেৰেও মানুহক উদ্দীপ্ত কৰিব বিচাৰিছে।

"কাৰণ নেদেখা আনন্দৰ ঢৌৱে
বুৱালে প্ৰাণীৰ প্ৰাণ।"—বনকুৱৰী

এনে স্বাৰ্থহীন অহৈতুকী প্ৰেমেই বিশ্বৰ মঙ্গল আৰু কল্যা-ণৰ কাৰণ, এনে প্ৰেমেই মানৱীয়তাবাদৰ মূলভেটি।

'কিশোৰী', 'মাধুৰী', 'নিয়ৰ' আদি কৰিতাত সুন্দৰৰ সাধক কৰি চন্দ্ৰকুমাৰৰ সৌন্দৰ্য্যানুভূতিৰ মূৰ্ত বিকাশ ঘটিছে। 'মাধুৰী' আৰু 'কিশোৰী'ত কৰিৰ কল্পনাই চূড়ান্ত ৰূপ পৰি-গ্ৰহ কৰিছে। 'কিশোৰী'ত "প্ৰেমৰ আহ্বান মন্ত্ৰে ওলাওঁ

ওলাওঁ" কৰা কিশোৰী (গাভৰু) এজনীৰ মনৰ অৱস্থিতি ৰূপায়িত কৰিছে আৰু "মাধুৰী'ত যথাৰ্থতে সৌন্দৰ্য্য-মাধুৰীৰ সমাবেশ ঘটিছে। দুয়োটা কৱিতাতেই ভাৱৰ লগত ভাষাৰ সুসমন্বয় স্থাপন হোৱা হেতুকে সহৃদয় পাঠক-পাঠিকা মাত্ৰকে ই ৰসোদ্দীপ্ত কৰি তুলিব পাৰে। 'নিয়ৰ' কণিকাক লৈ কৰা কৱিৰ—

"মুকুতা মণিটি পাহিত জিলিকে
ফটিক পানীত ধোৱা।
নিশাৰ তৰা এটি সৰিয়েহে আছে
সৰগত টোপনি যোৱা।" —নিয়ৰ।

কল্পনা যথাৰ্থতে অনুপম। অতিশয়োক্তিপূৰ্ণ এই 'নিয়ৰ' কৱিতাটিয়েনো কোন সহৃদয় পাঠক-পাঠিকাৰ চিত্তত তন্ময়তা নোপজাব!

কৱি চন্দ্ৰকুমাৰ আগৰৱালাও ইংৰাজ কৱি কীট্‌ছৰ দৰে সৌন্দৰ্য্যৰ সাধক, "সুন্দৰৰ আৰাধনা জীৱনৰ খেল" বুলি তেওঁ বিশ্বাস কৰে; পৰমেশ্বৰ ভগৱানক তেওঁ "সত্য তুমি, শিৱ তুমি, অসীম সুন্দৰ" বুলি কল্পনা কৰে। এইজন সুন্দৰৰ সাধক কৱিয়ে সেই কাৰণেই 'কিশোৰী', 'মাধুৰী', 'নিয়ৰ' আৰু অন্যান্য কৱিতাতো সৌন্দৰ্য্যৰ সমাবেশ ঘটাবলৈ সমৰ্থ হৈছে। আৰু সেয়ে তেওঁৰ প্ৰতিটো কৱিতাৰ "কাৰণ নেদেখা আনন্দৰ ঢৌৱে" মানুহৰ মন স্বাভাৱিকতে পুলকিত কৰিও তোলে। কৱি আগৰৱালা নিজেও সম্ভৱতঃ এনে স্নিগ্ধ সৌন্দৰ্য্যৰ সন্ধানতেই পোনতে ব্ৰতী হৈছিল। তেওঁ সংসাৰৰ বিষয়-বাসনা আদিৰ পৰা চিত্তক মুক্ত ৰাখি সকলো সময়তে সৌন্দৰ্য্যৰ সাধনা কৰিবলৈয়েই সম্ভৱতঃ হেঁপাহ কৰিছিল। সেয়ে তেওঁ কৈছিল—

"দিয়া মোক এৰি, চাওঁগৈ ঘূৰি
ফুলা সৰিয়হ ডৰা।



সেয়ে আজিলৈকে থৈছে মোক মুহি
পখিলা পাখিৰে ভৰা"—ফুলা সৰিয়হ ডৰা।

এই একেটা কৱিতাতে যেতিয়া কৱি আগৰৱালাই—

"কি হবনো হেৰি, ঘানিয়ে ঘানিয়ে
গুটি সৰিয়হ পেৰি?

তেলীয়ে পেৰিব, জগত যোগাব—
কিয় মোক ধৰা বেঢ়ি?"

বুলি আত্মপ্ৰকাশ কৰে তেতিয়া তেওঁক বাস্তৱবিমুখ বুলি কল্পনা কৰিবলৈও বাধ্য হোৱা যায়। সম্ভৱতঃ তেওঁ মানুহৰ দৈনন্দিন জীৱনৰ সাধাৰণ কৰ্মেৰে পৰিপূৰ্ণ জীৱনটোক পোনতে অৱহেলা কৰিছিল আৰু "তাহানিৰ সেই সপোন দিনৰ লৰালি কালৰেপৰা।" মুক্ত বিহঙ্গমৰ দৰে উপভোগ কৰি অহা মুক্ত জীৱনকেই তেওঁ কামনা কৰিছিল। এনে চিন্তাই কৱিক অন্যান্য ৰোমান্টিক কৱিৰ সদৃশ পলায়নবাদী মনৰ অধিকাৰী আছিল বুলিয়েই ভাবিবলৈ বাধ্য কৰে। কিন্তু ইয়াৰ পিছত আৰু এনে ভাবৰ পুনৰাবৃত্তি অনুভৱ কৰা নাযায়। তেওঁ বাস্তৱবিমুখ কল্পনাপ্ৰৱণ সৌন্দৰ্য্যসাধনাৰ ভাৱ পৰিহাৰ কৰি—"সাধনাৰ অসি হাতে ওলালোঁ এতিয়া" বুলি সাধনাৰত হবলৈ প্ৰতিজ্ঞাবদ্ধ হ'ল। তেওঁৰ এই সাধনা কৰ্ত্তব্য-কৰ্মৰ সাধনা। কৱিয়ে গভীৰভাৱে উপলব্ধি কৰিলে যে কৰ্ত্তব্য-সাধনতকৈ মহৎ কাম একোৱেই হব নোৱাৰে, কৰ্ত্তব্যই মানুহৰ শিৰৰ মুকুট। শৰীৰপাত কৰি হলেও তেওঁ কৰ্ত্তব্য সমাপন কৰিহে এৰিব। তেওঁ এজন মানৱীয়বাদী (Humanist) হিচাপে এইটোও বিশ্বাস কৰে যে মানুহ মাত্ৰেই পৰম শক্তিমান পৰমেশ্বৰৰ সন্তান, মানুহত পৰমেশ্বৰৰ পৰম শক্তিৰ বীজ নিহিত হৈ আছে। মানুহে এই পৰম শক্তি অন্তৰত উজ্জ্বলাই তুলি তাৰ পোহৰত কৰ্ত্তব্যৰত হলে যে জগতৰ সকলো অসাধ্যও

সাধ্য হৈ পৰিব তাকো তেওঁ বিশ্বাস কৰে। আৰু সেয়ে গভীৰ আস্থাৰে প্ৰকাশ কৰিছে ঃ—

কি ভয় মৰণে-ৰণে, নাই ভয় নাই,
কৰ্ত্তব্য-মুকুট শিৰে পিন্ধালে গোসাঁই।
পুণ্যময় তেজকণ উঠক উছাহি—
তেজঃপুঞ্জে প্লাৱিত কৰোক শৰৰাশি।
শক্তিৰ মন্ত্ৰেৰে আৰাধিলোঁ ইষ্টদেৱ,
শক্তিৰ সন্তান মই নোহো আৰু কেওঁ।"
—কৰ্ম্মদেৱ

'প্ৰকৃতি' কৱিতাত "ফুলকলি ফুলি গোন্ধ বোৱাই প্ৰীতিৰ সোঁত সৰি পাছে নাইকিয়া হ'ল।" কৱিয়ে গভীৰ বেদনা উপলব্ধি কৰিছিল আৰু ঠিক পাৰশ্যৰ কৱি ওমৰ খায়ামৰ দৰে অন্তৰৰ ভাৱো বেদনাহত।

"ক'ৰ কোন কিবা হ'ল
চিন-স্মৃতি পমি গল।
প্ৰকৃতি যে তেনেকৈয়ে ৰ'ল।"

বুলি প্ৰকাশো কৰিছিল। তেনেকৈ নিয়ৰ কলিৰে সুশোভিত হৈ থকা ফুলজুপিৰ পৰা বতাহে জোকাৰি নিয়ৰটুপি পেলাই দিয়াতো কৱিয়ে জীৱনৰ নশ্বৰতাৰ লগত ইয়াক তুলনা কৰি গভীৰ বেদনা অনুভৱ কৰিছিল ঃ—

নিয়ৰ কলিৰে শোভে ফুলজুপি
চাইছোঁ ভাৱতে ভাহি,
হায় কি বিষম পেলালে বায়ুৰে
জোকাৰি ফুলৰ পাহি।"
—নিয়ৰ

কিন্তু পিছৰ ফালৰ কৱিতাবোৰত আৰু এনে হতাশা, নিৰাশা বা বেদনাৰ ভাৱ ক'তো অনুভৱ কৰা নাযায়। 'কৰ্ম্মদেৱ' কৱিতাই কৱি চন্দ্ৰকুমাৰৰ জীৱনৰ ৰূপ আৰু দৃষ্টিভঙ্গীৰো



পৰিৱৰ্তন সাধে বুলি ভাবিবৰ যথেষ্ট থল আছে। তেতিয়াহে যেন তেওঁৰ ল'ৰালি বা কৈশোৰৰ স্বপ্ন আঁতৰি গ'ল আৰু তেতিয়াহে যেন তেওঁ, জগত আৰু জীৱনৰো তাৎপৰ্য্য উপলব্ধি কৰিলে। কৱিয়ে অমৃতৰ সন্তান, মানুহৰ অমৃতত্বৰ সন্ধানো যেন লাভ কৰিলে। হতাশা-নিৰাশাৰ পৰা উদ্ভৱ হোৱা অন্তৰ বেদনাও তেওঁৰ চিত্তৰপৰা যেন তিৰোহিত হ'ল। আগতে নিয়ৰৰ কণিকা সৰি পৰিলে (নিয়ৰ) বা ফুলকলি ফুলি লেৰেলি গলে (প্ৰকৃতি) বিষাদ-বেদনাই কৱিৰ অন্তৰ আচ্ছন্ন কৰি তুলিছিল; কিন্তু এতিয়া ফুলৰ পাহি সৰি পৰিলে কৱিয়ে বেজাৰ নকৰে, "পাব পাহি অনন্তৰ কোল" বুলি কল্পনা কৰি কৱিয়ে আনন্দহে অনুভৱ কৰে; কাৰণ তেওঁ ভাবে যে— "অনন্ত কোলাত কি সুখ কি দুখ!— নেজানে গুণেই সকলো বিমুখ।" তেওঁ গভীৰভাৱে বিশ্বাস কৰে যে জগত-জীৱন আৰু অনন্ত-অসীমৰ স্বৰূপ উপলব্ধি কৰিব নোৱাৰাই হৈছে মানুহৰ দুখ-বেদনাৰ মূল কাৰণ।

এইখিনিতে উল্লেখ কৰা উচিত হব যে কৱি চন্দ্ৰকুমাৰৰ মনৰ ওপৰত কেইবাটাও বিপৰীতমুখী ভাৱৰ প্ৰভাৱ পৰা অনুভৱ কৰা যায়। সম্ভৱতঃ তেওঁ সৰ্ব্বপ্ৰথম ইংৰাজ ৰোমাণ্টিক কৱিসকলৰ দ্বাৰা প্ৰভাৱান্বিত হৈয়ে কৱিতা ৰচনাত মনোনিৱেশ কৰিছিল। এই ৰোমাণ্টিক কৱিসকলৰ সদৃশ পলায়নবাদী মনৰ বিকাশ কৰি আগৰৱালাৰ কৱিতাতো ঘটিছে। ওমৰ খায়ামৰ প্ৰভাৱো আগৰৱালাৰ কৱিতাত পতিফলিত হৈছে। কৱি আগৰৱালাৰ ওপৰত পাশ্চাত্যৰ মানৱীয়তাবাদৰ প্ৰভাৱো স্পষ্ট। য়ুৰোপত নৱজাগৰণৰ সময়ত মিল, বেন্থাম্, কোঁটে প্ৰমুখ্যে দাৰ্শনিকসকলে অনুভৱ কৰিছিল মানৱীয় অসীম সম্ভাৱনা শক্তিৰ কথা। তেওঁলোকৰ দৃষ্টিত মানুহ আছিল অসীম শক্তিৰ আধাৰ স্বৰূপ। তেওঁলোকে মানুহক সকলো সময়তে মুক্ত আৰু স্বাধীন বুলি বিবেচনা কৰি মানুহেই মানুহৰ ভাগ্যনিয়ন্তা বুলিও ঘোষণা

কৰিছিল। মানুহৰ প্ৰবল ইচ্ছা-শক্তিৰ আগত দৈৱী শক্তিও হাৰ মানে বুলি তেওঁলোকে বিশ্বাস কৰিছিল। মানুহ বুদ্ধিদীপ্ত আৰু মুক্তিপ্ৰয়াসী; মানুহত অফুৰন্ত সম্ভাৱনা বৰ্ত্তমান আৰু তাক বাস্তৱত ৰূপায়িত কৰাৰ শক্তিও মানুহতেই নিহিত হৈ আছে। মানুহ যন্ত্ৰ আৰু যন্ত্ৰীও। সকলো ধৰণৰ প্ৰতিকূলতাৰ বিৰুদ্ধে নিজক প্ৰতিষ্ঠা কৰিব পৰাটোই মানৱীয় মুক্তিৰ মূল ভেটি বুলি সেই সময়ৰ য়ুৰোপত বিবেচিত হৈছিল। সংকীৰ্ণতা, ৰক্ষণশীলতা আৰু গোড়ামিৰ স্থান এই মানৱীয়বোধত নাই। নিত্য উন্মুক্ততা বা স্বাধীনতা মানৱীয় বোধৰ মূল কথা। যি মানুহে ব্যক্তিৰ পূৰ্ণ বিকাশত সহায় কৰে সি সুব্যক্তিৰ আৰু যিয়ে বাধা বা ব্যৱধানৰ সৃষ্টি কৰে সি কুব্যক্তি। সংযত আচৰণ, দয়া-দাক্ষিণ্য, সততা আদি সজ গুণ সৎ বা সাধু ব্যক্তিৰ আভৰণ স্বৰূপ। মনুষ্যত্ব বিকাশেই মানৱীয়বাদৰ চৰম সত্য।

এনে ভাব চন্দ্ৰকুমাৰৰ 'প্ৰতিমা'ৰ কৱিতাবোৰৰ কোঁহে কোঁহে অনুভৱ কৰা যায়। 'বীণ-বৰাগী'ৰ মূলভাবো এই মানৱীয়বাদেই (Humanism)। কিন্তু কৱি আগৰৱালা ভাৰতীয়। ভাৰতীয় সকলো চিন্তা-চৰ্চ্চাৰ মূল ভেটি আধ্যাত্মিকতা। সেয়ে চন্দ্ৰকুমাৰৰ কৱিতাত আমি মানৱীয়বাদ আধ্যাত্মিকতাৰ ভেটিত প্ৰতিষ্ঠিত হোৱাও অনুভৱ কৰোঁ। উপনিষদৰ দিনৰেপৰা ভাৰতত মানুহত অমৃতত্ব আৰোপ কৰা হৈছিল সঁচা আৰু তাৰদ্বাৰা মানুহৰ অসীম সম্ভাৱনা শক্তিকো মুক্তভাৱে স্বীকৃতি দিয়া হৈছিল। কিন্তুনৱবৈষ্ণৱ আলোড়নৰ সময়ত ভগৱান আৰু ভক্তিৰ ওপৰত গুৰুত্ব দিয়া হেতুকে মানুহৰ শক্তিক বিশেষভাৱে স্বীকাৰ কৰাই হোৱা নাছিল বুলিব পাৰি। অসমীয়া শ্ৰীশঙ্কৰদেৱ প্ৰমুখ্যে বৈষ্ণৱ কৱিসকলে ভগৱৎ-ভক্তিৰ গভীৰতাৰ ওপৰতহে মানৱ জীৱনৰ সাৰ্থকতা নিৰূপণ কৰিছিল। আমাৰ বৈষ্ণৱ কৱিসকলৰ এনে দৃষ্টিভঙ্গী মানৱীয়বাদৰ সম্পূৰ্ণ বিপৰীতমুখী। আগৰৱালাৰ কৱিতাত ভাৰতীয় আধ্যাত্মিক দৃষ্টিৰ উপৰিও ঔপনিষদিক আৰু বৈদান্তিক দৃষ্টিৰ প্ৰভাৱো



পৰিলক্ষিত হয়। অৱশ্যে 'বীণ-বৰাগী'ত একেটা কৱিতাতেই ভিন্নমুখী ভাৱৰ সমাবেশ ঘটুৱাৰ দৰে 'প্ৰতিমা'ৰ কৱিতাত তেনে হোৱা অনুভৱ কৰা নাযায়। 'প্ৰতিমা'ৰ প্ৰতিটো কৱিতাতেই একোটি ভাৱৰ বিকাশ ঘটিছে বুলিব পাৰি আৰু প্ৰায় ভাগ কৱিতাৰ মাজেদিয়েই মানৱীয়বাদৰ ধ্বনি ব্যঞ্জিত হোৱা উপলব্ধি কৰা যায়। কিন্তু কোনোটো কৱিতাই প্ৰচাৰধৰ্ম্মী নহয়, কৱিতাবোৰ কৱি হৃদয়ৰ গভীৰ অনুভূতি-সিক্তহে।

শক্তিৰ সন্তান মানুহে নিজত নিহিত হৈ থকা পৰম-শক্তিৰ সন্ধান অনুভৱ কৰিব পাৰিলে আৰু সেই শক্তি উদ্দীপ্ত কৰি তুলি জ্ঞান আৰু কৰ্মৰ পথত আগবাঢ়িলে, কৱিয়ে ভাৱে, যে জীৱন আৰু জগত হৈ পৰিব সুখৰ ভঁৰাল স্বৰূপঃ—

"শিৱময় মানুহৰ সংসাৰ আশ্ৰয়
সুখৰ ভঁৰাল এই মানৱ হৃদয়।
প্ৰাণ সাগৰৰ এক বিন্দু মানৱ জীৱন।
কাৰ্য্যৰ তৰঙ্গময় সিন্ধু সংসাৰ মহান।
সুন্দৰৰো সুন্দৰ ই ছুদিনীয়া দেশ
যতনৰ আনন্দৰ শুৱনি আৱেশ।"

'প্ৰকৃতি' আৰু 'নিয়ৰ'ত প্ৰকাশ পোৱা নৈৰাশ্যৰ ভাৱ বা নিয়তি-বিশ্বাসী কৱি আগৰৱালাৰ মনৰ পৰিবৰ্ত্তন ঘটিছে; তেওঁ অসীম সম্ভাৱনাপূৰ্ণ মানুহৰ অসীমত্ব আৰু শক্তি-সামৰ্থ্যৰ কথা উপলব্ধি কৰিছে আৰু সুন্দৰ মন-প্ৰাণ আৰু অসীম শক্তিযুক্ত মানুহৰ দ্বাৰা পৰিপূৰ্ণ এই দেশ বা সংসাৰখনকেই সেই কাৰণে "সুন্দৰৰো সুন্দৰ" ৰূপেহে অনুভৱ কৰিছে। এজন প্ৰকৃত মানৱীয়বাদীৰ দৰেই তেওঁ বিশ্বাস কৰে যে অন্তৰত প্ৰবল ইচ্ছা থাকিলে সকলো অভিপ্সা পৰিপূৰ্ণ হৈ উঠিব পাৰে, জীৱন আৰু জগত "সুন্দৰৰো সুন্দৰ" নহৈ নোৱাৰে। তেওঁ ঘোষণা কৰিছে :—

"ইচ্ছাৰ বিৰোধে ঘোৰ ভীম শত্ৰু শত
সৰ্ব্বথা জিকিব সিটো ইচ্ছা যাৰ বলী।
জীৱন-যুদ্ধত ইচ্ছা প্ৰধান সাৰথি
কি ভয় মৰণে ৰণে ইচ্ছা সৰ্ব্বদলী॥"

এনে প্ৰবল ইচ্ছা-শক্তিৰ দ্বাৰা অনুপ্ৰাণিত হলে জগতত মানুহৰ কাৰণে অসাধ্য কথা একোৱেই থাকিব নোৱাৰে। এনে মহত্বপূৰ্ণ দৃষ্টিৰে কৰ্ম্মৰত হলে সংসাৰ "সুন্দৰৰো সুন্দৰ" হবই—তেতিয়া মানুহৰ মনত প্ৰতীয়মান হব—

"এই যে পৃথিৱী স্বৰ্গতো অধিক
মানুহৰ নিজাপী ঘৰ।"

বুলিহে। যদিহে মানুহে মানৱীয় কৰ্মত ৰত হৈ প্ৰকৃত মানুহৰ দৰে মানুহৰ সেৱাত ব্ৰতী হব পাৰে, তেনেহলে মানুহৰ সুখ-শান্তিৰ সীমা নোহোৱা হব। মানুহৰ মনত বিবেচনা হব—

"মানুহেই লগ মানুহেই সঙ্গ
মানুহেই পৰাৎপৰ।"

বুলি। আৰু সেয়ে কৱিয়ে এগৰাকী যথাৰ্থ মানৱীয়বাদীৰ দৰে ঘোষণা কৰিছে—

মানুহেই দেৱ মানুহেই সেৱ
মানুহ বিনে নাই কেৱ।
কৰাঁ কৰাঁ পূজা পাদ্য অৰ্ঘ্য লই
জয় জয় মানৱ দেৱ।"
—মানৱ বন্দনা

মানুহে এনেদৰে মানুহৰ পূজা-সেৱাত আত্মনিয়োগ কৰিবলৈ অভ্যস্ত হলে যে জগতৰ সকলোৱে মানুহৰ আপোন হৈ পৰিব তাত কোনো সন্দেহ নাই। কিন্তু তথাপি কৱিয়ে সন্দেহ কৰিছে—কিজানি মানুহৰ মনৰ পৰা সংকীৰ্ণতাৰ ভাৱ



আঁতৰি নাযায়েই। সেয়ে তেওঁ বৈদান্তিক অদ্বৈতবাদী :—"ব্ৰহ্মসত্যং জগন্মিথ্যা জীৱো ব্ৰহ্মৈৱ নাপৰঃ" বা ঔপনিষদিক "সোহম" বা "তত্বমহসি" ভাৱেৰে জগতৰ সকলোকে উদ্বুদ্ধ কৰি তুলিব বিচাৰি কৈছে—

সংসাৰ মোৰেই পূৰ্ণ দেখোঁ,
আছোঁ মাথোঁ নিৰঞ্জন মই,
নাই তুমি কেওঁ আৰু নাই,
পাৰা যদি হোৱা মোতে লয়।—মই

এনে অদ্বৈতবাদী দৃষ্টিৰে উদ্বুদ্ধ হলে জগত হৈ পৰিব প্ৰেমময়, মধুময়। শুদ্ধ-পৱিত্ৰ চিত্তেৰে কৰ্মময় জীৱনৰ পাতনি মেলিলেহে "জগতক প্ৰেম মৌ থালি" বিলাই দিবলৈ সমৰ্থ হোৱা যাব। কৱিয়ে 'আশীৰ্ব্বাদ' কৱিতাত কোৱাৰ দৰে সমগ্ৰ বিশ্বখনকেই আমাৰ নিজৰ ঘৰ বুলি বিবেচনা কৰিবলৈ সমৰ্থ হলে আৰু সকলো মানুহকে নিজৰ ভাই-ভনী বুলি মৰম আদৰ কৰিব পাৰিলে যে সমগ্ৰ বিশ্ব জুৰি সুখ-শান্তি বিৰাজিব তাত অকনো সন্দেহ নাই। সুখ সুখ বুলি সুখ বিচাৰি ফুৰিলেই যে সুখ পোৱা যাব সিও নহয়। সুখ-শান্তি লাভৰ কাৰণে আৱশ্যক এক বিশেষ ধৰণৰ মানসিক প্ৰস্তুতিৰ। কৱি আগৰৱালাই স্পষ্টভাবে বিশ্বাস কৰে

"যিভাবে দেখিবা এই সংসাৰ-ভাৱনা
সেইভাবে গৰাসিব তোমাৰ জীৱন,
হিংসা-দ্বেষ চকু দিলে পাবা হিংসা দ্বেষ,
প্ৰেমতো দেখিবা তুমি মধুৰ মিলন।
তুমি ভালে বিশ্ব ভাল, সবাতো সুন্দৰ,
বিকটালে মুখ কিন্তু বিকট বদন।"
—বিশ্ব ভাৱৰীয়া

এনে ধৰণৰ এটা সংযত জীৱনেহে সুখ-শান্তি উপলব্ধি কৰিবলৈ সমৰ্থ হব পাৰে। "আত্মানং বিদ্ধি" এই ঔপ-

নিৰ্যদিক দৃষ্টিৰে উদ্বুদ্ধ হব নোৱাৰিলে আৰু মনক বিশেষ ধৰণে সংযত কৰি ৰাখিব নোৱাৰিলে সুখ-শান্তি কামনা কৰা মিছা, কাৰণ —

"সুখ নোহে ইটো জগতৰ বস্তু
সুখ যে মায়াৰ বিত,
মনৰ তলিৰ পৰা বই আহে
লুকাই বাহিৰ বালিত।"—সুখ

কিন্তু তেতিয়াও মানুহ-মন সুখ-শান্তিৰ অধিকাৰী নহব পাৰে, যদিহে নলগা বস্তু পাবলৈ বিচৰা হয় নাইবা নোপোৱা বস্তু পাবলৈ হেঁপাহ কৰা হয়।

"জগতৰ গতি দেখি পৰিছোঁ ভাগৰি
নেলাগে নেপাওঁ যিটো কিয় মৰোঁ পুৰি ?"
—আশা

মিছা-আশাই শেষত অশান্তি-অসুখৰ মূল কাৰণ হৈ পৰে। অৱশ্যে এগৰাকী প্ৰকৃত মানৱীয়বাদীৰ দৰে তেওঁ গভীৰ ভাবেই বিশ্বাস কৰে যে আশাক আশাতেই থাকিব দিলেও মানুহৰ অসুখ-অশান্তি বাঢ়ে। তেওঁ ভাবে যে মানুহে যদি আকাশ-কুসুম ৰচনা কৰে তেনেহলে সেই কুসুমৰ মালা গাঁথি ডিঙিত পিন্ধি সৌন্দৰ্য্য বঢ়াবও লাগে -তেতিয়াহে মানৱ জীৱন হয় সাৰ্থক। এনে বাস্তৱবাদী দৃষ্টি আৰু প্ৰবল ইচ্ছা-শক্তিৰ দ্বাৰা উদ্দীপ্ত হৈ জীৱনৰ মধুৰ কল্পনাবোৰক ৰূপায়িত কৰিবলৈ সক্ৰিয় প্ৰচেষ্টা চলালে যে জীৱন সুখ আৰু শান্তিৰ আলয় স্বৰূপে প্ৰতীয়মান হব তাত কোনো সন্দেহ নাই। কিন্তু এই সুখ ব্যক্তিগত সুখ হলেই নহব। ব্যক্তিগত সুখ বিশ্বৰ কল্যাণৰ কাৰণ স্বৰূপেও পৰিগণিত হব লাগিব ঃ

"যেন নেপাহৰোঁ জীৱৰ জীৱন
বিশ্বৰ মঙ্গল নিদান



যি কাম আগতে দেখোঁ মই শিৱময়,
সেয়ে মোৰতো প্ৰমাণ।"
— জীৱন উচ্ছ্বাস

আমাৰ জীৱন যেতিয়া জীৱৰ মঙ্গলৰ কাৰণে নিয়োজিত হব আৰু আমি কেৱল জীৱ বা জগতৰ শিৱময় বা মঙ্গলময় কামতহে ন্যস্ত কৰোঁ, তেতিয়াযে সমগ্ৰ জগত সুখ-শান্তিৰে উপচি পৰিব, তাত অলপো সন্দেহ নাই। এনে মঙ্গলময় জীৱন যাপনেই বিশ্বশান্তি আৰু বিশ্বপ্ৰেমৰো প্ৰধান বুনিয়াদ। "প্ৰেম মৃত্যুঞ্জয়ী।" ক্ষুদ্ৰস্বাৰ্থ, হিংসা-দ্বেষ আৰু সংকীৰ্ণতা পৰিহাৰ কৰি শান্তিপ্ৰয়াসী মানুহ যেতিয়া প্ৰেমৰ ভাৱত উদ্বুদ্ধ হব তেতিয়াহে প্ৰকৃত সুখ-শান্তি প্ৰৱৰ্ত্তিব।

"জঞ্জালতে আত্ম বলিদান
—নোহে ইটো পৰমাৰ্থ জ্ঞান,
যি প্ৰেমেই তোমাৰ সম্বল
সেয়ে স্পৰ্শমণি সংসাৰৰ।" শান্তি

প্ৰেম "স্পৰ্শমনি" ই অমূল্য সম্পদ। প্ৰেম-প্ৰীতিয়েই মানৱীয়বাদৰ মূল ভেটি। সেয়ে কৱিয়ে প্ৰেমৰ ওপৰত ভিত্তি কৰিয়েই ব্যক্তিগত আৰু সমাজ-জীৱন গঢ়িবলৈও ইঙ্গিত দিছে।

কৱি চন্দ্ৰকুমাৰ আগৰৱালা প্ৰায় সকলো ক্ষেত্ৰতেই এনে বহল মানৱীয়বাদৰ দৃষ্টিৰে অনুপ্ৰাণিত হৈছে। ক্ষুদ্ৰ-সংকীৰ্ণতাৰ স্থান তেওঁৰ কৱিতাত লেশমাত্ৰও নাই। এনে মহান মানৱীয়বোধৰ দ্বাৰা তেওঁ নিজৰ দৰে আনকো উদ্বুদ্ধ কৰিব বিচাৰিছে। এনে মহতোঽপি মহীয়ান ভাৱ আৰু শক্তিৰ দ্বাৰা উদ্বুদ্ধ হবলৈ আৱশ্যক নিৰঞ্জন পৱিত্ৰ জ্ঞানৰ, তেওঁ ঔপনিষদিক দৃষ্টিৰেই ঘোষণা কৰিছে—

"নহি জ্ঞানেন সদৃশং পৱিত্ৰমিহ বিদ্যতে।" — জোনাকী

এই পৱিত্ৰ নিৰঞ্জন জ্ঞানান্বেষণত তেওঁ সমগ্ৰ জীৱন পাত কৰিবলৈও সাজু—

"এতিয়াও দিব পাৰোঁ গোটেই জীৱন
যদি ঘূৰি পাওঁ হায় জোনাক (জ্ঞান) একণ।"
—আওহেলা

আনকি তেওঁৰ ব্যক্তিগত শোক-তাপৰ ওপৰত ৰচিত 'বিমুখ', 'যুগমীয়া শোক', 'আশীৰ্ব্বাদ' আদি কৰি কৱিতা কেইটিৰ মাজেদিও কৱিয়ে এই বিশাল মানৱীয়বাদৰেই ধ্বনি ব্যঞ্জিত কৰি তুলিছে। জীয়েক প্ৰতিমাৰ অকাল বিয়োগৰ শোকেও তেওঁক মানৱ-প্ৰেমতহে উদ্বুদ্ধ কৰেঃ—

"মানুহক ভাল পাম ভাৱি আই তোকে,
ক্ষেমিম সকলো চিন্তি তোৰেই মুখকে।"
—যুগমীয়া শোক

'প্ৰতিমা'ৰ মাজেদি ব্যঞ্জিত এই মহান মানৱ-প্ৰেমক কৱিয়ে 'বীণ-বৰাগীত' বিশালতৰ ৰূপ দি মানৱ-প্ৰেমত আত্মনিয়োগ কৰিবলৈ হৈছে দৃঢ়পৰিকৰঃ—

"মোৰেই মুখেদি মানৱ প্ৰাণৰ
ফুটিক আকুল মাত,
মোৰ চিন্তাতেই গূঢ় ৰহস্যৰ
সত্য হক প্ৰতিভাত।"
—বীণ-বৰাগী

'প্ৰতিমা' যথাৰ্থতে প্ৰতিমাই,— ই ভাৱৰ প্ৰতিমা। ইয়াত যথাৰ্থতে কৱি-হৃদয়ৰ সুষুপ্ত ভাৱবোৰ ৰূপায়িত হৈছে। 'প্ৰতিমা' কাব্য-শেষখনিৰ আৰম্ভণিৰ কৱিতাটিত কৱিয়ে ব্যক্ত কৰা ভাৱ—

"হৃদয়ৰ মন্দিৰত লুকুৱা প্ৰতিমা
ভাষা নাই কিৰূপে বুজাওঁ!"

তথাপি যেন কল্পনাৰ সহায়ত কৱিয়ে তেওঁৰ অন্তৰৰ ভাৱ-ৰাশিক সুখ আৰু শান্তিপ্ৰয়াসী মানৱতাৰ কল্যাণৰ কাৰণে ৰূপ দিলে —



"আধাফুটা আবেগৰ ইমান জুমুৰি
দিলোঁ মেলি হৃদয়ৰ দুৱাৰ
যত ইচ্ছা দৰ্শকৰ চক জুমি জুমি
ভুলে যদি সন্তাপ মনৰ।"
—প্ৰতিমা

এনে সংযত ভাব আৰু উচ্চ আদৰ্শ মনত উজ্বলাই ৰাখি কাব্য জগতত প্ৰৱেশ কৰা কৱি অসমীয়া সাহিত্যত চন্দ্ৰ-কুমাৰৰ আগতে দ্বিতীয় আৰু এজন নাছিল যেনেই লাগে। চন্দ্ৰকুমাৰ অসমীয়া সাহিত্যত অকলশৰীয়া,— তেওঁ যেন নিজেও এই কথা উপলব্ধি কৰিছিলঃ—

"জনপূৰ্ণ নিৰ্জ্জনত কতা লগৰীয়া?
বিশ্ব-সংসাৰত হায় অকলশৰীয়া!"
—অকলশৰীয়া

ইয়াৰ কাৰণে পোনতে অলপ নিৰাশা বা হতাশৰ ভাৱ কৱিৰ মনলৈ আহিছিল যদিও, শেষত সকলো আঁতৰি গ'ল। "মৰমেই ধৰম," "কৰমেই ধৰম" "প্ৰেম মৃত্যুঞ্জয়ী" আদি মহামন্ত্ৰেৰে দীক্ষিত হৈ আত্মোপলব্ধিৰ ভাৱত উদ্বুদ্ধ হৈ "প্ৰাণে প্ৰাণে বন্ধা মোৰ চিৰলগৰীয়া"ক লগত লৈ যেতিয়া কৱিয়ে কৰ্ত্তব্য-মুকুট শিৰত পিন্ধিলে তেতিয়া সমগ্ৰ জগত তেওঁৰ মানত "সুন্দৰৰো সুন্দৰ" ৰূপত প্ৰতিভাত হ'ল। এনে পৰমানন্দ আৰু পৰম আনন্দৰ ধ্বনি কৱি আগৰৱালাৰ কৱিতাৰ কোঁহে কোঁহে অনুভৱ কৰা যায়। এই পৰমানন্দ সাগৰত বুৰ মাৰি পৰম প্ৰশান্তি লভিবলৈ আৱশ্যক কেৱল মানৱ-প্ৰেমত উদ্বুদ্ধ হোৱাৰ,— কৱিৰ ভাষা আৰু কল্পনাত

"মানুহৰ প্ৰীতি সাধিবলৈ চোৱা
বিশ্ব-জগৎ কল্পনা।" —বীণ-বৰাগী

অৱশ্যে কৱি আগৰৱালা যে সকলো সময়তে এনে শুদ্ধ আৰু মুক্ত ভাৱৰ দ্বাৰাই উদ্বুদ্ধ আৰু পৰিচালিত হৈ আছিল সিও নহয়, আন দহজনৰ দৰে তেৱোঁ। সত্য-অসত্য, কৰ্ত্তব্য-অকৰ্ত্তব্য স্থিৰ কৰিব নোৱাৰি ভ্ৰমৰ সন্মুখীন হবলগীয়াত নপৰাকৈ থকা নাছিল ঃ—

"সঁচা মিছা কিনো, ধৰিম এৰিম কাক ?
সকলো বিষম ভ্ৰমৰ ঘোৰ ।"

—সংশয় ৰহস্য

তথাপি কৱি আগৰৱালা একান্ত ভকতৰ দৰে একান্তভাৱে মানৱতাৰ পূজাৰী ।

'প্ৰতিমা'ত বিভিন্ন ভাৱৰ সমাবেশ ঘটা বুলি ভাৱিবলৈ অৱকাশ থাকিলেও যথাৰ্থতে ই একত বিলীন হৈছে। প্ৰায় সকলোবোৰ কৱিতাৰ মাজেদি এক মানৱীয়বাদৰ (Humanism) স্পষ্ট ধ্বনি শুনা যায়। কৱি আগৰৱালাৰ 'প্ৰতিমা' যথাৰ্থতে বেজবৰুৱাই কোৱাৰ দৰে—"প্ৰতিমাখনি সৰু কিন্তু নিভাজ সোণৰ।" 'প্ৰতিমা'ৰ মাজেদি ব্যঞ্জিত হোৱা এই গভীৰ ভাৱেই অন্ততঃ 'প্ৰতিমা'ক যাউতিযুগীয়া কৰি ৰাখিব। 'মাধুৰী' 'নিয়ৰ' আদি কৱিতাত শব্দাৰ্থ প্ৰয়োগৰ যি সুকৌশল তুলি ধৰিছে সিও অতুলনীয়। সকলোবোৰ কৱিতাৰ প্ৰতি দৃষ্টি ৰাখি আমি কবই লাগিব যে—চন্দ্ৰকুমাৰ আগৰৱালা কৱিতকৈ বেছি ভাবুকহে আছিল। গভীৰ ভাৱেই চন্দ্ৰকুমাৰৰ কৱিতাৰ আত্মা ।

---